# স্মৰণীয় বৰণীয়

যতীন্দ্ৰনাথ গোস্বামী



ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী - ৭৮১০০১




প্ৰতিষ্ঠাতা ঃ নৰেন্দ্ৰ চন্দ্ৰ দত্ত, স্থাপিত ঃ ১৯৪৫

স্মৰণীয় বৰণীয়

যতীন্দ্ৰনাথ গোস্বামী

প্ৰকাশক

শ্ৰীঅজয় কুমাৰ দত্ত

ষ্টুডেণ্টচ্ ষ্ট'ৰচ্

কলেজ হোষ্টেল ৰোড

গুৱাহাটী- ৭৮১০০১

পৰিবেশক

ভাৰতী বুক ষ্টল

গোলাঘাট- ৭৮৫৬২১

প্ৰথম প্ৰকাশ

১২ নবেম্বৰ, ২০০২

বেটুপাত

ৰবীন বৰুৱা

মূল্য ঃ ৬৫ টকা

অক্ষৰ বিন্যাস

মাইক্ৰ'ছফট্ প্ৰিণ্ট পইণ্ট, যোৰহাট

মুদ্ৰক ঃ

শ্ৰীকান্ত প্ৰেছ্

৭৫, বৈঠকখানা ৰোড

কোলকাতা-৭০০ ০০৯

---

Smaraniya Baraniya :A collection of articles by Jatindranath Goswami, published by Student's Stores, College Hostel Road, Guwahati-781001 (Assam)

# পাতনি

লক্ষ্মীনাথ বেজবৰুৱাই কৈছে, "মানুহৰ কাচুটি কিতাপৰ পাতনি"। যিদৰে কাচুটি নিপিন্ধিলে মানুহ নাঙঠ, সেইদৰে পাতনিৰ অবিহনে কিতাপ উদং। সেইকাৰণে এই পাতনি।

আমাৰ ৰচনাসমূহৰ এখন সংকলন প্ৰকাশ কৰাৰ ইচ্ছা আমাৰ দুই পুত্ৰ শ্ৰীমান ৰবীন্দ্ৰ আৰু শ্ৰীৰথীন্দ্ৰৰ; কিন্তু মই লিখা প্ৰবন্ধসমূহৰ কোনো তালিকা নাই। সেইকাৰণে বাছ-বিচাৰ নকৰি হাত দিলেই পোৱা প্ৰবন্ধৰে 'স্মৰণীয় বৰণীয়' নামৰ পুথিখন যুগুত কৰা হ'ল।

ঊনবিংশ শতিকাত মানৰ আক্ৰমণত অসমৰ নাজল-নাথল অৱস্থা, স্কুল-আদালতৰ পৰা অসমীয়া ভাষা নিৰ্বাসন আৰু বাংলা ভাষা প্ৰচলন, অসমীয়া ভাষা পুনৰ্বাসনৰ নিমিত্তে আন্দোলন আৰু কৃতকাৰ্য্যতা, 'জোনাকী'ৰ প্ৰভা, পাশ্চাত্য সাহিত্যৰ প্ৰবাহত যুগোপযোগী সাহিত্য-ৰচনা, ইত্যাদি কথাই এই সংকলনৰ প্ৰবন্ধসমূহৰ মাজেদি প্ৰকাশ পাইছে।

হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা প্ৰায় কাণ-সমনীয়া। উভয়ে অসমীয়া সাহিত্য ঠন ধৰি উঠাত অগ্ৰণী ভূমিকা লৈছিল। লম্বোদৰ বৰাই অসমীয়া গদ্যক সৌকুমাৰ্য্য আৰু সুষমা দান কৰিলে। ডিব্ৰুগড়ৰ শিক্ষক মহেশ্বৰ বৰুৱাৰ যুক্তিত পতিয়ন গৈ অসমৰ শিক্ষাধিকৰ্তা বুথে অসমীয়া ভাষা পুনৰ্বাসনৰ সিদ্ধান্ত কৰি আৰু কাৰ্য্যকৰী কৰিছিল। ডিবৰুৰ জ্ঞান-মালিনী বৰ্চৌতা বাঘ হাজৰিকাৰ বংশৰ মফিজুদ্দিন আহমদ হাজৰিকাৰ ১৯৪১ চনত সাক্ষাৎ লাভ কৰি 'জ্ঞান-মালিনীৰ ভিতৰ চ'ৰা' নামৰ প্ৰবন্ধটো লিখিছিলোঁ। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক 'জ্ঞান-মালিনী'খন দেখুৱাইহে পতিয়ন গৈ তেওঁলোকে অসমীয়া ভাষাকো এণ্ট্ৰেন্স মহলাৰ (১৯০৫ চন) মাতৃভাষা কৰে বুলি হাজৰিকাদেৱে মোক কৈছিল। চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ উদ্যমপ্ৰসূত জোনাকী আলোচনীয়ে আমাৰ সাহিত্যত ৰোমাণ্টিচিজম্ বা ৰমন্যাসবাদৰ ধল বোৱাইছিল। অসমীয়া ভাষা-সাহিত্যৰ ওপৰত সকলো প্ৰকাৰৰ আক্ৰমণ প্ৰতিহত কৰা লক্ষ্মীনাথ বেজবৰুৱাই বিদেশত কিদৰে জীৱনোপায়ৰ নিমিত্তে সংগ্ৰাম কৰিছিল সেই কথাও আমি পাহৰা উচিত নহয়। বেৰিষ্টাৰ তৰুণৰাম ফুকন আৰু জ্ঞানদাভিৰাম বৰুৱাই সুৰদী আৰু প্ৰাঞ্জল ভাষাৰে নিজৰ চিন্তা-চৰ্চা প্ৰকাশ কৰি সাহিত্যৰ বুৰঞ্জীত বৰণীয় হৈ আছে। অসমৰ প্ৰথম এম-এ ৰাধানাথ ফুকনে দাৰ্শনিক আৰু বৈজ্ঞানিক চিন্তাৰ ভিতৰত সুসমন্বয় স্থাপন কৰি গৈছে। আঠানব্বৈ বছৰ পৰমায়ু লাভ কৰা নীলমণি ফুকন অভ্ৰভেদী ব্যক্তিত্বৰ অধিকাৰী আছিল। ঊনবিংশ শতিকাৰ

শেহৰফালে অসমৰ কিছুমান নগৰত ৰঙ্গমঞ্চ স্থাপিত হৈছিল; সিবোৰত বাংলা নাটক বা অনুদিত পাশ্চাত্য নাটকৰ অভিনয় হৈছিল। তেনে সংক্রান্তি কালত জন্মগ্রহণ কৰা পূৰ্ণকান্ত দেৱশৰ্মা, আৰু পিছৰ কালৰ শৈলধৰ ৰাজখোৱা, পদ্মধৰ চলিহা, নকুলচন্দ্ৰ ভূঞা, অতুল চন্দ্ৰ হাজৰিকা আদিৰ নাটকে বাংলা নাটকৰ প্ৰভাৱ প্ৰশমিত কৰিছিল। মোহনীয় ব্যক্তিত্বৰ অধিকাৰী মিত্ৰদেৱ মহন্তই চেমনীয়াৰ কাৰণে ৰচনা কৰা মৌ-মহাভাৰতখন অতুলনীয়। বেণুধৰ শৰ্মাৰ গদ্য-ৰীতি অননুকৰণীয়, সাধু-কথাও আকৰ্ষণীয়। কালিৰাম মেধি বৈষ্ণৱ সাহিত্যত পাৰদৰ্শী আছিল। ভাওনী কোঁৱৰ আনন্দ চন্দ্ৰ আগৰৱালাই পুৰাবৃত্তমূলক কেবাটাও প্ৰবন্ধ লিখিছিল। ড° বাণীকান্ত কাকতিও এজন শাস্ত্ৰজ্ঞ লোক আছিল। প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈৰ প্ৰবন্ধসমূহ ওখ খাপৰ, আৰু প্ৰকাশ ভঙ্গীতো ওজঃগুণ প্ৰকাশ পাইছে। ৰহস্য বা ডিটেক্‌টিভ উপন্যাসৰ বাটকটীয়া কুমুদেশ্বৰ বৰঠাকুৰ পুথিভঁৰাল আন্দোলনৰো জন্মদাতা।

লক্ষ্মীধৰ শৰ্মাই চুটি গল্পক যুগৰ সাজ পিন্ধোৱাৰ উপৰি নাটকৰ আঙ্গিকৰো পৰিৱৰ্ত্তনৰ সূচনা কৰিছিল। বৃত্তিত সাংবাদিক লক্ষ্মীনাথ ফুকনো এজন গল্পকাৰ আৰু মানুহৰ চৰিত্ৰাঙ্কণত নিপুণ আছিল। গল্পকাৰ হলীৰাম ডেকাৰ গল্পসমূহো সৰস। অসমীয়া সাহিত্যৰ ইতিহাসত উপেক্ষিত ৰাজীৱলোচন বৰুৱা দৰাচলতে এজন ৰোমাণ্টিক কবি। 'স্বপ্ন-তৰী' কাব্যই তাৰ নিদৰ্শন।

এই গ্ৰন্থখনৰ বেটুপাতৰ ছবি অংকণ কৰিছে শ্ৰীৰবীন বৰুৱাই আৰু আৰ্হি কাকত চাই সহায় কৰিছে শ্ৰীদীপজ্যোতি গোস্বামীয়ে; কিতাপখন প্ৰকাশৰ বাবে আগবাঢ়ি আহিছে অসমৰ আগশাৰীৰ প্ৰকাশন প্ৰতিষ্ঠান ষ্টুডেণ্টচ্ ষ্ট'ৰচ্। এইসকলক আমি ধন্যবাদ জ্ঞাপন কৰিলোঁ।

'স্মৰণীয় বৰণীয়' সংকলনখনিয়ে পাঠকৰ সমাদৰ লাভ কৰিলে আমাৰ শ্ৰম সাৰ্থক হৈছে বুলি ভাবিব পাৰিম । ইতি -

ব'দালি
নতুন পাৰা
যোৰহাট-৭৮৫০০১

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
২.১১.২০০২

## সূচীপত্ৰ


- অসম-গৌৰৱ গুণাভিৰাম বৰুৱা ১
- ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ৭
- শিক্ষক-সাংবাদিক মহেশ্বৰ বৰুৱা ১৬
- পূৰ্ণকান্ত দেৱশৰ্মা আৰু তেওঁৰ সাহিত্যিক বৰঙণি ২১
- লম্বোদৰ বৰা আৰু তেওঁৰ সাহিত্যিক বৰঙণি ২৫
- লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন সংগ্ৰাম ২৮
- ব্ৰাহ্মস্পৰ্শৰ ফল ৩৫
- কবি-প্ৰত্নতাত্ত্বিক আনন্দচন্দ্ৰ আগৰৱালা ৪১
- 'জ্ঞান-মালিনী'ৰ ভিতৰ চ'ৰা ৪৬
- শঙ্কৰী সাহিত্যত কালিৰাম মেধি ৫০
- তত্ত্বদৰ্শী ৰাধানাথ ফুকনৰ দেশ-হিতৈষণা ৫৬
- দেশভক্ত তৰুণৰাম ফুকনৰ সাহিত্যিক অৱদান ৬৪
- সুবাগী পুৰুষ জ্ঞানদাভিৰাম বৰুৱা ৭০
- বাগ্মীবৰ নীলমণি ফুকনৰ ব্যক্তিত্ব ৭৬
- যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা ৮৪
- নমস্য ব্যক্তি কুমুদেশ্বৰ বৰঠাকুৰ ৯৭
- বেণুধৰ শৰ্মাৰ সাহিত্য-প্ৰতিভা ১০২
- ভবানন্দ পাঠক ৰূপে ড° বাণীকান্ত কাকতি ১০৫
- পদ্মধৰ চলিহাৰ সাহিত্যিক বৰঙণি ১০৯
- মিত্ৰদেৱ মহন্তৰ ব্যক্তিত্ব ১১৯
- মোৰ দৃষ্টিত নকুলচন্দ্ৰ ভূঞা ১২৩
- প্ৰাচ্যবিদাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈঃ ব্যক্তি আৰু খ্যাতি ১২৮
- সাংবাদিক-সাহিত্যিক লক্ষ্মীনাথ ফুকন ১৩৭
- লক্ষ্মীধৰ শৰ্মাৰ সাহিত্যিক প্ৰতিভা ১৪২
- হলীৰাম ডেকাৰ স্মৃতিত ১৪৭
- সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাৰ কথা সুঁৱৰি ১৫০
- বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱা ১৫৭
- ৰাজীৱলোচন বৰুৱা আৰু তেওঁৰ 'স্বপ্ন-তৰী' ১৬৬

# অসম-গৌৰৱ গুণাভিৰাম বৰুৱা

উনবিংশ শতিকাৰ অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীত আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাক ত্ৰিমূৰ্তি বুলি অভিহিত কৰা হয়। এই তিনি গৰাকীৰ ভিতৰৰ গুণাভিৰাম আৰু হেমচন্দ্ৰ বৰুৱা প্ৰায় সমসাময়িক আৰু দুয়ো দুটা অনুষ্ঠানস্বৰূপ। ইংৰাজী ১৯৯৪ শকটো গুণাভিৰামৰ মৃত্যু শতবৰ্ষ পূৰ্তিৰ কাল। এই ক্ষণত তেওঁৰ জীৱন আৰু কৰ্মৰ কথা আলোচনা কৰা প্ৰয়োজন।

দ্ৰাবিড় দেশৰ পৰা পূৰ্বদেশলৈ অহা লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী বজালহাটৰ দুৰৰীয়া বৰুৱা হয়। উজনিৰ পৰা গৈ অশ্বক্লান্তত বসতি কৰা টায়কীয়া ব্ৰাহ্মণ পুত্ৰ যোগায়ে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰে। পিছত যোগাইৰ পিতৃৰ দদায়েকৰ পুতেক এজনো তেওঁলোকৰ কাষ চাপে। ব্ৰহ্মচাৰীয়ে যোগাইৰ নাম পৰশুৰাম আৰু আনজনৰ নাম ৰণৰাম ৰাখে। তেওঁ যোগাইক নিজ গোত্ৰত তুলি লগুণ দিয়ে আৰু পৰশুৰামে ৰণৰামক লগুণ দিয়ে। যথা সময়ত পৰশুৰামে শীতাংশু সভাপণ্ডিতৰ ঘৰৰ লক্ষ্মীনাথৰ কন্যা কামেশ্বৰীক বিয়া কৰায়; আৰু ৰণৰামে প্ৰথমবাৰ বিষ্ণুৰাম হাজৰিকাৰ কন্যা ইন্দ্ৰাণীক আৰু দ্বিতীয়বাৰ বিষ্ণুদলৰ লক্ষ্মীনাথ কথাকোৱা বৰুৱাৰ কন্যা শচীক বিয়া কৰে। পৰশুৰামৰ পুত্ৰ হ'ল হলিৰাম আৰু যজ্ঞৰাম। ৰণৰামৰ প্ৰথমা পত্নীৰ সন্তানসকল হ'ল বিজয়ৰাম, লীলেসী আৰু গজাৰাম; দ্বিতীয়া পত্নীৰ সন্তান হ'ল যজ্ঞেশ্বৰী আৰু গুণাভিৰাম। যজ্ঞেশ্বৰীক নগাঁৱৰ ডিফলু সত্ৰৰ বীৰচন্দ্ৰ গোস্বামীলৈ বিয়া দিয়া হয়।

গুণাভিৰাম ১৮৩৪ চনত যোৰহাটত ওপজে। এই প্ৰসঙ্গত গুণাভিৰাম বৰুৱাই লিখিছে, "১৭৫৯ শক আৰু ১৮৩৭ ইংৰাজী চনত আনন্দৰাম ফুকন আৰু দুৰ্গাৰাম ফুকন দুয়ো ইংৰাজী স্কুলত প্ৰৱেশ কৰে। এই বছৰতে ৰণৰাম বৰুৱা যোৰহাটৰপৰা গুৱাহাটীলৈ যায়। যোৰহাটতে তেওঁৰ সৰুজনা পত্নীৰ এটি বালক জন্মে। সেই বালকেই গুণাভিৰাম।" (আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ)

'১৭৬০ শকৰ জৈষ্ঠৰ শুক্লা চতুৰ্থীত ৰণৰাম বৰুৱা মৃত্যু হয়'। ১৭৬৮ শকৰ অশোকাষ্টমীৰ দিনা মাতৃ শচীদেৱীৰ বিয়োগ ঘটে। তেওঁক গজাৰামে চোৱা-চিতা কৰিলেও তেওঁক গুণাভিৰামে সৰ্বপ্ৰকাৰে সহায় কৰে। ইয়াৰ

উপৰি জেন্‌কিন্স্ চাহাবেও তেওঁক ৩টকা খোৰাকী দিয়ে। তেওঁ গুৱাহাটীৰ বিদ্যালয়ত কিছুদিন পঢ়ি ১৮৫১ চনত কলিকতালৈ গৈ কলুতোলা ব্ৰাঞ্চ স্কুলত পঢ়ি, ১৮৫৪ চনত তেওঁ জুনিয়ৰ স্কলাৰশ্বিপ পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰেছিডেন্সী কলেজত নাম লগায়। কিন্তু কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীৰ পৰীক্ষাত(১৮৫৬) অকৃতকাৰ্য্য হয়। তেওঁ আইনৰ শ্ৰেণীত নাম লগাই এটা পৰীক্ষাত উত্তীৰ্ণ হয়। আনন্দৰাম ঢেকিয়াল ফুকনে কলিকতাত স্থাপন কৰা কলিকতা নিউ প্ৰেছৰো তেওঁ কাৰ্য্যাধ্যক্ষ আছিল। তেওঁ ১৮৫৯ চনৰ ২ ডিচেম্বৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ পত্নী মাহিন্দ্ৰী দেৱীৰ ভনীয়েক ব্ৰজসুন্দৰী দেৱীক বিয়া কৰায়। ১৮৫৯ চনত আনন্দৰাম ঢেকিয়াল ফুকনৰ অকাল মৃত্যুত গুণাভিৰামে শিক্ষা সাং নকৰাকৈয়ে ঘৰলৈ ওভতে। সেই বছৰৰ অক্টোবৰ মাহত তেওঁ 'চব এচিষ্টেণ্ট কমিছনাৰ নিযুক্ত হৈ' তেজপুৰলৈ যায়, আৰু পিছৰ বছৰ তেওঁ একষ্ট্ৰা এচিষ্টেণ্ট কমিছনাৰ পদলৈ উন্নীত হৈ গোৱালপাৰালৈ বদলি হয়। তাৰপৰা ১৮৬৪ চনত বৰপেটাত ১৮৬৭ চনৰ জুলাই মাহৰ পৰা ধুবুৰীত, ১৮৬৯ চনৰ এপ্ৰিল মাহৰ পৰা গোৱালপাৰাত আৰু ১৮৭১ চনৰ পৰা নগাঁৱত একে পদতে চাকৰি কৰি ১৮৯০ চনৰ ৩১ মাৰ্চত চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰি কলিকতাত থাকিবলৈ লয়। দুখৰ কাল ! তেওঁ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ দিনাই কলিকতাত তেওঁৰ একমাত্ৰ জোঁৱায়েক ডাক্তৰ নন্দকুমাৰ ৰায়ৰ মৃত্যু ঘটে।

গুণাভিৰামৰ পত্নীৰ ১৮৯২ খ্ৰীষ্টাব্দৰ ২৬ মাৰ্চত মৃত্যু ঘটে। ইয়াৰ পিছত বৰ ল'ৰা করুণাভিৰামৰ অসুখ হয়। ডাক্তৰৰ পৰামৰ্শমতে আনন্দচন্দ্ৰ আগৰৱালাক(তেতিয়া তেওঁ কলেজৰ ছাত্ৰ) লগত দি করুণাক জাহাজেৰে বৰ্মালৈ পঠোৱা হ'ল। সমুদ্ৰ যাত্ৰাৰপৰা কোনো সুফল পোৱা নগ'ল। ১৮৯৩ চনৰ ১২ জুলাইত তেৱোঁ ঢুকায়। অৱশেষত গুণাভিৰাম বৰুৱাৰ অনন্ত শয়ন ! "১৮৯৪ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰ ২৫ তাৰিখে শনি কি ৰবিবাৰে ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা ৮ নম্বৰ কলেজ স্কোয়াৰৰ ঘৰত মৃত্যু হয়"(মোৰ জীৱন-সোঁৱৰণ-বেজবৰুৱা)!

সেই সময়ত পাশ্চাত্য শিক্ষা আৰু সংস্কৃতিৰ সংস্পৰ্শলৈ আহি কলিকতাত জাতীয়তাবোধে গঢ়লৈ উঠিছিল। ৰামমোহন ৰায় আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ চিন্তা-চৰ্চাই বঙ্গৰ প্ৰাচিন কুসংস্কাৰ আৰু অন্ধবিশ্বাসক কঠোৰ আঘাত কৰি এক সমাজ-সচেতন দৃষ্টিভঙ্গী গঢ় দিলে। মানৱতাবাদী দৃষ্টিভঙ্গীৰ ফলত বিধৱা-বিবাহৰ সপক্ষে বঙ্গদেশত এক আলোড়নৰ সৃষ্টি হয়। গুণাভিৰাম বৰুৱাই এই পৰিবেশৰ মাজতেই কলিকতাত শিক্ষা লাভ কৰিছিল। ব্ৰাহ্মধৰ্ম

আৰু বিধবা-বিবাহৰ প্ৰতি তেওঁৰ অনুৰাগ আছিল। ১৮৬৭ চনত তেওঁৰ প্ৰথমা পত্নীৰ বিয়োগ হোৱাত তেওঁ ব্ৰাহ্ম-ধৰ্ম গ্ৰহণ কৰি ১৮৭০ চনত পৰশুৰাম বৰুৱাৰ বাঁৰী তিৰোতা বিষ্ণুপ্ৰিয়া দেৱীক বিয়া কৰায়। অসমত এইখনেই আছিল ব্ৰাহ্মধৰ্ম প্ৰথা অনুসৰি পতা প্ৰথম বিধবা বেজিষ্ট্ৰী বিয়া।

গুণাভিৰাম বৰুৱাৰ সাহিত্য-চৰ্চাৰ বীজ অঙ্কুৰিত হয় কলিকতাত, কলিকতাৰ নিউ প্ৰেছৰ অধ্যক্ষ থকা কালত। সেয়েই পিছলৈ বটবৃক্ষ স্বৰূপ হৈছিল। তেওঁ কলিকতাত ছাত্ৰ-অৱস্থাতে ১৮৫৭ চনত শ্ৰীশ্ৰীআউনীআটি অধিকাৰ গোসাঁইৰ 'দোআবাই সংশোধন' কৰা ঘোষাপুথি (নামঘোষা)খনেই প্ৰথম অসমীয়া ছপা বৈষ্ণৱ গ্ৰন্থ। এই ক্ষেত্ৰত 'আসাম বিলাসিনী'ৰ প্ৰতিষ্ঠাতা আউনিআটী সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী বাটকটীয়া। ১৮৫৭ চনৰ জুলাই সংখ্যা 'অৰুনোদই'ত প্ৰকাশিত ঘোষা-পুথি ছপা হোৱাৰ বিজ্ঞাপনৰ লগত গুণাভিৰামৰ (শ্ৰী গুণাভিৰাম ডেকা বৰুআ, ১০ আষোঢ়, ১৭৭৮, প্ৰেছিডেন্সী কলেজ, কলিকতা) নামটো জড়িত। তেওঁৰ প্ৰথম সাহিত্যৰ ফচল হ'ল ৰাম-নৱমী নাটক (ৰচনাকাল ১৮৫৮ খ্ৰীঃ)। ই ১৮৭০ চনত পুথি আকাৰে ওলায়। ১৮৫৬ চনত উমেশ চন্দ্ৰ মিত্ৰই বঙলা ভাষাত 'বিধবা বিবাহ' নামৰ নাটক ৰচনা কৰে। বঙলা ভাষাত আধুনিক নাটকৰ জন্ম এই কালতে হয়। পাশ্চাত্য আৰ্হিত ৰচিত হ'লেও গুণাভিৰামৰ 'ৰাম-নৱমী'ত সংস্কৃত প্ৰভাৱ পৰিলক্ষিত হয়। 'ৰাম-নৱমী' নাটকত শিৱকান্ত শৰ্মাৰ কন্যা বালিকা বিধবা নৱমী শিক্ষিত যুৱক ৰামচন্দ্ৰৰ প্ৰেমত পৰি সমাজৰ উৎপীড়নৰ হাত সাৰিবৰ নিমিত্তে আত্মহত্যা কৰে। পিছত ৰামচন্দ্ৰ আৰু নবৌয়েক জয়ন্তীয়েও সেই বাট অনুসৰণ কৰে। শেহৰ অঙ্কৰ পঞ্চম দৰ্শনত পূজাৰিয়ে গীতৰ জৰিয়তে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বিধবা-বিবাহ আন্দোলন সমৰ্থন কৰিছে। তেওঁ লিখা 'বিৰাহ ৰহস্য নাটক'ৰ প্ৰথম অঙ্ক-প্ৰথম-দ্বিতীয় দৰ্শন আসাম-বন্ধুত (দ্বিতীয় খণ্ড, মাঘ-ফাগুন ১৮০৭ শক, ১৮৮৬) ওলায়। তেওঁৰ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' (১৮৮০) এখন বিস্তৃত জীৱন চৰিত। তেওঁৰ 'আসাম বুৰঞ্জী' (১৮৭৫) আধুনিক ঠাঁচত লিখা অসমৰ এখন সাৰ্থক ইতিহাস। গুণাভিৰাম বৰুৱাৰ কাব্য-কুসুমে (১৮৮৪) তিনিজন সাহিত্য-সেৱীক একেলগ কৰে। তেওঁ পুথিখন হৰিবিলাস আগৰৱালাক উৎসৰ্গা কৰে, আৰু ইয়াক মাধৱ চন্দ্ৰ বৰদলৈৰ তত্ত্বাৱধানত কলিকতাত ছপায়। তেওঁৰ 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' (১৯১১ চন) আন এখন ধেমেলীয়া পুথি। ইয়াৰ এটি উদ্ধৃতি দিয়া হ'ল— "ৰতনপুৰৰ নবাই অধ্যাপকক যদু পাঁচনিয়ে সুধিলে, 'দেউ, চাহাৰ কিয় বোলে ?' অধ্যাপকে

ক'লে, 'চাহেন ব: পাতু ইতি চাহাব। চাহ খাই বক্কা পৰি থাকে দেখি চাহাব।' যদু—'দেউ, কচাৰি কিয় বোলে ?' অধ্যাপক—'কচাৰি ক: চাৰি অৰ্থাৎ কোন কোন চাৰি জনা বহা ঠাই— বৰচাহাব, ছোটচাহাব, সদৰ আমিন, মুনচুপ।' যদু— 'মকৰ্দ্দমা কিয় বোলে?' অধ্যাপক— 'মং মনুষ্যং কৰ্দ্দমং কৰোতি য: স: মকৰ্দ্দমা! মানুহক যি খচি বোকাৰ দৰে কৰে সেয়ে মকৰ্দ্দমা (ফলিতাৰ্থে ধন্নে প্ৰাণে মানুহক যি খচি বোকাৰ দৰে হয়)"। তদুপৰি তেওঁ এজন পাঠ্য-পুথি প্ৰণেতা। ল'ৰা-পুথি (১৮৭৪), অসমীয়া ল'ৰাৰ ভূগোল (১৮৭৪) প্ৰণয়ন কৰাৰ উপৰি তেওঁ আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া ল'ৰাৰ মিত্ৰ পুথিৰ এটা সংক্ষিপ্ত তাঙৰণ উলিয়ায়, অৱশ্যে এই পুথিৰ আখৰ-জোঁটনি গুণাভিৰামৰহে।

মুঠৰ ওপৰত হেমচন্দ্ৰ বৰুৱাৰ প্ৰায় সমসাময়িক গুণাভিৰাম বৰুৱাই দায়িত্বপূৰ্ণ চৰকাৰী চাকৰিত নিয়োজিত হৈ অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল। তেওঁ হেমচন্দ্ৰৰ উপদেশক আৰু উৎসাহদাতা আছিল।

গুণাভিৰাম বৰুৱা নগাঁৱত থকা কালত তেওঁক কেন্দ্ৰ কৰি এক সাহিত্যিক পৰিমণ্ডল সৃষ্টি হৈছিল। হেমচন্দ্ৰ গোস্বামী, ৰত্নেশ্বৰ মহন্ত আদিয়ে গুণাভিৰামৰ পৰা প্ৰেৰণা লাভ কৰিছিল।

অসমত অসমীয়া ভাষা পুনৰ্বাসনৰ নিমিত্তে ১৮৭২ চনৰ ১০ এপ্ৰিলত নগাঁৱত উপায়ুক্তৰ জৰিয়তে বংগৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰলৈ অসম ভাষা উন্নয়ন সমিতিৰ (Assam Language Improvement Society) ফালৰ পৰা ২১৬ জন শিক্ষিত অসমীয়া লোকৰ চহীৰে প্ৰেৰণ কৰা স্মাৰক পত্ৰখনৰ স্বাক্ষৰকাৰী সকলৰ ভিতৰতে এজন গুণাভিৰাম বৰুৱা (ডেপুটি এক্‌ষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ) আছিল। তেওঁ নগাঁৱৰ পাঠ্যপুথি বছা সমিতিৰো সদস্য আছিল। তেওঁ এই ক্ষেত্ৰত বিশেষ ভূমিকা লৈছিল।

অসমীয়া আলোচনী হিচাপে গুণাভিৰাম বৰুৱাই সম্পাদনা কৰা 'আসাম-বন্ধু' (১৮৮৫-৮৬ খ্ৰী.) শীৰ্ষক আলোচনীখনৰ এটা ঐতিহাসিক মূল্য আছে। এই প্ৰসংগত লক্ষ্মীনাথ বেজবৰুৱাই কৈছে— "অসম গৌৰৱ ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰে তেওঁৰ 'চৰকাৰী কৰ্ম' জীৱনৰ শেষৰ কালে, 'আসাম-বন্ধু' নামৰ এখন অসমীয়া মাহেকীয়া কাকত উলিয়াইছিল। সেই কালত কলিকতাবাসী অসমীয়া ছাত্ৰসকলৰ সহায়ত 'আসাম-বন্ধু' কলিকতাত ছপা হৈছিল। 'আসাম-বন্ধু'ও অসমত অসমীয়া কাকতৰ প্ৰথম পথ প্ৰদৰ্শক আৰু

সি অসম আৰু অসমীয়া ভাষাৰ প্ৰকৃত বন্ধুৰূপে দেখা দিছিল। 'আসাম-বন্ধু'ৰ পাতত বিদ্বান লম্বোদৰ বৰাৰ কাপৰণৰা ওলোৱা 'সদানন্দৰ কলাঘুমটি', শ্ৰদ্ধাস্পদ শ্ৰীযুত সত্যনাথ বৰাৰ সুন্দৰ কবিতাকেইটি আৰু বুৰঞ্জীবিজ্ঞ ৰায়বাহাদুৰ সম্পাদক ডাঙৰীয়াৰ 'আগৰ দিন-এতিয়াৰ দিন'ৰ দৰে ঐতিহাসিক প্ৰবন্ধবোৰে মোৰ মন বৰকৈ আকৰ্ষণ কৰিছিল। দুখৰ বিষয় 'আসাম-বন্ধু'ও সৰহ দিন নাথাকিল।" (মোৰ জীৱন-সোঁৱৰণ)

'ন চ জ্ঞানাত্ পৰং বলম্' বাণী শিৰত লৈ জন্মলাভ কৰা মাহেকীয়া আলোচনী 'আসাম বন্ধু'ত সাহিত্য, বিজ্ঞান আৰু শিল্প সম্বন্ধে আলোচনা প্ৰকাশ পাইছিল। আলোচনীখনৰ ৰচনা ৰীতি সম্পৰ্কে সম্পাদকে কৈছে — 'ৰচনা-চাতুৰ্য্য আমাৰ নাই আৰু তাক দেখোৱা আমাৰ উদ্দেশ্য নহয়। ব্যাকৰণৰ সূত্ৰ লই আমি বাক্-বিতণ্ডা নকৰোঁ। পৰৰ প্ৰশংসা বা পৰৰ নিন্দাৰ আমি ওচৰ নাচাপোঁ। ৰতৰা কোৱাও আমাৰ বাবে নহয়। আমাৰ উদ্দেশ্য সামান্য। সেইয়ে - সাধাৰণৰ মনোৰঞ্জন আৰু জ্ঞান চৰ্চা।" (আসাম বন্ধু, প্ৰথম ভাগ, প্ৰথম সংখ্যা, মাঘ শক-১৮০৬, ইংৰাজী ১৮৮৫, পৃঃ-২)। প্ৰথম বছৰৰ প্ৰথম সংখ্যাৰ সূচীপত্ৰ হ'লঃ (১) আৰম্ভণ (আসাম বন্ধু), (২) আগৰ দিন-এতিয়াৰ দিন (প্ৰথম অধ্যায়,দ্বিতীয় অধ্যায়-গু.ৰ.),(৩) আসামবাসী (কবিতা, ভোলানাথ দত্ত)(৪)দেশীয় পৰিচ্ছদ(গু.ৰ.),(৪)সদানন্দৰ কলাঘুমটি (স্যদানন্দ তথা লম্বোদৰ বৰা), (৫) গোলাপ ফুল (ক. সত্যনাথ বৰা), (৬) গাৰো-বৃত্তান্ত (ৰত্নেশ্বৰ মহন্ত)। এই কাকততে লক্ষ্মীনাথ বেজবৰুৱাৰ মৃত্যু-শয্যা কবিতা (১ম খণ্ড-ষষ্ঠ সংখ্যা) আৰু হেমচন্দ্ৰ গোস্বামীৰ বিজুলী, প্ৰকৃতি কবিতা (দ্বিতীয় খণ্ড, ১, ২ সংখ্যা) প্ৰকাশ হয়। আসাম বন্ধুৰ চৈধ্যটা সংখ্যা প্ৰকাশ হয়; দ্বিতীয় ভাগ- ৩ / ৪ৰ্থ সংখ্যা ওলোৱা পিছত ইয়াৰ প্ৰকাশ বন্ধ হয়। এই আলোচনীয়ে এচাম লেখক সৃষ্টি কৰে। লম্বোদৰ বৰাৰ ব্যঙ্গ-ৰচনা অতুলনীয়। যেনে—"কেতিয়াবা কানী-টিকিবাৰ ছাট মাৰি ধোঁৱাৰে ঘৰ গোটেইটো ভৰাই দিছিলোঁ; কেতিয়াবা টিকিবা এৰি পায়স, কুঁহিয়াৰ, গুড়, গাখীৰ, মালভোগ কল, বৰা চাউলৰ পিঠা আদি কৰি সোৱাদ বস্তু খাই মুখ তপালিছিলোঁ; কেতিয়াবা লগৰীয়া ভকতসকলে সহিতে নানা বিষয়ৰ মেল পাতিছিলোঁ, — আসামৰ উন্নতি, ভাৰতৰ একতা, বিদেশীৰ অত্যাচাৰ, অসমীয়া চাহাব, মাচখোৱা, ভাতখোৱা আৰু কত কথাৰ মেল; কেতিয়াবা কেতিয়াবা ধপাত, তামোল, ভাঙ হ'লে ব্ৰাহ্মণ সেৱাৰে অনা এটুপি ব্ৰাণ্ডী, অভাৱত দুচকল চৰাইৰ তজা মঙহ আদি বিবিধ দেৱ-পূজাৰ

দ্ৰব্যৰেও দশ-ইন্দ্ৰিয়ৰ পূজা কৰা গৈছিল; মাজে মাজে কলাঘুমটিৰে মিত্ৰতা কৰি, কেতিয়াবা হলি, কেতিয়াবা পড়ি, কেতিয়াবা বৰশি বাই, ঘামি-কাঁহি, হাঁহি-হাঁমিয়াই, সংসাৰৰ লেঠালৈ একেবাৰে পিঠি দি পৰমানন্দ-সাগৰত বুৰ মাৰিছিলো,— আহা! কেনে সুখ, কেনে আনন্দ, কেনে দেৱ-দুৰ্ল্লভ জীৱন!—এনে সময়ত,—এনে সুখৰ সময়ত কিয় আপুনি মোলৈ সেই চিঠিখন লিখিলে? বোলো সম্পাদক মহাশয়, কিয় আপুনি মোৰ কলমটীয়া টোপনিটো ভাঙ্গি মোক দুখ-সমুদ্ৰত ডুবাব ধৰিলে"(সদানন্দৰ কলাঘুমটি, আ.ব., ১ম ভাগ, ১ম সংখ্যা)।

হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী'ৰ ব্যঙ্গৰ পিছতে লম্বোদৰ বৰাৰ ব্যঙ্গ ৰচনা।

গুণাভিৰাম বৰুৱাৰ ৰচনা-ৰীতি হেমচন্দ্ৰৰ লগত নিমিলে। 'আসাম বন্ধু' আৰু হেমচন্দ্ৰৰ 'আসাম-নিউজ'ক কেন্দ্ৰ কৰি দুটা সাহিত্যিক চক্ৰৰ উদ্ভৱ হৈছিল। দুয়ো যেন দুটি শিক্ষালয়। পদ্মনাথ গোহাঞি বৰুৱাই মন্তব্য কৰিছে, "...অসমীয়া সাহিত্য ক্ষেত্ৰত ইবিলাক দুয়ো দুখন সুকীয়া স্কুলৰ দৰে আছিল। এখনত (হেমচন্দ্ৰ বৰুৱা) খাচ অসমীয়া আৰু ইখনত (গুণাভিৰাম বৰুৱা) সংস্কৃতীয়া শব্দ প্ৰয়োগৰ ধাউতি প্ৰবল আছিল। ... কালৰ গতিত এতিয়া দুয়োখন স্কুলৰ ছাত্ৰ একপন্থীয়া হৈ আটাইবিলাক আগৰখন (খাচ অসমীয়া) স্কুলত ভৰ্ত্তি হৈছে। পাছৰখন (সংস্কৃতীয়া) স্কুল এৰা পৰিছে" (অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ পৃঃ ১৭)। এই প্ৰসঙ্গত বেজবৰুৱা উক্তিৰে কথাৰ সামৰণি মাৰিব পাৰি—"...অসমীয়া ভাষাৰ মহাৰথীদ্বয় 'আসাম নিউচ' আৰু 'আসাম-বন্ধু'ৱেই আধুনিক আৰ্হিত অসমীয়া গদ্য আৰু পদ্য-সাহিত্য সৃষ্টিৰ অৰ্থে Spade-work, কোৰৰ কাম কৰে, অৰ্থাৎ মাটি কুৰি চহাই দিয়ে।... মুঠতে ইয়াকে কওঁ যে- অসমীয়া ভাষাত সকলো অসমীয়াৰ মনোৰঞ্জন কৰি সুললিত, সৰল, ৰসাল অথচ ওখ শাৰীৰ গদ্য ৰচনা যে হ'ব পাৰে, এইটো 'আসাম-নিউচ' আৰু 'আসাম বন্ধু'ৱেই প্ৰথমতে দেখুৱালে।" (মোৰজীৱন-সোঁৱৰণ)

# ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা

উনবিংশ শতিকাৰ আগভাগত যিকেইজন বৰেণ্য পুৰুষে এই ৰাজ্যত জন্মগ্ৰহণ কৰি নিৰুৎসাহিত, নিষ্পেষিত, নিষ্প্ৰভ আৰু হীনমন্যতাত ভোগা অসমীয়া জাতিক নাজল-নাথল অৱস্থাৰ পৰা উদ্ধাৰ পাবৰ আৰু অসমীয়া ভাষাক স্বকীয় আসনত প্ৰতিষ্ঠাৰ হকে অহোপুৰুষাৰ্থ কৰি গ'ল, সেইসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকন(১৮২৯-৫৯), হেমচন্দ্ৰ বৰুৱা(১৮৩৫-৯৬) আৰু গুণাভিৰাম বৰুৱা(১৮৩৪-৯৪) স্মৰণীয় পুৰুষ। এই তিনিজনৰ ভিতৰত হেমচন্দ্ৰৰ জীৱন আৰু কৰ্মৰ কথা সুঁৱৰি তেওঁৰ মৃত্যু শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি নিবেদন কৰাই আমাৰ উদ্দেশ্য।

মুক্তাৰাম বৰুৱা (মিছামৰা মৌজাৰ মৌজাদাৰ) আৰু তেওঁৰ দ্বিতীয়া পত্নী ৰূপহী দেৱীৰ গৰ্ভত ১৭৫৭ শকৰ ২৪ আষাঢ় মঙ্গলবাৰে দেৱগাঁৱৰ ৰজাবাহৰত হেমচন্দ্ৰ বৰুৱা ওপজে। সেই সময়ত উক্ত স্থানত আনুষ্ঠানিক শিক্ষাৰ ব্যৱস্থা নথকাৰ কাৰণে বাপেকে তেওঁক ঘৰতে সংস্কৃত শিকায়, অৰ্থাৎ ন বছৰ বয়সত বিদ্যাৰম্ভ কৰে। পোনতে শব্দ-সন্ধা, তাৰ পিছত আখৰ চিনাকি— এনেদৰেই সংস্কৃত শিকা আৰম্ভ কৰি ১৭৬৯ শকত ব্যাকৰণ পঢ়ি 'সন্ধিত কিছু ব্যুৎপত্তি' জন্মে। এই সময়ত ৰজাবাহৰ আৰু ওচৰৰ গাঁওবোৰত 'বিসূচিকা' ৰাক্ষসীয়ে উগ্ৰমূৰ্তি ধাৰণ কৰে। আয়ুৰ্বেদ শাস্ত্ৰত নিপুণ মুক্তাৰামে ভালেমান গঞা ৰাইজক ৰোগমুক্ত কৰিলে; কিন্তু তেওঁ নিজে সেই ৰোগত আক্ৰান্ত হৈ মৃত্যুমুখত পৰিলত পৰিয়ালটো নিঠৰুৱা হ'ল।

সেই সময়ত মুক্তাৰামৰ খুৰাকৰ পুতেক লক্ষ্মীনাথ গজপুৰীয়া বৰুৱা শিৱসাগৰ কচাৰীত কলেক্টৰী চিৰস্তাদাৰ আছিল। তেৱেঁই আপদ কালত ককায়েকৰ পৰিয়ালটিক শিৱসাগৰলৈ লৈ যায়।

দদায়েকে হেমচন্দ্ৰক মাহে চাৰি টকা দৰ্মহাত শিক্ষা-নবিচ পদত নিয়োগ কৰায়। হেমচন্দ্ৰই নিতৌ কচাৰীত বঙলা লিখিব-পঢ়িবলৈ শিকি পুৱা-গধূলি উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ পঢ়াশালিত সংস্কৃত পঢ়িবলৈ ধৰে। তেওঁৰ দদায়েক ইংৰাজী শিক্ষাৰ সমূলি বিৰোধী আছিল। সেয়েহে হেমচন্দ্ৰই লুকাই-চুৰকৈ ইংৰাজী শিকে। এইদৰে পঢ়াশালিলৈ নোযোৱাকৈ নিজৰ কামৰ মাজতে

ছেগ চাই আনৰ সহায় লৈ ইংৰাজী ভাষা আয়ত্ত কৰে। তেওঁ যেনে দৃঢ় সংকল্পী, তেওঁৰ বুদ্ধিও সমানেই প্ৰখৰ আছিল। এই প্ৰসংগত কনকলাল বৰুৱাই লিখিছে, "তেওঁৰ সময়ত তেওঁ অসমীয়াৰ ভিতৰত এজন বিশেষকৈ ইংৰাজী জনা লোক আছিল। দূৰৈৰ ঠাই আৰু ভিন জিলাৰ মানুহেও তেওঁৰ দ্বাৰাই ইংৰাজীত দৰ্খাস্ত লিখিবলৈ তেওঁৰ ওচৰলৈ আহিছিল।" তেওঁ ইংৰাজীতে লিখা 'অসমীয়া বিবাহ পদ্ধতি' (ন'টচ্ অন দি মেৰেজ চিষ্টেমচ্ অব দি পিপল্‌ছ অব আছাম) পুথিখনেই তেওঁৰ ইংৰাজী ৰচনাৰ নিদৰ্শন বুলিব পাৰি।

১৮৫৮ চনত হেমচন্দ্ৰ বৰুৱাই ছমাহৰ বাবে গোলাঘাটৰ ৰেভিনিউ পেস্কাৰ পদত নিযুক্তি পায়। তেওঁ তাৰ পৰা ঘূৰি আহি শিৱসাগৰ ইংৰাজী স্কুলত অস্থায়ীভাবে দ্বিতীয় শিক্ষক হয়। তাৰ পিছত মাহে পঁচিশ টকা দৰ্মহাত ৰেভিনিউ মহাফেজ পদত নিযুক্তি পায়। ১৮৬২ চনত অসমৰ জুডিশ্যিয়েল কমিছনাৰ মেজৰ জেনেৰেল এগ্নিউৱে হেমচন্দ্ৰক তেওঁৰ আদালতৰ(গুৱাহাটী) 'ট্ৰেনশ্লেটৰ বা ভাষা-ভংগা কাকতী' পাতিলে। তেওঁ সেই কাৰ্যালয়ত চাকৰি কৰি শেহত কাৰ্যালয়ৰ অধীক্ষকৰ পদলৈ উন্নীত হৈ ১৮৮১ চনত অৱসৰ গ্ৰহণ কৰে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে হেমচন্দ্ৰক শিৱসাগৰৰ ডেপুটি ইন্সপেক্টৰ-পদ যচা হৈছিল; কিন্তু এগ্নিউ চাহাবে হেমচন্দ্ৰক তেওঁৰ কাৰ্যালয়ৰ মুখ্য সহকাৰী পদত নিযুক্তি দিয়াত তেওঁ শিক্ষা বিভাগৰ চাকৰি গ্ৰহণ নকৰিলে। তেওঁক দুবাৰকৈ অস্থায়ী ভাবে 'একষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ' পদ যচা হৈছিল, কিন্তু তেওঁ সেই পদো গ্ৰহণ নকৰিলে। সম্ভৱ অসমীয়া সাহিত্যৰ অতি প্ৰয়োজনীয় অভাৱ পূৰণ কৰিবৰ নিমিত্তে তেওঁ স্থিতপ্ৰজ্ঞ হৈ থাকিল।

হেমচন্দ্ৰৰ বৈবাহিক জীৱনৰ বৰ বেছি কথা জনা নাযায়। তেওঁ গুৱাহাটীলৈ যোৱাৰ (১৮৬২ চন) আগতে বিবাহ কৰে। আত্ম-জীৱনীত তেওঁ লিখিছে, "মই শিৱসাগৰ এৰি অহাৰ সময়ত তেওঁ(হেমচন্দ্ৰৰ পত্নী) সগৰ্ভা আছিল। পাছে ইং ১৮৬৩ শকত এটি ছোৱালী পাই ইং ১৮৬৫ শকৰ নবেম্বৰ মাহত জহনী ৰোগৰ হাতত প্ৰাণ সমৰ্পিলে।" এইগৰাকী কন্যাৰ নাম সাৰদা দেৱী, অন্য নাম পদ্মাৱতী। তেওঁক জাঁজী শিমলুগুৰি মৌজাৰ তামুলী বৰুৱাৰ ঘৰৰ নিৰাময় বৰুৱা মৌজাদাৰলৈ বিয়া দিয়া হৈছিল।

হেমচন্দ্ৰ বৰুৱাৰ সময়ত একাধিক বিবাহৰ প্ৰচলন আছিল; কিন্তু হেমচন্দ্ৰৰ যুক্তিবাদী মনে সোঁতত গা উটুৱাই নিদিলে। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ নিচিনাকৈ তেওঁৰ যুক্তিবাদী মনে দ্বিতীয় বিবাহ সমৰ্থন নকৰিছিল। তেওঁ বিধৱা

বিবাহৰ সমৰ্থক আছিল। সেয়েহে তেওঁ কৈছিল, "আজিকালি আমাৰ সমাজৰ অৱস্থালৈ চাই ভাৰ্যা-মৰা পুৰুষে পুনৰায় বিয়া কৰা গোটেই নিন্দনীয়। মই ভাবি চালোঁ মোৰ ভাৰ্যাৰ নহৈ মোৰ মৃত্যু হোৱা হ'লে তেওঁৰ কি অৱস্থা হ'লহেঁতেন। তেওঁ মৰিছে, তথাপি মোৰ ইচ্ছা হ'লেই মই এটা কিয় তিনিটা বা অধিক বিয়া কৰিব পাৰোঁ, কিন্তু বিধৱা হোৱাৰ পিছত পুনৰ বিয়াৰ নাম লোৱা মানে তেওঁৰ জাতি গ'লহেঁতেন, সমাজে বৰ্জিলেহেঁতেন আৰু তেওঁ জীৱন্ততে মৰা যেন হৈ থাকিলেহেঁতেন। ই কেনে অসংগত, কেনে অযুগুত! এতেকে পুনৰায় বিয়া কৰাটো মোৰ উচিত নহয়।"

অসম ইংৰাজৰ অধীন হোৱাৰ কেইবছৰমানৰ পিছতে অসমীয়া ভাষা ১৮৩৬ চনত অসমৰ পঢ়াশালি আৰু আদালতৰপৰা অপসাৰিত হ'ল। তাৰ ঠাইত বঙলা ভাষাৰ প্ৰচলন হ'ল। অসমীয়া ভাষাৰ ওপৰত এইটো বাঘ-ঢকা। তিনি-চাৰি বছৰ বঙলা পঢ়ি যি ভাষা শিকিছিল সি প্ৰকৃততে হাস্যকৰ। এই প্ৰসংগত স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনৰ অভিজ্ঞতাৰ কথা উল্লেখ কৰিব পাৰি। তেওঁ নগাঁৱৰ কোনো এখন পঢ়াশালিলৈ গৈ কেইশাৰীমান কথা অসমীয়াৰপৰা বঙলালৈ নিবলৈ কোৱাত এজন বালকে ক'লে, "অহং স্থানতঃ অনেক বালক স্থিত হইছে। অহং এই গ্ৰাম চাৰি ভংগ হইয়া গমন কৰা হইল। দীনহীন ব্যক্তিয়ে নিজ্যে বিহং কৰিয়া কৰ্ম কৰে আৰু অন্ন উলিয়াই।" হেমচন্দ্ৰ বৰুৱাই তেওঁৰ 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী' নামৰ পুথিত কচাৰীৰ হেড কেৰাণীজনৰ কথা কৈছে, "তেওঁ মাতৃ-ভাষা ক'বলৈ অলপ লাজ পায়, বঙালী কথাৰ লগত ইংৰাজী মিহলাই ক'ব পাৰিলেই পুৰুষালি হয় বুলি ভাবে আৰু ডাংকোপ মাৰি কয়, "আমৰা educated man, prejudice and superstition হইতে free হয়েছি।" (৪ৰ্থ তাণ্ডৱণ, ১৮৩০ শক)। অসমীয়া ভাষাৰ এই বিপৰ্যয়ৰ বৰ্ণনা পোৱা যায় যজ্ঞৰাম খাৰঘৰীয়া ফুকন বিৰচিত 'হৰ্ স-বিসাদ বিষয়ক ৰচনা'(১৭৯১ শক) নামৰ পুথিত।

এনে পৰিস্থিতিত হেমচন্দ্ৰ বৰুৱাৰ ঐতিহাসিক ভূমিকা উলাই কৰিব পৰা বিধৰ নহয়। যি সময়ত স্কুলত বঙালী, কচাৰীত বঙালী, ডেকাবিলাকৰ আলাপত বঙালী আৰু তেওঁবিলাকৰ চিঠিতো বঙালী ভাষা চলিছিল', সেই সময়ত কেৰাণী হেমচন্দ্ৰই প্ৰভুত অধ্যয়ন, অধ্যৱসায় আৰু একচিত্তে অসমীয়া ভাষাৰ ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰাৰ উপৰি আমাৰ ভাষাক যুগোপযোগী ভাৱপ্ৰকাশৰ নিটোল ৰূপ দিয়ে।

ইং ১৮৫৯ শকটো অসমৰ নিমিত্তে স্মৰণীয় বছৰ। এই বছৰতে

অসমীয়া ভাষা পুনৰ্বাসনৰ কাৰণে অহোপুৰুষাৰ্থ কৰা আৰু 'অসমীয়া ল'ৰাৰ মিত্ৰ' পুথি-প্ৰণেতা আনন্দৰাম ঢেকিয়াল ফুকনৰ অকাল বিয়োগ ঘটে। আনহাতে এই শকতে হেমচন্দ্ৰৰ প্ৰথম অসমীয়াতে লিখা 'অসমীয়া ভাষাৰ ব্যাকৰণ' শিৱসাগৰৰ আমেৰিকান বেপ্টিষ্ট মিছন প্ৰেছৰ পৰা প্ৰকাশিত হয়। অসমীয়া ভাষা প্ৰচলনৰ দাবী সাব্যস্ত কৰাত এনে পুথিৰ গুৰুত্ব অধিক। এই ব্যাকৰণৰ ভূমিকাত হেমচন্দ্ৰই কৈছে — 'অসমীয়া ভাষা সংস্কৃত মূলিকা হেতু, এই ব্যাকৰণ সংস্কৃত ভাষাৰ ব্যাকৰণৰ প্ৰণালীৰে লিখি স্থানবিশেষে অন্য ভাষাৰ ব্যাকৰণৰ পৰাও অনেক কথা ইয়াত প্ৰবিষ্ট কৰা হৈছে। সুতৰাং ইয়াৰ দ্বাৰা যে, কেৱল অসমীয়া ভাষা শিকাতেহে সাহায্য পোৱা যায় এনে নহয়; কিন্তু সংস্কৃত আৰু বঙালী প্ৰভৃতি শিকাসকলেও কিছু কিছু উপকাৰ পাব, এনে আশা কৰা যাব পাৰে। পৰন্তু নিজ ভাষা ভালৰূপে জানিলে অন্য ভাষা শিকিবলৈ উজু হয় আৰু তাকে নেজানিলে যে বিদেশী ভাষা শিকা টান, ইয়াক কোৱা বাহুল্য মাত্ৰ।

কিন্তু অসমীয়া ভাষাৰ ব্যাকৰণৰ এয়েঁই প্ৰথম সৃষ্টি, অতএব ইয়াত কোনো দোষ থাকিলে, তাক পণ্ডিত মহাশয়সকলে গ্ৰহণ নকৰি বৰং আমাক জনালে আমি কৃতজ্ঞ মনেৰে ইয়াক পুনৰমুদ্ৰিত কৰিবৰ সময়ত তাক সংশোধন কৰিমহঁক।"(যোগেন্দ্ৰনাৰায়ণ ভূঞা, হেমচন্দ্ৰৰ অসমীয়া ল'ৰাৰ ব্যাকৰণ)। এই ব্যাকৰণ ১৮৭৩ চনত সংশোধন কৰি 'অসমীয়া ব্যাকৰণ' নামত প্ৰকাশ কৰা হয়। ১৮৫৯ চনত তেওঁ ২৪ বছৰীয়া ডেকা। পুথি ৰচোঁতাৰ নাম হেমচন্দ্ৰ শৰ্মা।

তেওঁ 'অৰুণোদয়' সংবাদ পত্ৰৰ তথা আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলৰ আখৰ-জোঁটনি ৰীতিৰ সমূলি বিৰোধী আছিল। তেওঁ ব্ৰন্সনৰ অভিধানৰ (১৮৬৭ চন) প্ৰসংগত কৈছে —"আমাৰ ভাষাৰ অভিধান মুঠেই নাই বুলিলেও গোটেই মিছা কোৱা নহয়, কিয়নো যদিও শিৱসাগৰৰ মিছনেৰীবিলাকে এই ভাষাৰ এখনি অভিধান যুগুত কৰিবলৈ বিস্তৰ দিন যত্ন কৰি বহুত শব্দ গোটোৱাত ১৮৬৭ খ্ৰীষ্টিয়ান শকত পাদ্ৰী ব্ৰন্সন চাহাবে তাক সমাপ্ত কৰি ছপালে; কিন্তু তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ আৰু অৰ্থৰ কথাতো সি যেনে হ'ব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোঁতাবিলাকৰ তাৰপৰা একো উপকাৰ হোৱা নাই, আৰু নহয়ো । এই অসুচল গুচাবৰ মনেৰে কিছু বছৰৰ আগেয়ে বৰ্তমান লিখকে 'হেমকোষ' নাম দি এখন ডাঙৰ অভিধান যুগুত কৰে। তাত নিশ্চয় কৰিব পৰা যায় মানে— প্ৰত্যেক শব্দৰ

মূল আৰু অসমীয়া প্ৰতিশব্দ বা ব্যাখ্যাৰ পিছত ইংৰাজী অৰ্থ দিয়া গৈছে। ইয়াত বাজে সমাৰ্থক শব্দবিলাকৰ ব্যাখ্যা আৰু উদাহৰণ, আৰু অৰ্থৰে সৈতে ভালেমান সদায়ে ব্যৱহৃত ভাবুক খণ্ড-বাক্য (idiomatical phrases)সন্নিবিষ্ট হৈছে। সংক্ষেপকৈ ক'ব লাগিলে ওৱেবষ্টাৰৰ ইংৰাজী অভিধান তাৰ আৰ্হি, আৰু সেই পুথিকে চানেকি কৰি তাক লিখা হৈছে। কিন্তু সি ইমান ডাঙৰ হৈ পৰিল যে ৰবিন্সন ক্ৰুচোৰ নাৱৰ দৰে তাক অকলে লৰোৱা অসম্ভৱ হ'ল"(আত্ম-জীৱনচৰিত)। এই পাণ্ডুলিপি প্ৰসংগত পদ্মনাথ গোহাঞি বৰুৱাই লিখিছে, "তেখেতে মোৰ অনুৰোধ ৰক্ষা কৰিবলৈ বুলি ততালিকে উঠি গৈ ভিতৰৰ পৰা প্ৰকাণ্ড হাতেলিখা 'হেমকোষ' অভিধান বহীখন বুকুত সাৱটি ধৰি হেপোৰ-টেপোৰকৈ লৈ আহি মোৰ আগত মেজত থলে। দেখা মাত্ৰকে মই সেই হাতে-লিখা প্ৰকাণ্ড গ্ৰন্থৰ কৰ্তাজনৰ প্ৰতি মোৰ ভক্তি কৃতজ্ঞতাৰে উদ্‌গীৰণ অন্তৰত উপচি পৰিল।"(মোৰ সোঁৱৰণী)

হেমচন্দ্ৰ বৰুৱাই এই অভিধান প্ৰকাশ কৰিব নোৱৰাৰ মাই কাৰণ হ'ল তেওঁৰ নিঃসংগ জীৱন আৰু সঘনে হোৱা বাত-বেমাৰ। এই অভিধানখন ১৯০০ চনত ছাৰ এডোৱাৰ্ড গেইট আৰু হেমচন্দ্ৰ গোস্বামীৰ উদ্যোগত অসম চৰকাৰে প্ৰকাশ কৰে। হেমকোষ হেমচন্দ্ৰৰ জীৱন-জোৰা সাধনাৰ ফল।

ইয়াৰ উপৰি তেওঁ 'গাৱঁলীয়া পঢ়াশালিবিলাকৰ কাৰণে' পঢ়াশলীয়া অভিধান যুগুত কৰে। এইখনো হেমচন্দ্ৰৰ মৃত্যুৰ পিছত প্ৰকাশ পায়। তেওঁ 'সংক্ষিপ্ত হেমকোষ' নামেৰে আন এখন অভিধান প্ৰণয়ন কৰিছিল কিন্তু সেই পুথিৰ পাণ্ডুলিপি হেৰাল।"

মুঠৰ ওপৰত 'অসমীয়া ব্যাকৰণ' আৰু 'হেমকোষ' হেমচন্দ্ৰৰ 'অক্ষয় কীৰ্তি'।

হেমচন্দ্ৰই 'কানীয়াৰ কীৰ্তন'(১৮৬১) নামৰ এখন উদ্দেশ্যধৰ্মী নাটক ৰচনা কৰে। ইয়াত কানি-খোলাৰ সামাজিক চিত্ৰ পোৱা যায়। ১৮৯৩ চনত তেওঁক কলিকতাত ভাৰতীয় কানি আয়োগৰ আগত সাক্ষী দিবলৈ নিমন্ত্ৰণ কৰা হৈছিল। কিন্তু তেওঁ যাব নোৱাৰি এটা টোকা পঠিয়ায়, আৰু উপেন্দ্ৰনাথ বৰুৱাই কৰা 'কানীয়াৰ কীৰ্ত্তন'ৰ ইংৰাজীৰ অনুবাদটি আয়োগৰ হাতত দিছিল।

তেওঁৰ 'বাহিৰে ৰং চং, ভিতৰে কোৱা ভাতুৰী'(১৮৭৬)উপন্যাস শাৰীৰ পুথি। ইয়াত তীব্ৰ ব্যংগ প্ৰকাশ পাইছে। আনকি নামবিলাকতো(যেনে-কোৰখনীয়া সত্ৰ, ভণ্ডেশ্বৰ বৰুৱা, মৰ্কটেশ্বৰ ফুকন ইত্যাদি)শ্লেষ নিহিত আছে। এই গ্ৰন্থখনিৰ ৰচয়িতা সোণাৰ চাঁদ ডেকা বৰুৱা তথা হেমচন্দ্ৰ বৰুৱা ।

হেমচন্দ্ৰৰ জীৱিত কালত এই পুথিৰ তিনিটা তাঙৰণ প্ৰকাশ হয়।

বাহিৰে ৰং চং, ভিতৰে কোৱা ভাতুৰী পুথিত ঠায়ে ঠায়ে 'চাৰকাজম', 'উইট', 'আইৰনি', আদি পোৱা যায়। গোবৰ্দ্ধন দেউ আতা প্ৰসংগত লিখিছে, "আমাৰ প্ৰভু জগন্নাথ যিখনি শিচ গাঁৱত সোমায়, তাৰ কল্মষ গুচাবৰ নিমিত্তে তাক জহনীয়ে চোচা পেটতকৈও নীৰস কৰিহে এৰে" (পৃঃ ৫); ভগেশ্বৰ বৰুৱাৰ লোটনি-বিদ্যাৰ প্ৰসংগত কৈছে, "এই বিদ্যাত তেওঁ এনেহে পণ্ডিত যে, হাকিমসকলৰ ভৰিৰ পৰা তেওঁৰ হাতৰ বিচ্ছেদেই নাই, আৰু অকল এই বিদ্যাৰেই সকলো হাকিমক বশ কৰে" (পৃঃ ১৪), ইত্যাদি। এই পুথি প্ৰসংগত মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্যই মন্তব্য কৰিছে, "শ্ৰীযুত সোণাৰচাঁদ ডেকা বৰুৱাৰ 'বাহিৰে ৰং চং, ভিতৰে কোৱা ভাতুৰী" পুথিয়েই অসমৰ বেদ বা ধৰ্মশাস্ত্ৰ।' হেমচন্দ্ৰক অসমীয়া ব্যংগ সাহিত্যৰ বাটকটীয়া বুলিব পাৰি।

হেমচন্দ্ৰক অসমৰ সমাজতত্ত্বৰো বাটকটীয়া বুলিব পাৰি। তেওঁ অনা-অসমীয়া তথা অসমীয়া ভাষা নজনা লোকৰ কাৰণে ইংৰাজীত লিখা অসমৰ মানুহৰ বিবাহ পদ্ধতি(নট্‌চ অন দি মেৰেজ চিষ্টেমচ্ অব দি পিপলছ অব আছাম, ১৮৯২) পুথিখন ৰচনা কৰে। ইয়াত উজনি-নামনিৰ বিবাহ পদ্ধতি, আহোম, মিছিং, কছাৰী আদিৰ বিবাহৰো বিৱৰণ আছে।

তেওঁ 'অসমীয়া লৰাৰ আদিপাঠ' তিনিছোৱা ৰচনা কৰে। এইখন এখন ঐতিহাসিক পাঠ্যপুথি বুলিব পাৰি। ৰচোঁতা হেমচন্দ্ৰ শৰ্মা, যেন ঈশ্বৰচন্দ্ৰ শৰ্মাৰ আৰ্হি। এই পুথিৰ আগছোৱা ১৮৭৫ চনত, মাজছোৱা আৰু শেষছোৱা ১৮৭৬ চনত অসম চৰকাৰে প্ৰকাশ কৰে। এই পুথিৰ বাবে হেমচন্দ্ৰই পাঁচশ টকা বটা পায়।

আদিপাঠৰ বাক্যবোৰ নীতিশিক্ষামূলক। যেনে— "হে মোৰ প্ৰিয় লৰাটি হঁত ! তোমালোকে পাৰেমানে পঢ়িবলৈ শিকা, আৰু তাকে জানিলে আপোনাৰ বোপা-ককাৰ বৃত্তিলৈ ঘিণ নকৰিবা। কিন্তু সেই কাম আগতকৈও ভালকৈ কৰিবৰ উপায় চিন্তিবা, তেহে তোমালোকৰ আৰু দেশৰো সুখ বাঢ়িব। তাকে নকৰি বিষয়লৈ বাউল হ'লে কিবা জানি দুইফাল হেৰুৱাই বৰ দুখত পৰিবা। পাচত পেট পুহিবৰ কাৰণে চুৰ কৰা, ডকা দিয়া আদি জগৰ কৰি ক দীশাললৈ যাব লাগিব পাৰে। অলপ পঢ়িব জানি আপোনাৰ ব্যৱসায়লৈ ঘিণ কৰা কেতবিলাক মানুহৰ তেনে দশা দেখা গৈছে। বিশেষ বিষয় ছাইৰ আলি, আজি আছে, কালিলৈ নাই। কিন্তু হাতৰ কাম হ'লে 'যাবে জীৱন্তি'। আৰু লোকৰ চাকৰ হৈ ঘোঁৰাত উঠি ফিটাহি মৰাতকৈ আপোন বশে হাতে অৰ্জা

ভাত খাই খোজ কাঢ়ি ফুৰা ভাল, এই কথালৈও মন কৰিবা”(আপোনাৰ ব্যৱসায় নেৰিবা)।

প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে ‘আদিপাঠ’খন অসম চৰকাৰে প্ৰকাশ কৰিছিল। এই পুথিত ‘ৱ’- বৰ্ণটো ব্যৱহাৰ সম্পৰ্কে চৰকাৰে আপত্তি কৰিলে। এই প্ৰসংগত হেমচন্দ্ৰ আৰু বিদ্যালয় পৰিদৰ্শক ‘মাৰ্টিন’ৰ মাজত পত্ৰ-বিনিময় হয়। হেমচন্দ্ৰই ‘ৱ’ বৰ্ণৰ বৈশিষ্ট্য সম্পৰ্কে কেইবাখনো চিঠি লিখিলে। তেওঁৰ অকাট্য যুক্তিত পতিয়ন গৈ চৰকাৰে ‘ৱ’ আখৰৰ ব্যৱহাৰ সম্পৰ্কে আপত্তি তুলি ল’লে। এইদৰে হেমচন্দ্ৰই কাপেৰে ৰণ কৰি তাত জয় লাভ কৰি অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰিলে।

হেমচন্দ্ৰৰ ‘পাঠ-মালা’ নানা সংস্কৃত আৰু ইংৰাজী পুথিৰ পৰা সংগৃহীত এখন উল্লেখযোগ্য পাঠ্যপুথি। ইয়াত নিজ ৰচনাৰ উপৰি পঞ্চতন্ত্ৰ, ৰামায়ণ, মহাভাৰত আদি পুথিৰ পৰা আহৃত বিভিন্ন ধৰণৰ পাঠ আছে। এই ১৩২ পিঠীয়া পুথিখন পাঁচোটা অধ্যায়ত বিভক্ত। পুথিৰ গদ্য-ৰীতি সৰস, প্ৰাঞ্জল আৰু ওজস্বীপূৰ্ণ। পুথিৰ ‘আনন্দৰাম ঢেকিয়াল ফুকন’ পাঠটোৰ উদ্ধৃতি দিয়া হ’ল — “অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে ফুকন বৰ যত্নৱান আছিল। আৰু তাৰ হিত আৰু অহিত, দুয়ো পক্ষে সৈতে সেই ভাষাৰ বিষয়ে অনেক বাদানুবাদ কৰিছিল। তেওঁ অসমীয়া ভাষাৰ কেৱল উন্নতিৰ নিমিত্তে চেষ্টা কৰিয়েই ক্ষান্ত নাছিল; বঙ্গালী ভাষা এই দেশৰ ভাষা নহয়, এতেকে তাৰ সলনি কচাৰীৰ কামত আৰু পঢ়াশালিবিলাকত অসমীয়া ভাষা ব্যৱহৃত হোৱা উচিত, এই কথা দেশাধিকাৰসকলক বুজাবলৈও যত্নৱান হৈছিল আৰু সেই বিষয়ে ইংৰাজী ভাষাৰে এখনি পুথি লিখিও প্ৰচাৰিত কৰিছিল। তেওঁৰ যত্নত অসমীয়া ভাষাৰ বহুত উন্নতি হ’ল, আৰু এতিয়া যে সি আদৰ পাইছে, আৰু ৰাজ-কাৰ্যত চলিছে সিও, পাক লাগি, তেওঁৰ পৰিশ্ৰমৰ ফল মাথোন।” ভাষাৰ কেনে নিপোটল গঢ়।

তেওঁ অনুবাদ কৰা স্বাস্থ্য-ৰক্ষা বা গা ভালে ৰাখিবৰ উপায় (ৱে টু হেল্‌থ) নামৰ পুথিখন অনেক কাল বিদ্যালয়ৰ পাঠ্যপুথি আছিল। অনুবাদৰ চানেকি তলত দিয়া হ’লঃ “জহনীঃ ই বৰ সংকটযুক্ত ব্যাধি। ই ধৰা মানুহবিলাকৰ প্ৰায়ে দুটাৰ ভিতৰত এটা মৰে। দূষিত বায়ুৰ দৰে ইয়াৰ কাৰণো এতিয়ালৈকে সম্পূৰ্ণৰূপে বুজা নাই; কিন্তু যিবিলাক উপায়ৰ দ্বাৰা ইয়াক বহুত পৰিমাণে নিবাৰণ কৰিব পাৰি, সেইবোৰ ভালকৈ জনা গৈছে। বায়ুৰ লগত ৰতাহে গছৰ পৰা উৰাই অনা অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ গুটি থাকে। ৰসাল, উপযুক্ত

মাটিত সেই গুটিবিলাক পৰিলে গজি উঠে, মাটি উপযুক্ত নহ'লে সিহঁত নগজে।'

হেমচন্দ্ৰৰ দ্বাৰা সম্পাদিত 'আসাম নিউচ'(১৮৮২-৮৫) এখন যুগান্তকাৰী সাময়িক পত্ৰিকা। এই সাদিনীয়া ইংৰাজী-অসমীয়া বাতৰি কাকতখনে হেমচন্দ্ৰৰ কাপৰ গুণত 'অতি শীঘ্ৰে ওখ ঠাই অধিকাৰ' কৰিলে। এই দ্বিভাষী কাকতৰ ৯০০ মান গ্ৰাহক হয়। চৰকাৰৰ দৃষ্টিত পেলাবলগীয়া স্থানীয় অভাৱ-অভিযোগ আৰু সম্পাদকীয় প্ৰবন্ধ আটাইবোৰ অসমীয়া-ইংৰাজী দুয়োটা ভাষাতে লিখি প্ৰকাশ কৰা হৈছিল। চৰকাৰৰ ৰাজহ-নীতি, অসমীয়া ভাষা-নীতি আৰু বৃটিছ কৰ্মচাৰীবিলাকৰ অসৎ আচৰণ আৰু ব্যৱহাৰৰ প্ৰতি তেওঁৰ লিখা শণাইত শৰৰ নিচিনা আছিল। চৰকাৰে সেই সমালোচনাক মূল্য দিছিল।

অসমৰ ব্যৱস্থা উন্নত কৰিবৰ উদ্দেশ্যে এটা জাতীয় পুঁজি গঠনৰ বাবে ১৮৮২ চনৰ ২৩ জুলাইৰ 'আসাম নিউচ'ত ওলোৱা গোহাৰিখন বংগৰ সুৰেন্দ্ৰনাথ বেনাৰ্জী স্থাপিত 'ডি বেংগলী' কাকতত(১৫ ডিচেম্বৰ,১৮৮২) মুদ্ৰিত হৈছিল।

'আসাম নিউচ'ৰ পুথি সমালোচনাৰ মান উন্নত আছিল। এই কাকতে আখৰ-জোঁটনিৰ কট্‌কটীয়া নিয়ম মানি চলিছিল। তেওঁ তাৰ ব্যতিক্ৰম সহ্য কৰিব নোৱাৰিছিল। এই কট্‌কটীয়া নিয়ম মানি চলাৰ কাৰণে অনেক লোক তেওঁৰ বাক্য-বাণত জৰ্জৰিত হৈছিল।

"'আসাম নিউচ' কাকতৰ গুৰুত্ব সম্পৰ্কে লক্ষ্মীনাথ বেজবৰুৱাই মন্তব্য কৰিছে, 'আসাম নিউচ'খন ভালকৈ পঢ়া ৰোগে মোক ৰৰকৈ ধৰিছিল। কেতিয়া 'আসাম নিউচ' আহিব মই বাটলৈ চাই থাকো আৰু আটাইৰে আগেয়ে মই কাকতখন মেলি পঢ়ো বুলিলে ঠিক কোৱা নহয়, গিলো বুলিলেহে ঠিক হ'ব। বাস্তৱিকতে 'আসাম নিউচ' পঢ়ি তাৰ অসমীয়া লিখাৰ গঢ়ৰ ফালে ভালকৈ মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকো।"(মোৰ জীৱন-সোঁৱৰণ)।

মুঠৰ ওপৰত "আসাম নিউচে যি ভাষা শিকাই গ'ল আজিকালিৰ অসমীয়া গদ্য-ভাষাই তাকেহে আওৰাইছে"(হেমচন্দ্ৰ গোস্বামী)।

সামৰণিত ক'ব পাৰি যে অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ ভৌতিক দেহা পঞ্চভূতত লীন হ'বৰ আজি এশ বছৰ (১৮৯৬, ১৭ মে') হ'লেও চিন্তা আৰু কৰ্মৰ মাজেদি তেঁও জন-মানসত জীয়াই জিলিকি আছে। কীৰ্তিৰ্যস্য

সঞ্জীৱতি। জাতিৰ ইতিহাসৰ দীৰ্ঘ পৰিক্ৰমাত 'হেমকোষ'তকৈ ভাল অভিধান ওলাব পাৰে, নাইবা কোনো লোকে হেমচন্দ্ৰৰ অসমীয়া ভাষাৰ ব্যাকৰণতকৈ অধিক বিজ্ঞানসম্মত ব্যাকৰণ ৰচনা কৰিব পাৰে; কিন্তু হেমচন্দ্ৰই ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰি অসমীয়া ভাষাক বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠিত কৰি আৰু জাতীয় জীৱনৰ সংকট কালত জন্মগ্ৰহণ কৰি অসমীয়া ভাষাৰ স্বাধিকাৰ প্ৰতিষ্ঠাৰ হকে 'সোণাৰচাঁদ ডেকা বৰুৱা'ই তথা হেমচন্দ্ৰ বৰুৱাই অহোপুৰুষাৰ্থ কৰি অসমীয়া ভাষাৰ ধ্বজা উৰুৱাই গ'ল।

জয়তু হেমচন্দ্ৰ বৰুৱা ॥

# শিক্ষক-সাংবাদিক মহেশ্বৰ বৰুৱা

ইয়াণ্ডাবু সন্ধিসূত্ৰে (১৮২৬,২৬ ফেব্ৰুৱাৰী) অসম ইংৰাজৰ শাসনাধীন হ'লেও, উজনি অসম খণ্ড তেতিয়াও ইষ্ট ইণ্ডিয়া কোম্পানীৰ অন্তৰ্ভুক্ত হোৱা নাছিল। এই খণ্ড ১৮৩৯ চনতহে কোম্পানীৰ শাসনাধীন হয়।

১৮৪০ খ্ৰীষ্টাব্দত লখিমপুৰৰ পৰা সদৰ ডিবৰুলৈ তুলি অনা হয়। ডিবৰু নৈ আৰু ব্ৰহ্মপুত্ৰ নদীৰ সঙ্গম স্থলত বহিঃআক্ৰমণৰ পৰা ৰক্ষা পাবৰ নিমিত্তে ইংৰাজে এটা কোঠ বা গড় মৰাই সদৰ ঠাইৰ পৰিসীমা নিৰূপণ কৰি ডিবৰুৰ নামকৰণ ডিব্ৰুগড় কৰে। ডিব্ৰুগড় সদৰ ঠাই হোৱাৰ কাৰণে তালৈ নানা ঠাইৰ মানুহ আহিবলৈ ধৰিলে। সেই ঠাইলৈ ন-কৈ অহাসকলৰ ভিতৰৰে দুটি যোৰহাটৰ পৰা অহা পৰিয়ালৰ কথা উল্লেখযোগ্য। দুয়োজন চৰকাৰী বিষয়া। এজন হ'ল মোহনচন্দ্ৰ বৰুৱা আৰু আনজন হ'ল ঘনশ্যাম খাৰঘৰীয়া ফুকন।

মোহনচন্দ্ৰ বৰুৱা ইংৰাজ শাসনৰ আৰম্ভণিৰে পৰা এজন সুদক্ষ ৰাজকৰ্মচাৰী আছিল। কচাৰী ডিব্ৰুগড়লৈ স্থানান্তৰ হোৱা কালত তেওঁক লখিমপুৰৰ পিয়ল-কাৰ্য্যত নিয়োগ কৰা হৈছিল। সেই কাম সমাধা কৰি তেওঁ ডিবৰুলৈ আহিলত তেওঁক শদিয়া অঞ্চলৰ লোকপিয়লৰ দায়িত্ব দিয়া হৈছিল। তেওঁ সংস্কৃত, উৰ্দ্দু আৰু পাৰ্চি ভাষা ভালকৈ জানিছিল। তেওঁ সদৰামীন হৈ থাকোঁতেও কোৰ মৰা, বাঁহৰ ছালনি-খৰাহি আদি সজা কামলৈ হেলা নকৰিছিল। কচাৰীৰ পৰা ঘৰলৈ উভতি আহি পিন্ধা সাজ সোলোকাইহে জলপান কৰিছিল। কথিত আছে যে তেওঁ কোৰ মাৰি থকা অৱস্থাত এবাৰ ডেপুটি কমিছনাৰে তেওঁক লগ পাবলৈ আহোঁতে তেওঁ চাহাবক শাকনি বাৰীলৈকে মতাই নি কথা পাতিছিল। ডিব্ৰুগড়ৰ মানকটা আলি-বাটটো পূৰ্বতে সেই ঠাইৰ চাহখেতিয়কৰ নিয়ন্ত্ৰণাধীন হৈ আছিল। মোহনচন্দ্ৰৰ অশেষ যত্নত সেই বাটটো ৰাজহুৱা হয়। তেওঁ সমাজসেৱী আছিল।

এইজন মোহনচন্দ্ৰ বৰুৱাৰে পুত্ৰ হ'ল মহেশ্বৰ বৰুৱা(১৮৪৫-১৯৩২)যিজনৰ অন্তৰত দেশপ্ৰেমৰ জুইকুৰা উমি উমি জ্বলি আছিল।

তেওঁ ১৮৪৫ চনত যোৰহাটত ওপজে। তেওঁ ওপজা কালত অসমৰ বিদ্যালয় আৰু কচাৰীত বঙলা ভাষা চলিছিল। তেওঁ সংস্কৃত ভাষাত নিপুণ আছিল। তেওঁ এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হৈছিল। তেওঁ সেইকালত একাধিক চাকৰি

পাইছিল, কিন্তু তেওঁ সেইবোৰ উপেক্ষা কৰিছিল। আনকি বিদ্যালয়ৰ সহকাৰী উপ-পৰিদৰ্শকৰ চাকৰিও গ্ৰহণ নকৰিলে। শিক্ষকতা তেওঁৰ জীৱনৰ ব্ৰত আছিল। শিক্ষাদান এটা পৱিত্ৰ কৰ্ত্তব্য। সেয়েহে তেওঁ বিদ্যালয়ৰ শিক্ষকৰ পদতে সন্তুষ্ট হৈ থাকিল।

উনবিংশ শতিকাত অসমৰ আদালত আৰু বিদ্যালয়ৰ পৰা অসমীয়া ভাষা উঠাই দি বঙলা ভাষা চলোৱাত অসমীয়া মানুহৰ দুৰ্দ্দিন উপস্থিত হৈছিল। অসমত অসমীয়া ভাষা পুনৰ্ব্বাসনৰ অৰ্থে জনমত গঢ় লৈ উঠিছিল। সেই সময়ত অসমৰ শিক্ষাধিকাৰ আছিল ডঃ বুথ্। তেওঁ অসমীয়া ভাষা প্ৰচলন সম্পৰ্কে অসমৰ বিভিন্ন জিলাৰ বিদ্যালয়সমূহলৈ গৈ শিক্ষকসকলৰ সৈতে মত বিনিময় কৰিছিল। এইদৰে ফুৰি ফুৰি তেওঁ ডিব্ৰুগড় পালেগৈ। ডিব্ৰুগড় উচ্চ বিদ্যালয়ৰ শিক্ষক মহেশ্বৰ বৰুৱাক লগ পাই শিক্ষাধিকাৰে তেওঁক সুধিলে, "অসমৰ বিদ্যালয়ত কিয় অসমীয়া ভাষা চলিব লাগে?" বৰুৱাই বিনম্ৰভাৱে তেওঁক ক'লে, "মহাশয় যদি আপুনি অনুমতি দিয়ে তেন্তে মই উত্তৰ দিয়াৰ পূৰ্বে আপোনাক এটা প্ৰশ্ন কৰিবলৈ অনুমতি দিবনে?" চাহাবে উত্তৰ দিলে, "আপুনি সঙ্কোচ নকৰাকৈ সুধিব পাৰে।"

তেতিয়া বৰুৱাই সুধিলে, "মহাশয় ! আপুনি কিমান ভাষা জানে?"

শিক্ষাধিকাৰ— "মই ইংৰাজীৰ উপৰি চৈধ্যটা ভাষা জানো। মই সেইবোৰ ভাষাৰে বিভিন্ন ভাষা-ভাষী লোকৰ লগত কথা পাতো।"

সেই কথা শুনি বৰুৱাই পুনৰ বুলিলে, "বৰ ভাল কথা। আন এটা কথা সোধোঁ। যেতিয়া আপুনি অকলে বহি কোনো কথা চিন্তা কৰে, তেতিয়া আপুনি কোনটো ভাষাৰে চিন্তা কৰে?"

প্ৰশ্নটো শুনি ডঃ বুথে অলপপৰ বিমৰিষ কৰি আসনৰ পৰা ধপৰাই উঠি নাচি নাচি ক'বলৈ ধৰিলে, "হেৰা বৰুৱা ! এতিয়াহে মই ভালকৈ উপলব্ধি কৰিব পাৰিছোঁ। অসমীয়াইনো অসমীয়া ভাষা কিয় বিচাৰিছে ?" তেওঁ সেইকথাকে দুবাৰমান পুনৰাবৃত্তি কৰি শেহত ক'লে, "হেৰা বৰুৱা ! মই এইবাৰ ছিলং পায়েই ব্ৰহ্মপুত্ৰ উপত্যকাৰ সকলো পঢ়াশালিত অসমীয়া ভাষা পুনৰ চলাবলৈ জাননী জাৰি কৰিম।" যেনে কথা তেনে কাম।

ডঃ বুথে ছিলং পায়েই অসমৰ পঢ়াশালিত অসমীয়া ভাষা পুনৰ্বাসনৰ আদেশ দিলে। মহেশ্বৰ বৰুৱাৰ আত্ম-বিশ্লেষণকাৰী চিন্তা-চৰ্চ্চাই এটা জটিল বিষয়ৰ আশু সমাধানৰ পথ সুগম কৰিলে।

মহেশ্বৰ বৰুৱা এজন সাংবাদিকো। তেওঁ শিক্ষকতাৰ পৰা অৱসৰ লৈ

চন্দ্ৰকুমাৰ আগৰৱালা স্থাপিত, সাদিনীয়া 'অসমীয়া'ৰ, সম্পাদক আছিল ১৯২২ চনৰ পৰা ১৯২৫ চনৰ ২২ এপ্ৰিললৈকে। ১৯২২ চনত মহাত্মা গান্ধীৰ 'ইয়ং ইণ্ডিয়া' কাকতৰ পৰা অনুবাদ কৰি এটা বাতৰি 'অসমীয়া'ত প্ৰকাশ কৰাৰ কাৰণে 'অসমীয়া'ৰ ওপৰত এটা মানহানি গোচৰ চলিছিল। এই প্ৰসংগত লক্ষ্মীনাথ ফুকনে লিখিছে, "মহাত্মা গান্ধীৰ প্ৰথম অসহযোগ আন্দোলনৰ দিন। বৰপেটা মহকুমাৰ সুন্দৰীদিয়া সত্ৰৰ কীৰ্ত্তন-ঘৰৰ পিৰালিত নে ভিতৰত কেলভাৰ্ট নামে উদণ্ড ইংৰাজ পুলিচ কৰ্মচাৰী এজনে(তেওঁ কামৰূপ জিলাৰ এচিষ্টেণ্ট পুলিচ চুপাৰিণ্টেণ্ডেণ্ট আছিল)অপকৰ্ম কৰাৰ বিষয়ে মহাত্মা গান্ধীৰ 'ইয়ং ইণ্ডিয়া' কাকতত এটা টোকা ওলাল। মহেশ্বৰ বৰুৱাৰ সম্পাদনাত তেতিয়া সাদিনীয়া 'অসমীয়া' ডিব্ৰুগড়ৰ পৰা ওলাইছিল। তাত 'ইয়ং ইণ্ডিয়া'ৰ সেই আপদীয়া কথাখিনি অসমীয়ালৈ ভাঙি প্ৰকাশ কৰা হ'ল। 'অসমীয়া'ৰ সম্পাদকৰ ওপৰত মানহানিৰ মকৰ্দ্দমা উঠিল কামৰূপৰ সেই সময়ৰ ডেপুটী কমিছনাৰ এইচ্ ডব্লিউ বেৰ্ণিঙ্কৰ আদালতত"(মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ)। এই মকৰ্দ্দমাত সাক্ষী দিওঁতে চন্দ্ৰকুমাৰ আগৰৱালাই কোৱা কথাখিনি ৪ জুনৰ 'অসমীয়া'ত তলত দিয়াৰ দৰে প্ৰকাশ হৈছিল—"অসমীয়া কাকতখনৰ গৰাকী তেখেতেইনে বুলি সোধাত যে কাগজখন যি কোম্পানীৰ তেখেতো তাৰে অংশীদাৰ এজন। তেখেতে কয় — মই শ্ৰীযুত মহেশ্বৰ বৰুৱা 'অসমীয়া'ৰ সম্পাদক আৰু শ্ৰী তুলসীৰাম গগৈক তাৰ মুদ্ৰাকৰ আৰু প্ৰকাশক বুলি জানো। কাকতখন ডিব্ৰুগড়ৰ পৰা ওলায়। আৰু এই কাকতৰ প্ৰচলিত সংখ্যা ১৬০০ৰ পৰা ১৭০০ৰ ভিতৰত" (অসমৰ সংবাদ পত্ৰৰ সমীক্ষাত্মক অধ্যয়নঃ শ্ৰীপ্ৰসন্ন কুমাৰ ফুকন)। "মকৰ্দ্দমাত অসমীয়া ঘাটিল, 'অসমীয়া'ই ১৫০০ টকা জৰিমনা ভৰিব লগা হ'ল" (লক্ষ্মীনাথ ফুকন) 'অসমীয়া'ৰ আৰ্থিক দুৰৱস্থা আঁতৰাবৰ কাৰণে লক্ষ্মীনাথ ফুকনে লখিমপুৰ জিলাৰ (অবিভক্ত) বিভিন্ন ঠাইলৈ গৈ অৰ্থ সংগ্ৰহ কৰিব লগীয়া হৈছিল।

মহেশ্বৰ বৰুৱাই ছাত্ৰৰ উপযোগীকৈ 'হিতোপদেশ'ৰ মিত্ৰ-লাভ, মিত্ৰ-ভেদ, বিগ্ৰহ আৰু সন্ধি ৰচনা কৰে, কিন্তু প্ৰথমখনৰ(মিত্ৰ-লাভ,১৯১৫) বাহিৰে বাকী ৩খন প্ৰকাশ হ'লনে নাই জনা নাযায়। তেওঁ 'দুই বুঢ়াৰ সাধু' নামৰ এখনি পুথি ৰচনা কৰিছিল। তেওঁ 'এলিমেণ্টৰী ইংলিচ্ গ্ৰামাৰ আৰু কম্পজিচন' নামৰ এখন পুথি লিখিছিল। তেওঁৰ 'ধাতুকোষ' নামৰ পুথিখন প্ৰকাশ নহ'ল। তদুপৰি তেওঁ 'টাইমচ্ অব্ আচাম' নামৰ ইংৰাজী সাপ্তাহিক কাকতত 'অসমত আৰ্য্যবসতি' নামৰ এটা ইংৰাজী প্ৰবন্ধ লিখে। 'হিতোপদেশ'ৰ

প্ৰথম কথা 'মিত্ৰ-লাভ'ৰ তেওঁ কেনে প্ৰাঞ্জল অনুবাদ কৰিছে তাৰ চানেকি তলত দিয়া হ'ল —
(১) ৰাজকোঁৱৰসকল আহি কাৰেঙত মহাসুখেৰে ৰহিল। তেতিয়া বিষ্ণু শৰ্মা পণ্ডিতে কথা আৰম্ভ কৰি ক'লে -

শাস্ত্ৰ আমোদত যায় পণ্ডিতৰ কাল,
খায়-শুই মুৰ্খ কিন্তু পাত খৰিয়াল। *(৪৯)*

মই এতিয়া আপোনাসকলৰ আমোদৰ নিমিত্তে কাউৰী, কাছ প্ৰভৃতিৰ বিচিত্ৰ কথা ক'ব খুজিছোঁ। ৰাজকোঁৱৰসকলে ক'লে —'ভাল দেউ, কওক আমি শুনোঁ।' বিষ্ণু শৰ্মাই ক'লে— 'তেন্তে শুনা, সম্প্ৰতি মই মিত্ৰলাভৰ কথা কওঁ। তাৰ প্ৰথম শ্লোক এই —

অৰ্থহীন, বলহীন, অতি নিমাখিত,
কোৱা, কাছ আদি জন্তু আছিল হাবিত;
সিহঁতেও মিলে থাকি তৰি বিপদত
সাধিলে আপোন কাৰ্য বুদ্ধিৰ বলত । *(৫০)*

(২) জীয়া-মৰীয়া টাঙ্গনিত খোহটা নামেৰে এটা পহু-কাঁড়ী আছিল। তাৰ এদিন মঙহ খাবৰ মন গ'ল। সেই নিমিত্তে সি হাতত চুটিয়া ধেনু এখন লৈ বিন্ধাকটা হাবিলৈ পহু বিচাৰি গ'ল। সেই হাবিত সি পহু এটা লগ পাই কাঁড়িয়াই মাৰিলে। সেই পহুটো কান্ধত ভাৰবান্ধি লৈ আহোঁতে আকৌ সি এটা বৰ ভয়ংকৰ বৰাপহু লগ পালে। তেতিয়া সি মৰা হৰিণাটো কান্ধৰপৰা মাটিত নমাই থৈ সেই গাহৰিটোকে কাঁড়েৰে বিন্ধিলে। কাঁড় খাই গাহৰিয়েও মেঘে গজাদি গাজি গুমাই খেদি আহি পহু-কাঁড়ীৰ আচল ঠাইত খুন্দা শোধালে। সি গুৰি কটা গছৰ নিচিনাকৈ গিৰিসাই মাটিত বাগৰি পৰি ততালিকে মৰি থাকিল।(পহু-কাঁড়ী আৰু আক্ৰোহী শিয়ালৰ কথা) ইত্যাদি।

এই পুথিখনৰ বিষয়ে সত্যনাথ বৰাই মন্তব্য কৰিছিল, "শ্ৰীযুত মহেশ্বৰ বৰুৱাৰ মিত্ৰলাভ বোলা পুথিখন পঢ়ি মই বৰ সন্তোষ পালোঁ। ই সংস্কৃত হিতোপদেশৰ অসমীয়া ভাঙনি। কিন্তু ভাঙনি এনে শুৱলা হৈছে উপমা দিবলৈ অসমীয়াত ইয়াৰ জোৰৰ আন কোনো সংস্কৃত পুথিৰ ভাঙনি এতিয়ালৈকে ওলোৱা নাই। বৰুৱা ডাঙৰীয়াই সংস্কৃতৰ প্ৰতি কথাকে অসমীয়া কৰিছে, তেওঁৰ গোটেই শ্লোকটো আচল অসমীয়া ফঁকৰা যেন হৈছে। পুথিখনত আদবঙলুৱা বা আদৰাঙ্গী ধৰণৰ কোনো কথা পাবলৈ নাই। বৰুৱা ডাঙৰীয়াই পশু-পক্ষীৰ সংস্কৃত নামবোৰ এৰি তাৰ সলনি সুন্দৰ অসমীয়া নাম গঢ়ি

ব্যৱহাৰ কৰিছে।... পুথিৰ শুৱলা ভাষাৰে আৰু গভীৰ উপদেশলৈ চাই আশা কৰিব পাৰি যে সাধাৰণ ৰাইজেতো ইয়াক আগ্ৰহেৰে আদৰি ল'বই, তদুপৰি স্কুল-পঢ়াশালিটো ই সোনকালে ঠাই পাব।"

সামৰণিত ক'ব পাৰি, শিক্ষক আৰু সাংবাদিক মহেশ্বৰ বৰুৱাৰ ডিব্ৰুগড়ৰ সামাজিক জীৱনত এখন সুকীয়া আসন আছিল। তেওঁৰ অকাট্য যুক্তিত অসমৰ সেই সময়ৰ শিক্ষাধিকাৰ ড° বুথে অসমীয়া ভাষা পুনৰ প্ৰচলন সম্পৰ্কে ৰাইজৰ দাবীত পতিয়ন গৈছিল। শিক্ষকতাক জীৱনৰ ব্ৰত বুলি ধৰি লৈ তেওঁ জ্ঞানৰ বন্তি জ্বলাইছিল। 'অসমীয়া' কাকতৰ তিনিবছৰমান সম্পাদক হৈ থাকি তেওঁ অসমৰ সংবাদ-সেৱাৰ ক্ষেত্ৰত অবিহণা যোগালে।

# পূৰ্ণকান্ত দেৱশৰ্মা আৰু তেওঁৰ সাহিত্যিক বৰঙণি

উনবিংশ শতিকাত জন্মগ্ৰহণ কৰি যিসকল ব্যক্তিয়ে অসমীয়া ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি সাধনত বৰঙণি যোগাইছিল, সেইসকলৰ ভিতৰত ডিব্ৰুগড়ৰ পূৰ্ণকান্ত দেৱশৰ্মাৰ নাম উল্লেখযোগ্য।

পূৰ্ণকান্ত দেৱশৰ্মা ১৭৭৭ শকৰ (ইং ১৮৫৫ চন) ১৬ মাঘত ডিব্ৰুগড়ত ওপজে আৰু ১৮৪১ শকৰ (ইং ১৯২০) ৪ মাঘত স্বৰ্গী হয়। তেওঁৰ পিতৃৰ নাম উমাকান্ত দেৱশৰ্মা (উমা মুক্তিয়াৰ নামে খ্যাত) আৰু মাতৃ পদ্মা দেৱী। উমাকান্তৰ পিতৃ পিতামহসকল গৌৰীসাগৰৰ বিষ্ণুদ'লৰ বৰঠাকুৰ আছিল; কিন্তু উমাকান্তই দেৱশৰ্মাহে লিখিছিল। বেণুধৰ শৰ্মাৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ'ত নামৰ গ্ৰন্থত উমাকান্তৰ নাম উল্লেখ আছে। তেওঁ শিৱসাগৰ জেলত তিনিবছৰ কাৰাবাস ভোগ কৰি পিছত ডিব্ৰুগড়লৈ গৈ তাত স্থায়ীভাৱে বসতি কৰিবলৈ লয়। তেওঁ ডিব্ৰুগড়ৰ কচাৰীত মুক্তিয়াৰ কাম কৰে। তেওঁৰ তিনিগৰাকী কন্যা আৰু এগৰাকী পুত্ৰ। এইজনেই পূৰ্ণকান্ত দেৱশৰ্মা।

পূৰ্ণকান্তই সেই ঠাইত পঢ়া-শুনা কৰি ১৮৭৮ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ যোৰহাটৰ খটীয়া মৌজাৰ মৌজাদাৰৰ কন্যা প্ৰেমদা দেৱীক বিয়া কৰায়। তেওঁৰ সাতজন পুত্ৰ আৰু পাঁচগৰাকী কন্যা।

তেওঁ প্ৰথমতে জিলাৰ বিদ্যালয় উপ-পৰিদৰ্শক আছিল। সেই কালত ভিতৰৰ গাঁৱলৈ যোৱা বাট-পথ বৰ জলা নাছিল। সেয়েহে তেওঁ কাম এৰি কচাৰীত ৰেভিনিউ চিৰস্তাদাৰ কামত যোগদান কৰে।

পূৰ্ণকান্ত দেৱশৰ্মাই যি সময়ত জন্মগ্ৰহণ কৰিছিল সেই কালত অসমত বঙলা ভাষা চলিছিল। ১৮৭৩ চনত অসমত পুনৰ অসমীয়া ভাষাৰ পুনৰ্বাসন হ'লেও পাঠ্যপুথি প্ৰণয়ন কৰাত কিছু সময় লাগিছিল। এই বিষয়ত পূৰ্ণকান্ত দেৱশৰ্মাৰ নাম উল্লেখযোগ্য। তেওঁৰ ল'ৰাৰ কাৰণে হিতকথা আগছোৱা, হিতকথা শেহছোৱা আৰু জ্ঞানাংকুৰ নামৰ পুথি ৰচনা কৰে।

তেওঁ জ্ঞানাংকুৰ পুথিৰ বিজ্ঞাপনত(দৰাচলতে পাতনিহে) লেখিছে—
"... ইংৰাজী ১৮৭১ চনবেপৰা আমাৰ ভাগ্যৰ গুণেৰে মাননীয় লেফটেনেণ্ট

গৱৰ্ণৰ স্যাৰ জৰ্জ কেম্বেল চাহাবৰ অনুগ্ৰহত অসমীয়া ভাষা এই দেশৰ পঢ়াশালি আৰু ৰাজসভাৰ কাৰ্যত চলিত হৈছিল ;কিন্তু অসন্তোষৰ বিষয় এই যে এতিয়ালৈকে ১০ / ১২ বছৰত অসমীয়া ভাষাৰ উন্নতি হোৱা যেন দেখা নেযায়। সদৰ বঙ্গ বিদ্যালয়বিলাকত এতিয়াও আগৰ দৰেই বংগ ভাষাই চলিব লাগিছে। অসমীয়া ভাষাত ভাল পুথি নথকাই ইয়াৰ প্ৰধান কাৰণ। সম্প্ৰতি এই ভাষাত ব্যাকৰণ, ভূগোল, বুৰঞ্জী, ক্ষেত্ৰতত্ত্ব আদি প্ৰায় সকলো প্ৰকাৰৰ ভাল ভাল পুথিকে দেখিবলৈ পোৱা যায়, কিন্তু পাঠৰ পুথি অৰ্থাৎ সাহিত্যহে ৰবকৈ দেখা পোৱা নেযায়। সেইফেৰি অভাবো দেশীয় জ্ঞানী আৰু পণ্ডিতসকলে কাণ কৰিলে সোনকালে পূৰণ হ'ব। কিন্তু তেওঁবিলাকৰ ভিতৰত প্ৰায় সকলোকে সেইফাললৈ পিঠি দিয়া দেখি মই সেই বাটে যাবলৈ আগবাঢ়িলোঁ।....

"ইয়াৰ আগতে 'হিতকথা প্ৰথমছোৱা' নামেৰে এখনি পুথি মোৰদ্বাৰা লিখা হৈ মুদ্ৰিত আৰু প্ৰকাশিত হৈছে। সেই পুথিখনি নিচেই নামৰ খাপৰ ল'ৰাৰ উপযুক্ত যেন নেদেখি, 'জ্ঞানাংকুৰ' নামে এই পুথিখনি ৰচিলোঁ। ইয়াত সৰু ল'ৰাই বেগেতে বুজিব পৰা হিতোপদেশ পূৰ্ণ ভালেমান চুটি চুটি সাধুকথা বা প্ৰবন্ধ লিখা হৈছে। ইয়াৰ দ্বাৰাই সুকুমাৰমতি বালকসকলৰ অলপমান উপকাৰ হোৱা যেন দেখিলেও মোৰ শ্ৰম সাৰ্থক মানিম।.... শক ১৮০৫।" এই পুথিখন নগাঁৱৰ আসাম ভাৰ্ণাকুলাৰ টেক্সট বুক কমিটিয়ে ১৮৮৪ চনত 'অসমৰ পঢ়াশালি বিলাকত প্ৰচলিত হ'বৰ আজ্ঞা' দিয়ে। আমাৰ হাতত পৰা 'জ্ঞানাংকুৰ'খন একত্ৰিশ পিঠিৰ, নৱম সংস্কৰণ ১৯০২ সন, মূল্য দুই অনা। এই সাধুবোৰ হ'ল ব্যাধ আৰু শিয়াল, মৌ-মাখি আৰু কপৌ, মৃগ আৰু সিংহ, এক শহানী আৰু বাঘিনী, বাঁৰী আৰু হংসী, মৃত্যু আৰু বুঢ়া মানুহ, সিংহ আৰু দুই বলদ, সিংহ আৰু শিয়াল, এক গৰখীয়া ল'ৰা, সিংহ আৰু নিগনি, দুই বন্ধু, সিংহ আৰু বনচৰ জন্তু, কাউৰী আৰু মেৰছাগ, কৃষক আৰু নেউল, খল আৰু সন্ন্যাসী, সিংহ আৰু শহা, কাউৰী, বুঢ়া আৰু তাৰ পুতেকহঁত, গৃহস্থ আৰু দুই ঘৈণী, বগলী আৰু কেঁকোৰা, ম'হ আৰু সিংহ, কাউৰী আৰু একলহ পানী, শিয়াল আৰু সিংহাদি জন্তু, ব্ৰহ্মা আৰু কৃষক, মুদৈ আৰু গৃহস্থী, মহাপক্ষী আৰু কাউৰী, দুই বিড়লি আৰু এক বান্দৰ, মূৰ্খ পণ্ডিত, দুটা বনৰীয়া ছাগ, বাঘ আৰু বাটৰুৱা আৰু দুৰাশা। পুথিৰ ভাষাও সহজ-সৰল। যেনে— "এক পৰ্বতৰ ওপৰত দুটা ছাগ আছিল। সেই পৰ্বতৰ নামত দুয়োপিনে ওখ এমুঠনমান বহল এনে এটা লোৰ আছিল । এদিন দৈবাৎ

দুয়ো দুফালৰ পৰা চৰি চৰি আহি, সেই লোৰৰ মাজ পালেহি। সেই লোৰটো ইমান সংকীর্ণ যে দুয়োটা শাৰী পাতি পাৰ হ'ব বা ঘূৰিব নোৱাৰে আৰু ওপৰলৈ উঠিবলৈকো থিয় গড়া।" (পৃঃ২৭)।.

ঊনবিংশ শতিকাৰ দ্বিতীয়ার্ধত পাশ্চাত্য নাটকৰ আৰ্হিত আধুনিক নাটক ৰচিত হ'বলৈ ধৰে। এইটো যথাৰ্থতে সংক্ৰান্তি কাল। আধুনিক মঞ্চোপযোগী নাটক ৰচনাৰ ক্ষেত্ৰত পূৰ্ণকান্তৰো অৱদান আছে। তেওঁৰ ৰচিত নাটকসমূহ হৈছে হৰধনু ভঙ্গ নাটক (১৮৯৩ খ্ৰী.) আৰু হৰিশ্চন্দ্ৰ নাটক (১৮৯৩ খ্ৰী.), তেওঁ হৰধনু ভংগ নাটকৰ 'অনুষ্ঠান পত্ৰ'ৰ (দৰাচলতে পাতনি)ৰ পৰা বুজিব পাৰি যে তেওঁৰ যেতিয়া ১২ কি ১৩ বছৰ তেতিয়াই তেওঁৰ নাটকত মন 'ঢাল' লোৱাত তেওঁ মধুমালতী নামৰ এখন নাটক লিখি বন্ধু এজনক চাবলৈ দিয়ে। সেই নাটকখন আন এজন 'মান্যৱন্ত বয়স্থ লোকৰ চকুত' পৰাত সেই নাটকৰ কোনো ঠাইত থকা 'অশ্লীল ভাৱব্যঞ্জক' কথাৰ কাৰণে পূৰ্ণকান্তক তিৰস্কাৰ কৰে। "পুথি লিখি পুৰস্কাৰৰ পৰিবৰ্ত্তে গুৰুজনৰ দ্বাৰাই তিৰস্কৃত যৎপৰোনাস্তি লজ্জিত হৈ পুথিখনি অগ্নিত সমৰ্পণ কৰিলোঁ। তাৰ লগে লগেই নাটক-হেঁপাহো মোৰ মনৰপৰা আঁতৰ হয়।"

ইংৰাজী ১৮৮৫ চনত 'ডিব্ৰুগড়ত ইংৰাজী ধৰণে অভিমন্যু বধ ভাৱনা (থিয়েটাৰ) অভিনয় হয়।' তেওঁ হৰধনু ভঙ্গ নাটকৰ 'অনুষ্ঠান-পত্ৰ'ত (পাতনি) লিখে, "....তেতিয়া পূৰ্ব-পৰিত্যক্ত নাটক প্ৰচাৰৰ ভাব পুনৰায় মনত ভুমুকিয়ালেহি; কিন্তু গছ পুলি যেনেকৈ সকতে ডোঁৱাই থলে সি ডাঙৰ হলেও সেইদৰে ডোঁ খাই থাকে, পোন নহয়, সেইদৰে মোৰ মনো নাটক লিখিবলৈ সতকাই আগবাঢ়িব নোৱাৰিলে। নাটকৰ সললনি নলদময়ন্তী নামে এখন পদ-পুথি সেই সময়তে লিখা হ'ল। এই পুথি নাটকৰ দৰে নহয়। উপন্যাসৰ দৰেই হ'ল, কিন্তু পদ লেছাৰি আদি নানা ছন্দত লিখা হ'ল। ইং ১৮৯২ চনৰ আগষ্ট মাহত ডিব্ৰুগড়ত দেশীয় ভদ্ৰলোক সকলৰ পুনৰ থিয়েটাৰ কৰিবৰ মত হোৱাত, এইবাৰো উপযুক্ত নাটকৰ অভাৱত পূৰ্বৰ অভিমন্যু বধ নাটকৰ লেখকৰ দ্বাৰায়ো এখন নাটক লিখা হ'ল। যদিও নাটক লিখিবৰ নিমিত্তে ১৮৮৫ চনৰে পৰা মোক অনেক উৎসাহ দি আহিছিল আৰু অনুৰোধ কৰিছিল তত্ৰাচ ইং ১৮৯২ চনৰ আগষ্টলৈকে মোৰ মন তালৈ নগৈছিল। এই চনত শকুন্তলা নাটকখন শুদ্ধাশুদ্ধ চাবৰ কাৰণে মোৰ হাতত পৰাত সেই পুথি এবাৰ চাই, তুঁহত জুই লুকাই থকাৰ দৰে থকা ২০ বছৰৰ পূৰ্বৰ নাটক লিখিবৰ হেঁপাহ

আকৌ জ্বলি উঠিল। গতিকে সেইখন পুথিতে এক পৰিচ্ছেদ যোগ কৰা হ'ল। শ্ৰীদুৰ্গা পূজাত সেই পুথি অভিনয় কৰা হ'ল। তেতিয়াই 'হৰধনু ভঙ্গ নাটক' নামে এই পুথিখনো লিখিবলৈ আৰম্ভ কৰো। থিয়েটাৰ মেলৰ মেলুৱৈ সকলে আগ্ৰহেৰে পুথিখনি খোজাত, তেওঁবিলাকক সমৰ্পণ কৰো"। এই উক্তিত ডিব্ৰুগড়ৰ নাট্যমঞ্চৰ ইতিহাসৰো সমল পোৱা যায়।

'হৰধনু ভঙ্গ' ছয় অঙ্কীয়া নাটক। নাটকখনি যেন শ্ৰীশঙ্কৰদেৱৰ ৰাম বিজয় নাটৰ কাহিনী অনুকৰণ কৰি ৰচনা কৰা হৈছে। পঞ্চম অঙ্কত দুটা গৰ্ভাঙ্ক আছে, বাকীবোৰত নাই। এই অঙ্কৰ বিশ্বামিত্ৰৰ বচন "জীৱ জীৱ চিৰঞ্জীৱ ...ত্ৰিভুৱনে: সহ" ৰাম বিজয়ৰ অনুৰূপ। আনকি এই অঙ্কৰ শেহৰমুক্তি মঙ্গল ভটিমাৰ অনুৰূপ হ'ল অপ্সৰাসকলৰ গীতটি —"আহা ! কি কৰো দৰ্শন।"...দুয়োখন নাটৰ স্বয়ম্ভৰ সভাৰ বৰ্ণনা একে ধৰণৰ।

হৰিশ্চন্দ্ৰ নাটকখনো ছয় অঙ্কীয়া। নাটকখনৰ কাহিনীত লেখকে ঘাইকৈ কৃত্তিবাসী ৰামায়ণক অনুসৰণ কৰা দেখা যায়। নাটকত হৰিশ্চন্দ্ৰক বিষ্ণু ভক্তৰূপে পোৱা নাযায়। এই নাটকত বৰদলৈ, বৰুৱা, ফুকন আদি চৰিত্ৰৰ সংযোজনে আহোম ৰাজসভাৰ চিত্ৰ দাঙি ধৰে। পৌৰাণিক যুগৰ ৰজা-ৰাণীক নাট্যকাৰে 'আধুনিক যুগৰ অসমীয়া সমাজৰ চাংমাই শাললৈ নমাই আনিলে।'

দুয়োখন নাটকত অপেস্বৰীসকলে গীত গায় আৰু বাদ্য বজায়। হৰধনু ভঙ্গ নাটকত 'গীতি-ৰামায়ণ'ৰ দুটামান পদ আছে। হৰিশ্চন্দ্ৰ নাটকত পুৰণি অসমীয়াত ৰচিত দুই-এটা গীত আছে। যেনে—"তুমি হে করুণাময় ব্ৰহ্মশাপে কৰা ত্ৰাণ" ইত্যাদি।

মুঠৰ ওপৰত পূৰ্ণকান্ত দেৱ শৰ্মা সেই যুগৰ এজন সাৰ্থক নাট্যকাৰ। পৌৰাণিক নাটকৰ 'স্বভাৱসুলভ ভাবোচ্ছাসৰ আতিশয্য" নাট্যকাৰে যথাসম্ভৱ বৰ্জন কৰিছে। 'ভাবে-ভাষাই ঘৰুৱা পৰিবেশ সৃষ্টি' তেওঁৰ নাটকৰ আন এটা বৈশিষ্ট্য। হৰধনু ভঙ্গ নাটক ৪৩ পিঠিৰ আৰু হৰিশ্চন্দ্ৰ নাটক ৫৭ পিঠিৰ। আধুনিক অসমীয়া নাট্য সাহিত্যৰ চালুকীয়া অৱস্থাৰ এই দুখন নাট উজ্জ্বল। লেখকৰ ভাষা-সাহিত্যৰ প্ৰতি অনুৰাগ তেওঁৰ ৰচনাৰ মাজেদি প্ৰকাশ পাইছে।

# লম্বোদৰ বৰা আৰু তেওঁৰ সাহিত্যিক বৰঙণি

আধুনিক অসমীয়া সাহিত্যৰ পৰিপুষ্টি সাধনত যি কেইগৰাকী লোকে বিশেষ বৰঙণি যোগাইছিল সিসকলৰ ভিতৰত লম্বোদৰ বৰাৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

ইংৰাজৰ আমোলত গমিৰি মৌজাৰ কাকতিৰ বিষয়বাব ভোগ কৰা বৃকোদৰ কাকতিৰ পুত্ৰ লম্বোদৰ বৰাই উক্ত মৌজাৰ থালিপোকৰীয়া গাঁৱত ১৮৬০ চনত জন্ম গ্ৰহণ কৰে। তেওঁৰ পূৰ্বপুৰুষসকলে আহোম ৰাজত্বত বৰা বিষয়বাব ভোগ কৰিছিল। তেওঁৰ ৮ বছৰ বয়সতে মাতৃ বিয়োগ হয়। তেওঁ পোনতে গমিৰিৰ প্ৰাথমিক বিদ্যালয়ত নাম লগায়। তাৰ পিছত তেজপুৰ সদৰ মজলীয়া বিদ্যালয়ত ভৰ্তি হয়। ১৮৭৭ চনত ছাত্ৰ বৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ বৃত্তি লাভ কৰি তেজপুৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত ভৰ্তি হয়। তেওঁ এণ্ট্ৰেন্স পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ এটা কুৰি টকীয়া জলপানী লাভ কৰে। তেওঁ কলিকতাৰ মেট্ৰোপলিটেন কলেজত (বিদ্যাসাগৰ কলেজ) নাম লগায়। তেওঁ এফ-এ মহলাত উঠি উক্ত কলেজৰ বি-এ শ্ৰেণীত ভৰ্তি হয়। তেওঁ ১৮৮৫ চনত বি-এ পৰীক্ষাত উত্তীৰ্ণ হৈ কহিমা হাইস্কুলৰ প্ৰধান শিক্ষক হয়। "ইয়াৰ পোন প্ৰথম হেড মাষ্টৰ আছিল সু-প্ৰখ্যাত অসমীয়া সাহিত্যিক লম্বোদৰ বৰা বি-এ" (পদ্মনাথ গোহাঞি বৰুৱা, মোৰ সোঁৱৰণী) । তেওঁ দুবছৰমান শিক্ষকতা কৰি সেই চাকৰি এৰি আইন পঢ়িবৰ কাৰণে কলিকতালৈ যায়। তেওঁ বি-এল মহলাত উঠি তেজপুৰত উকিল হয়। "তাত তেওঁৰ প্ৰতাপত দুৰন্ত পুলিচ শান্ত হৈ পৰিছিল" (আনন্দ চন্দ্ৰ আগৰৱালা, বিজুলী, দ্বিতীয় বছৰ)। তেৱেঁই তেজপুৰত ওকালতি কৰা প্ৰথম অসমীয়া আইনজীৱি। তেওঁ জহনী ৰোগত আক্ৰান্ত হৈ ১৮৯২ খ্ৰীঃৰ ১২ এপ্ৰিলত অকালতে ইহলীলা সম্বৰণ কৰে।

## সাহিত্য-চৰ্চা

তেওঁ মজলীয়া স্কুলত পঢ়া কালতে মাজুলীৰ পৰা প্ৰকাশিত 'আসাম বিলাসিনী' (১৮৭১-৮৩ খ্ৰীঃ) নামৰ মাহেকীয়া আলোচনীত তেওঁৰ ৰচনা

প্ৰকাশ হয়। হেমচন্দ্ৰ বৰুৱা সম্পাদিত 'আচাম নিউচ'ত (১৮৮২-৮৫ খ্ৰীঃ) তেওঁ লিখা 'দৰং জিলাৰ বেগাৰ ধৰা প্ৰথা' প্ৰবন্ধটো প্ৰকাশ হয়। তেওঁ গুণাভিৰাম বৰুৱা সম্পাদিত 'আসাম বন্ধু'ত(১৮৮৫-৮৬ খ্ৰীঃ)সদানন্দ ছদ্মনামত কেইবাটাও ব্যংগ প্ৰবন্ধ লিখে। এই বিষয়ে পিছত আলোচনা কৰা হ'ব। তেওঁ 'জোনাকী' আৰু 'বিজুলী' আলোচনীতো প্ৰবন্ধ লিখে। 'জোনাকী'ত প্ৰকাশিত প্ৰবন্ধ সমূহৰ ভিতৰত দ্বিতীয় ভাগ (পৃঃ ১৯৪, ২৮৮) আৰু তৃতীয় ভাগত(১ ম সংখ্যা) প্ৰবন্ধটোৰ বিশেষ মূল্য আছে। "উপন্যাস আৰু আত্মহত্যা" (জোনাকী ৪ ৰ্থ ভাগ) নামৰ প্ৰবন্ধটোত তেওঁ বেজবৰুৱাৰ পদ্মকুমাৰী উপন্যাসখন কঠোৰভাৱে সমালোচনা কৰে।

তেওঁৰ ৰচিত পুথিসমূহ হৈছেঃ ল'ৰাবোধ (প্ৰথম ছোৱা ১৮৮৮ খ্ৰীঃ) কালিদাসৰ অভিজ্ঞান শকুন্তলম্ নাটকৰ সুৱলা ভাঙনি। তেওঁ ৰচনা কৰা মহাত্মা আনন্দৰাম বৰুৱাৰ জীৱন চৰিত, সমাজ দৰ্পণ নাটক, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ জীৱন চৰিত আৰু অসমীয়া ভাষাৰ ব্যাকৰণ সম্পূৰ্ণ নহ'ল।

অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা অসমীয়া সাহিত্যত ব্যংগ ৰচনা বা বিদ্ৰুপাত্মক ৰচনাৰ প্ৰৱৰ্তক। তেওঁৰ 'বাহিৰে ৰং চং, ভিতৰে কোৱা ভাতুৰী' (১৮৭৬ খ্ৰীঃ) পুথিখনত সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকৰ ওপৰত তীক্ষ্ণ বান নিক্ষেপ কৰিছে। তেওঁৰ ৰচনাত আছে ক্ষুৰৰ দৰে ধাৰাল টেঁটকুটি আৰু ৰসিকতা। যেন 'গালিভাৰচ ট্ৰেভেলছ' প্ৰণেতা জনাথন চুইফ্‌ট্‌ৰ দৰে নিৰ্দয়, ধাৰাল আৰু বিষাক্ত। যেনে-"বৰগীতত গোঁসাইদেউ এনেহে পাৰ্গত যে, তেওঁ পুৱতি নিশা গীত ধৰিলে ওচৰৰ গছবিলাকেও পাত লৰোৱাৰ ছলেৰে তাল ধৰে, আৰু কুকুৰ-শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে" ইত্যাদি। লম্বোদৰ বৰাৰ সদানন্দ বা স্যদানেগু (বা s) ছদ্মনামত 'আসাম বন্ধু'ত (১৮৮৫-৮৬ খ্ৰীঃ) প্ৰকাশিত চাৰিটা ৰস ৰচনাৰো বিশেষ মূল্য আছে। ইয়াত প্ৰথম প্ৰকাশিত সদানন্দৰ কলা ঘুমটি প্ৰবন্ধটোৰ আৰম্ভণিতে আছে—"কেতিয়াবা কানী-টিকিবাৰ ছাট মাৰি ধোঁৱাৰে ঘৰ গোটেইটো ভৰাই দিছিলো, কেতিয়াবা টিকিৰা এড়ি পায়স, কুঁহিয়াৰ, গুড়, গাখীৰ, মালভোগ কল, বৰা চাউলৰ পিঠা আদি কৰি সোৱাদ বস্তু খাই মুখ তপালিছিলো, আসামৰ উন্নতি, ভাৰতৰ একতা, বিদেশীৰ অত্যাচাৰ, অসমীয়া চাহাব, মাছখোৱা, ভাতখোৱা আৰু কত কথাৰ মেল; কেতিয়াবা কেতিয়াবা ধপাত তামোল, ভাঙ হ'লে ব্ৰাহ্মণ সেৱালৈ অনা এটুপি ব্ৰাণ্ডি, অভাৱত চৰাইৰ দুচকল ভজা মঙ্গহ আদি

বিবিধ দেৱ পূজাৰ দ্ৰব্যৰেও দশ ইন্দ্ৰিয়ৰ পূজা কৰা হৈছিল, মাজে মাজে কলা ঘূমটিৰে মিত্ৰতা কৰি কেতিয়াবা পড়ি, কেতিয়াবা বৰশী বাই, ঘামি, হাঁহি হাঁহি, হাঁমিয়াই, সংসাৰৰ লেঠালৈ একেবাৰে পিঠি দি পৰমানন্দ সাগৰত বুৰ মাৰিছিলো, — আহা ! কেনে সুখ, কেনে আনন্দ, কেনে দেৱ-দুৰ্লভ জীৱন। এনে সময়তে এনে সুখৰ সময়ত কিয় আপুনি মোলৈ সেই চিঠিখন লিখিলে' (প্ৰথম ভাগ, প্ৰথম সংখ্যা, ১৮৮৫ খ্ৰীঃ,পৃঃ ২৩)। লম্বোদৰ বৰাৰ আকস্মিক বিয়োগত সম্ভাৱনাপূৰ্ণ ব্যংগ লেখকৰ ৰস ৰচনাৰ পৰা পাঠক বঞ্চিত হ'ল। হেমচন্দ্ৰ বৰুৱাৰ দৰে তেওঁ সমাজক তীব্ৰভাৱে ব্যংগ কৰিছিল।

তেওঁৰ গদ্য-শৈলী বৈশিষ্ট্যপূৰ্ণ। লম্বোদৰ বৰাৰ সমবয়সী আৰু একে ব্যৱসায়ী সত্যনাথ বৰা হেমচন্দ্ৰ বৰুৱাৰ (১৮৩৫-১৮৯৬ খ্ৰীঃ) গদ্য ৰীতিৰ সাৰ্থক উত্তৰাধিকাৰী। সেয়ে হ'লেও দুয়োৰে ভিতৰত কিছু পাৰ্থক্য পৰিলক্ষিত হয়।

সত্যনাথ বৰাৰ ৰচনাত ইংৰাজ সাহিত্যিক বেকনৰ দৰে চুটি চুটি সাৰগৰ্ভ বাক্য পোৱা যায়। তেওঁৰ বাক্য সমূহ সহজ আৰু প্ৰাঞ্জল। শব্দ প্ৰয়োগত মিতব্যয়ী সত্যনাথৰ যুক্তি সিদ্ধ লেখনীয়ে আমাৰ গদ্যৰ পৰিপুষ্টি সাধন কৰে। আনহাতে লম্বোদৰ বৰাৰ ৰচনা ৰীতি লয়লাসপূৰ্ণ আৰু কেতিয়াবা অলঙ্কাৰযুক্ত। তেওঁৰ ৰচনাই অসমীয়া সাহিত্যক গতি —শক্তি দান কৰে। তেওঁৰ গদ্য-ৰীতি কেনে সহজ আৰু প্ৰাঞ্জল ! যেনে— "যি দেশত যি মানুহ ওপজে, সেই দেশক সেই মানুহৰ জন্মভূমি বোলে। জন্মভূমিক ভালপোৱা মানুহৰ স্বভাৱ। এই স্বভাৱ বৰ প্ৰশংসনীয়। যি দেশত মই উপজিছোঁ আৰু সক কালৰ পৰা থাকি ডাঙৰ দীঘল হৈছোঁ, যি দেশৰ সুখে-দুখেই মোৰ সুখ-দুখ, সেই দেশ মই মনেৰে সৈতে ভালপোৱা আৰু উন্নতি কৰিবলৈ যত্ন কৰা মোৰ কৰ্তব্য কাম" (জ্ঞানোদয়, ১৯২৬, পৃঃ ৬৪)। তেওঁৰ ব্যংগ ৰচনাৰ উদ্ধৃতি ওপৰত দিয়া হৈছে। ব্যংগ ৰচনাতো তেওঁ হেমচন্দ্ৰৰ উত্তৰসূৰী।

লম্বোদৰ বৰাৰ গদ্য সাহিত্যলৈ অৱদান প্ৰসঙ্গত আনন্দ চন্দ্ৰ আগৰৱালাৰ ভাষাৰে ক'ব পাৰি, "অসমীয়া গদ্য সাহিত্যত তেওঁ যি সুৰ দি গ'ল সেই সুৰৰ ধ্বনিত আজিও অসমীয়াৰ প্ৰাণৰ তন্ত্ৰী বাজি উঠে। ক'বলৈ গ'লে তেওঁ আমাৰ গদ্য সাহিত্যক গঢ়ি তুলিলে"।

# লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন সংগ্ৰাম

লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্যৰথী বোলা হয়। যথাৰ্থতে তেওঁ এতিয়াও অপ্ৰতিদ্বন্দী হৈয়ে আছে। কিন্তু তেওঁৰ ব্যক্তিগত জীৱনৰ ঘাত-প্ৰতিঘাত আৰু বিপৰ্য্যয়ৰ কথা আমাৰ চকুত নপৰে। সেয়েহে তেওঁৰ জীৱন-যাত্ৰাৰ কথা আলোচনা কৰাটো বাঞ্ছনীয়।

মুনচিফ দীননাথ বেজবৰুৱা নগাৱঁৰ পৰা বৰপেটালৈ বদলি হৈ যাওঁতে ১৮৬৪ চনৰ কোজাগৰ লক্ষ্মী পূৰ্ণিমাৰ দিনা তেওঁ আঁহতগুৰি নামে ঠাইত নাৱৰ কুন্ধিত ওপজে। সেয়েহে পদ্মনাথ গোহাঁঞিবৰুৱাই কৈছে, 'লক্ষ্মীনাথ বেজবৰুৱা জন্মতে বিশেষত্ব। তেওঁ উপজি ভূমিস্থ হোৱা নাই, 'জলস্থ'হে হৈছিল।' মুনচিফৰ পুত্ৰ; সেইদেখি লক্ষ্মীনাথে আগছোৱা জীৱনত কোনো কষ্টভোগ কৰা নাছিল। বেজবৰুৱাই বি-এ পৰীক্ষাত উত্তীৰ্ণ (১৮৯০) হোৱাৰ পিছৰে পৰা বিয়াৰ ভূতে তেওঁক নেৰা হ'ল। তেওঁ কৈছে— 'কিন্তু ভূতে মোৰ পিছ নেৰিলে, দেখিলো কলিকতাতো মোৰ পিছত সেই ভূত" (মোৰ জীৱন-সোঁৱৰণ)। অগত্যা তেওঁ কলিকতাৰ জোড়াসাঁকোৰ ঠাকুৰ পৰিয়ালৰ প্ৰজ্ঞাসুন্দৰী দেৱীক ১৮৯১ চনৰ ১১ মাৰ্চ তাৰিখে বিয়া কৰায়। এই প্ৰসঙ্গত লক্ষ্মীনাথে কৈছে, "ঈশ্বৰৰ ইচ্ছাতে সকলো হয়। 'There is Divinity even in the fall of a sparrow' -মহাকবি শ্যেক্সপীয়েৰৰ কথা।" অসমীয়া বুঢ়ামানুহৰ কথা হৈছে, "যি পূৰ্বজন্মত যাৰ তিল-মাহ খাই আহিছে, তাৰে সৈতে সেইজনৰ বিয়া' ' (মোৰ জীৱন-সোঁৱৰণ)।

বেজবৰুৱাই ভোলানাথ বৰুৱাৰ পৰামৰ্শমতে ব্যৱসায়ত আত্মনিয়োগ কৰিলে। এই খিনিতে উল্লেখ কৰিব পাৰি যে অসমৰ কমিছনাৰ লুত্মেন জনছনে বেজবৰুৱাক দুবাৰকৈ চৰ্কাৰী চাকৰি যাচে, কিন্তু তেওঁ তাক গ্ৰহণ নকৰিলে। (I was twice asked by Mr. Lutman Johnson, the Commissioner, Assam, offering to take me as a ministerial officer on progression. But B. Borooah pursuaded me with high hopes not to accept it.) ব্যৱসায়ী ভোলানাথ বৰুৱাৰ পৰামৰ্শমতে তেওঁ ব্যৱসায়ীহে হ'ল। এই ব্যৱসায়ৰ আৰম্ভণি ভাল হ'লেও পৰিণতি ভাল নহ'ল। সেই কথা আমি আলোচনা কৰিম।

পণ্ডিত হেমচন্দ্র গোস্বামীয়ে লক্ষ্মীনাথ বেজবৰুৱালৈ লেখা এখন চিঠিত কৈছে, "...আপুনি সংসাৰৰ নানা জঞ্জালৰ ভিতৰতো, নানা বিধৰ অৱস্থাৰ পৰিবৰ্তনৰ চাকনৈয়াত পৰিও যেনেকৈ আপুনি হৃদয়ৰ বল আৰু মনৰ উৎসাহ সজীৱ আৰু সতেজ ৰাখিছে, মোৰ জীৱনত তেনে এজন দ্বিতীয় লোক আমাৰ দেশত দেখা নাই" (১৬-৮-২৫)। পণ্ডিত গোস্বামীৰ উক্তিত ক'তো অতিশয়োক্তি নাই— ই যেন লক্ষ্মীনাথৰ প্ৰকৃত মূল্যায়ন। ব্যৱসায়ত উঠা-নমা আছেই, কিন্তু বিদেশত হোৱাটোহে বিপৰ্য্যয়।

লক্ষ্মীনাথে কলিকতাত এম-এ আৰু বি-এল পঢ়িছিল। কিন্তু পৰীক্ষাত কৃতকাৰ্য্য হ'ল। তেওঁ 'স্বাধীনভাৱে ব্যৱসায়-বাণিজ্য-বৃত্তিকে ধৰি জীৱন কটাবলৈ সংকল্প' কৰিলে। "শ্ৰীযুত ভোলানাথ বৰুৱাক মোৰ মনৰ কথা এদিন কলতে তেওঁ মোক আকোৱালি মাৰি ধৰিলে। তেওঁৰ সৈতে লগলগি ব্যৱসায় কৰাকে স্থিৰ কৰি একান্ত মনেৰে মই কাৰ্যত লাগি গ'লো" (মোৰ জীৱন-সোঁৱৰণ)। তেওঁলোকে ১৮৯৩ চনত ব্যৱসায় আৰম্ভ কৰিলে। প্ৰথমতে 'গাৰো পৰ্বতৰ পৰা অলপ-অচৰপ কপাহ আনি' বেচিলে। তাৰ পিছত বৰুৱাই চেগুণ কাঠৰ ব্যৱসায় কৰিলে। তাৰ পিছত 'ৰেলৰে স্লিপাৰৰ ব্যৱসায়' আৰম্ভ হ'ল। তাৰ লগতে চাহ বিক্ৰীৰ ব্যৱসায়ো চলিল। ভোলানাথ বৰুৱাৰ ব্যৱসায় প্ৰতিষ্ঠানটোৰ নাম হ'ল 'বি ব্ৰাদাৰ্চ'। তেওঁ ভোলানাথ দাস নামে চহী কৰিছিল। তেওঁলোকৰ ব্যৱসায়ত নতুনকৈ যোগ দিয়া গোপীনাথ বৰুৱাই গোপীনাথ দত্ত বুলিহে চহী কৰিব লাগিছিল।

তেওঁলোকে '১৮ নং শোভাৰাম বসাক লেন'ৰ ঘৰ এৰি ১৮৯৪ চনত '১৪/৪ গোপীকৃষ্ণ পাল লেন'ত ঘৰ লয়। এই ঘৰত ভোলানাথ বৰুৱা আৰু বেজবৰুৱা আছিল। কেমাহমানৰ মূৰত বেজবৰুৱাই প্ৰজ্ঞাসুন্দৰী দেৱীক সেই ঘৰলৈ আনে। ১৮৯৫ চনত বেজবৰুৱাৰ পিতৃ বিয়োগ (২৬ মে') ঘটে; আৰু ২৪ জুনত কন্যা সুৰভি ওপজে। এই সময়তে বেজবৰুৱাই (আগতে কোৱা হৈছে) স্লিপাৰ ব্যৱসায়ত যোগ দিয়ে। "বিশ্ববিদ্যালয়ৰ সম্পৰ্ক পৰিত্যাগ কৰি ১৮৯৫ চনত দেখা-শুনাকৈ মই ব্যৱসায় জীৱন আৰম্ভ কৰিলোঁ। সেই সময়ত অভিজ্ঞজনৰ ব্যৱসায় কলিকতাত এটি সৰিয়হতকৈ সৰু আছিল। আমি দুয়ো লগলাগি তাৰ শ্ৰীবৃদ্ধি সাধনত তৎপৰ হ'লো। যুটীয়া পৰিশ্ৰমৰ ফলত লাহে লাহে সি এজোপা ডাঙৰ গছত পৰিণত হ'ল।" (বেজবৰুৱা : মোৰ মৃগয়া, আৱাহন ২য় বছৰ ৫ম সংখ্যা) লক্ষ্মীনাথৰ কাম হ'ল কলিকতাৰ ফালৰ সকলো কাম তদাৰক কৰা।

১৮৯৫ চনৰ ১ জুন তাৰিখে এটা নতুন কোম্পানী গঠিত হ'ল। এই কোম্পানীৰ ছঅনা ভাগৰ ভিতৰত তিনি অনা ভোলানাথৰ আৰু বাকী তিনি অনা লক্ষ্মীনাথৰ। ব্যৱসায়-সংক্ৰান্তত লক্ষ্মীনাথ আৰু ভোলানাথ দুয়ো নানা ঠাই (যেনে, চক্ৰধৰপুৰ, মনোহৰপুৰ, কুমাৰ কেল্লা, নাগপুৰ, বিলাসপুৰ প্ৰভৃতি) ফুৰিব লগা হ'ল। ঠাকুৰবাড়ীৰ জোঁৱাই কাৰণে কলিকতাৰ অভিজাত শ্ৰেণীৰ সৰহভাগ লোকৰ ঘৰৰ দুৱাৰ লক্ষ্মীনাথলৈ মুকলি আছিল। ভোলানাথে তেওঁৰ ব্যৱসায়ৰ স্থানসমূহত লক্ষ্মীনাথক ভ্ৰাতৃ বুলিহে চিনাকি দিছিল।

ব্যৱসায়ৰ প্ৰথম পাঁচ বছৰ উভয়ৰে গাড়ী-ঘোঁৰা একো নাছিল। বি. বৰুৱাৰ গাত খাকী কোট আৰু পটলুং, মূৰত ক'লা বা ছাঁই বৰণীয়া টুপী এটা, হাতত ছাতি এটা; আৰু লক্ষ্মীনাথৰ মূৰৰ পৰা ভৰিলৈকে য়ুৰোপীয় সাজ-পাৰ।

দুবছৰমান গোপীকৃষ্ণ পাল লেনত থকাৰ পিছত তেওঁলোক বলৰাম দে ষ্ট্ৰীটত ঘৰ এটা কেৰেয়ালৈ লয়। ইয়াতে লক্ষ্মীনাথে এখন সৰু গাড়ী আৰু এটা ঘোঁৰা কিনে। সিফালে তেওঁ ৰবিদিনৰ সময়ত য়ুৰোপীয় বা ফিৰিঙ্গি কৰ্মচাৰীসকললৈ 'ডালি' পঠাব লাগে। তেওঁ কলিকতাৰ সকলো কাম চাব লাগে, আৰু ব্যৱসায়ৰ সকলো টকা-কড়ি তেওঁৰ নামত জমা থাকে। বি. বৰুৱাৰ অনুৰোধত তেওঁ নিজৰ উপাধি সলাই এল্-এন্-বি বৰুৱা কৰে। তেওঁ পোনতে ব্যৱসায় সংক্ৰান্তত এল্-এন্-বি বৰুৱা বুলি চহী কৰে। মুঠতে ভোলানাথ আৰু লক্ষ্মীনাথ 'হৰি-হৰ আত্মা।' তেওঁলোকৰ কাঠৰ কাৰবাৰ 'ন-জোনৰ দৰে কলা কলাকৈ দিনৌ বাঢ়িবলৈ' ধৰিলে।

কাঠৰ কাৰবাৰৰ উপৰি লক্ষ্মীনাথে ১৮৯৯ খ্ৰীষ্টাব্দত কলিকতাত 'মিছেলেনিয়াছ ষ্টোৰ' নামে এখন দোকান আৰম্ভ কৰে।

হাওড়াৰ প্ৰতিপত্তিশালী ব্যক্তি অতুল বাবুৰ জৰিয়তে ৩৮ নং ডবচন ৰডৰ ঘৰটোত বেজবৰুৱাই সপৰিয়ালে থাকিবলৈ ললে।

১৯০৩ খ্ৰীষ্টাব্দলৈকে বি-বৰুৱা এণ্ড কোম্পানীৰ কাৰবাৰত যথেষ্ট উন্নতি হ'ল। বছৰৰ শেহৰফালে ভোলানাথ আৰু লক্ষ্মীনাথৰ 'ভিতৰত কলি প্ৰৱেশ' কৰিলে। সেইবছৰ জুন মাহত ভোলানাথ বৰুৱাই তেওঁৰ 'পাৱাৰ অব্ এটৰ্নি' অতুল বাবুক দিবলৈ ক'লে। ভোলানাথ বৰুৱাই লেণ্ড গাড়ীখন বেচাৰ ব্যৱস্থা কৰিলে। বেজবৰুৱাই ডবচন ৰোডৰ ঘৰটো এৰিবৰ কাৰণে ভোলানাথে আওপকীয়া ব্যৱস্থা ল'লে। মাণিকচন্দ্ৰ বৰুৱা ঋণমুক্ত হোৱাৰ পিছৰে পৰা লক্ষ্মীনাথ ভোলানাথৰ অপ্ৰিয়ভাজন হ'ল। এই প্ৰসঙ্গত লক্ষ্মীনাথে

লিখিছে, "অসমৰ লেঠাটো মৰি যোৱা পিছৰেপৰা মই লক্ষ্য কৰি আহিছোঁ ধৰিলো যে, বি-বৰুৱা মোৰ প্ৰতি মতি-গতিও লৰিল। ... আগেয়ে তেওঁৰ যিবোৰ লগা-ভগা বংশ-পৰিয়ালক আৰু স্বদেশী পুৰাতন বন্ধু-বান্ধৱক তেওঁৰ পৰা এশহাতৰ দূৰত থৈছিল, সেই সকলোবোৰকে লাহে লাহে লগ লগাই ললে" (মোৰ জীৱন-সোঁৱৰণ)।

লক্ষ্মীনাথে ডবচন ৰোডৰ ঘৰ এৰি ১০ নং নিমখ তোলাৰ ঘৰলৈ যায়। তেওঁ কোম্পানীৰ হিচাবৰ বহী অতুল বাবুক চমজাই দিয়ে বৰুৱাৰ নিৰ্দেশমতে। তেওঁ ভোলানাথ বৰুৱাৰ সৈতে কৰা 'শ্লিপাৰ বিজনেছ' এৰিলেও 'টিক্' ব্যৱসায়ত লক্ষ্মীনাথৰ অংশ থাকিল।

লক্ষ্মীনাথে ১৯০৩ চনৰ আগষ্ট মাহত হাওড়াৰ ২১ নং ৰোজমেৰি লেনৰ ঘৰটো (লৰেল্চ) কিনে। কেইবছৰমানৰ মূৰত 'টিক্' ব্যৱসায়ত পৰালি পৰিবলৈ ধৰিলে। ১৯১১ চনৰ ছেপ্তেম্বৰৰ ৭ তাৰিখে টিক্ ব্যৱসায়ৰ হিচাপ নিকাচ হ'ল আৰু লক্ষ্মীনাথ ভোলানাথ বৰুৱাৰ যুটীয়া ব্যৱসায়ৰ পৰা আঁতৰিল।

### এৰনীয়া ব্যৱসায়

১৯১২ চনত লক্ষ্মীনাথে টিক্ কাঠৰ ব্যৱসায় কৰিবৰ কাৰণে মনস্থ কৰি ছালিমাৰত এটা কাঠৰ গোলাৰ ব্যৱস্থা কৰে। দুই-এজন পুৰণি কৰ্মচাৰী তেওঁৰ সহায়ক হ'ল। অৰ্থৰ প্ৰয়োজন হোৱাত, তেওঁ ৰোজমেৰি লেনৰ 'লৰেল্চ' ঘৰটো ১০,০০০ (দহহেজাৰ টকা) টকাত বন্ধকত দিয়ে। সিফালে 'মিচেলেনিয়চ ষ্টোৰচ্'ৰ অৱস্থা বেয়া হ'ল, আৰু দোকানৰ ধাৰ মাৰিবৰ কাৰণে এহেজাৰ টকা ধাৰ কৰিলে। দোকানখন পূৰ্বৰ স্থানৰ পৰা ২নং লালবাজাৰ ষ্ট্ৰীটলৈ তুলি নিলে। ১৯১২ চনৰ ২৭ আগষ্টৰ দিন-লিপিৰ পৰা জানিব পাৰি যে তেওঁ 'জয়ন্তী' নামৰ মূৰত ঘঁহা এবিধ তেল উলিয়াইছিল। বেজবৰুৱা ঘৰৰ সন্তান। আয়ুৰ্বেদৰো কিছু অভিজ্ঞতা আছে। সেয়েহে তেল উলিয়াব পাৰিলে। এই তেল জনপ্ৰিয় হৈছিল। দবাচলতে জীৱন-যুদ্ধত জয়ী হ'বৰ কাৰণে উদ্যম আৰু সাহসৰ প্ৰয়োজন। আনকি তেওঁ চিটি অব গ্লাচগো ইন্সিয়ৰেন্স কোম্পানীৰ এজেন্ট হৈছিল। চন্দ্ৰকুমাৰ আগৰৱালাই বন্ধুক চাহ বিক্ৰী কৰিবৰ কাৰণে (লক্ষ্মীনাথো উপকৃত হ'ব পাৰে) ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰিছিল।

দুখৰ নিশা দীঘলীয়া। প্ৰথম মহাসমৰ (১৯১৪-১৯১৮) আৰম্ভ হোৱাৰ লগে লগে লক্ষ্মীনাথৰ ব্যৱসায় পৰালি পৰি আহিবলৈ ধৰে। কাঠৰ বেপাৰী সেই ঠাইৰ পৰা পলাবলৈ ধৰিলে। টকা বাকী পৰিল। যি কাঠ জমা আছে,

তাৰো বিক্ৰী নাই। তেওঁ বেপাৰীবোৰৰ ওপৰত গোচৰ তৰিলে, তাৰ কিছুমানে ঋণ পৰিশোধ কৰিলে। বেছি ভাগেই টকা নিদিলে। 'সৰহখিনি ধকৱাৰ ধন অথাউনি পানীত পৰিল।' এই কালতে তেওঁ কোনো দিন পুৰণি 'ষ্টেটচ্‌মেন' কাকত বেছিহে ঘৰৰ খৰচ উলিয়াইছিল। 'অন্নচিন্তা চমৎকাৰা।' তেওঁ ব্ৰার্ড কোম্পানীৰ টিম্বাৰ আৰু আন আন গোটাচেৰেক ডিপার্টমেণ্টৰ বৰচাহাব মিষ্টাৰ কার্ক পেট্ৰিকোৰ সৈতে চিনাকি হৈ তেওঁৰ আগত দুখৰ কাহিনী ক'লত তেওঁ তেওঁলোকৰ ফাৰ্মত চাকৰি এটা দি সহায় কৰিবলৈ গাত ললে" (মোৰ মৃগয়া-আৱাহন, ২য় বছৰ ২য় সংখ্যা)। চাকৰি জীৱন আৰম্ভ হ'ল ১৯১৬ চনত। দৰ্মহা মাহে এশ পঞ্চাশ টকা, তাৰে ভিতৰত দুটাকৈ আয়কৰ কৰ্তন। তেওঁ উক্ত কোম্পানীৰ পণ্য প্ৰচাৰক ৰূপে ('কেন্‌ভাচৰ্) মাজে-সময়ে ভাৰতৰ বিভিন্ন ঠাইলৈ যাবলগীয়া হয়। ১৯১৭ চনত কোম্পানীয়ে তেওঁক কাঠৰ কামৰ তদাৰক কৰিবৰ কাৰণে সম্বলপুৰলৈ পঠিয়ায়। কার্ক পেট্ৰিকে সম্বলপুৰলৈ গৈ লক্ষ্মীনাথৰ কাম চাই তেওঁৰ দৰ্মহা পঞ্চাশ টকা বঢ়াই দিয়ে। সেই বছৰ (১৯১৭) ছেপ্তেম্বৰ মাহত তেওঁ সপৰিয়োলে সম্বলপুৰৰ বাসিন্দা হয়। তেওঁ প্ৰায় এঘাৰ বছৰ সেই ঠাইতে থাকে। বাৰ্ড কোম্পানীৰ সেই ঠাইৰ 'গ্ৰেফাইট'ৰ কামো তেওঁ চাবলগীয়া হয়। হাবিৰ কামত তেওঁ ত্ৰিশ মাইল দূৰৰ মেষপালৰ হাবি এটা পাচলিখানমত থাকি কাম চাবলগীয়া হৈছিল। তাত এটা বঙলা সজাই লৈছিল।

বাৰ্ড কোম্পানীৰ হাবিৰ ম্যাদ শেষ হোৱাত, ১৯২৭ চনৰ ৩০ জুলাইত তেওঁক বাৰ্ড কোম্পানীয়ে অসমৰ হাবিত কাঠৰ কাৰবাৰ চোৱা-চিতা কৰাৰ দায়িত্ব দিয়ে। তেওঁ শ্বিলঙৰ উমলিং, ননগ্ৰাম আদি ঠাইৰ ৯ নৱেম্বৰত কোম্পানীক কাম-কাজৰ প্ৰতিবেদন দিয়ে। ১৪ ডিচেম্বৰত কোম্পানীয়ে তেওঁক নেপালৰ সীমামূৰীয়া বিহাৰৰ যোগবাণী নামৰ নিৰ্জন ঠাইত কাম কৰিবলৈ দিয়ে। তাৰপৰা মাজে-সময়ে উক্ত কোম্পানীৰ কামত পাণ্ডু আৰু গুৱাহাটীলৈ অহা-যোৱা কৰিব লগা হৈছিল। লক্ষ্মীনাথৰ পৰিয়াল সম্বলপুৰত। ১৯২৮ চনৰ ১৪ জানুৱাৰী তাৰিখে তেওঁক গুৱাহাটীৰ ওচৰত হাবিত কাৰ্য্যালয় পাতিবলৈ দিয়ে। ১৫ জানুৱাৰীত তেওঁৰ অৰণ্য-জীৱন আৰম্ভ হ'ল - শ্বিলঙৰ লাইলাকত বাহৰ পাতিলে। লগত তেওঁৰ উড়িয়া লগুৱা ভালু। যতীন্দ্ৰনাথ দুৱৰালৈ লেখা চিঠিত কৈছে, "তুমি মোৰ ক'লা লগুৱাটোক (যাৰ নাম বালু) জানা। পাহৰিছা যদি সোঁৱৰাই দিওঁ মোৰ সুবিখ্যাত সঙ্গীত সঙ্ঘৰ চতুৰ্থ শ্ৰেণীৰ সেই মেধাবী ছাত্ৰ। ভৱিষ্যতত দিলীপ ৰায় হব বুলি যাৰ গাত ছাব মাৰি থোৱা

হৈছে, সেই ভুচুণ্ডাৰ সি পিতৃপুৰুষ।" (১০/২/৩০) লক্ষ্মীনাথে লাইলাকৰ পৰা খোজকাঢ়ি গৈ ননগ্ৰামৰ হাবিৰ 'স্লিপাৰ' 'পাছ্' কৰাব লাগে। তেওঁ হাবিৰ কামত অভ্যস্ত হলেও, এই ঠাইত কাম কৰোঁতে বৰ কষ্ট ভোগ কৰিবলগীয়া হয়। তেওঁ পত্নীলৈ (৮/২/২৮ তাৰিখৰ চিঠি) লিখে, "এই জঙ্গল কি ভীষণ! এখানে এলেই কান্না পায়। তবু ভাল আছি। তুমি ভেব না। কোনমতে এই কয়টা দিন কাটিয়ে দিব।"

এদিনৰ ঘটনা। ননগ্ৰামৰ হাবি দিনতে আন্ধাৰ। তেওঁ কাম চাই ফুৰোঁতে বেলি মাৰ যাবৰ হ'ল। আন্ধাৰত বাট হেৰাল। খোজ কাঢ়োতে লতাই ভৰিত মেৰিয়াই ধৰিলে। সিফালে বনৰীয়া জন্তুৰ চিয়ঁৰ। অষ্ঠ-কণ্ঠ শুকাই গ'ল। শিল এচটাতে বহোতে লেবেজান হৈ পৰিল। দুজন গাৰো কৰতিয়ালে তেওঁক পৰি থকা দেখা পাই চুঙাত অনা ফিকা চাহপানী মুখত বাকী দিয়ে। তেওঁ সিহঁতৰ লগত খোজকাঢ়ি যাব নোৱৰা দেখি কৰতিয়াল এটাই বোকোচাত কৰি লৈ গ'ল। তেওঁ সেইদৰে গৈ ঘৰ পোৱাত ভালুৱে ভয় খাই কলে, "মেমচাহাবে আপোনাক এনেদৰে দেখা হলে কান্দিলেহেঁতেন। কি ভয়ানক!" এই সময়ত লক্ষ্মীনাথ ৬৪ বছৰীয়া। জীৱনৰ কি কঠোৰ সংগ্ৰাম!

তেওঁ ৯ ফেব্ৰুৱাৰী (১৯২৮) তাৰিখে শ্বিলঙলৈ গৈ কোম্পানীৰ হৈ বন বিভাগৰ মুখ্য বিষয়াৰ কাৰ্য্যালয়ত যাৱতীয় কাম সম্পন্ন কৰে। ১৩ তাৰিখে গুৱাহাটীলৈ গৈ 'স্লিপাৰ' পঠাবৰ বাবে ৰেলৰ ভৰাৰ ব্যৱস্থা কৰে। তেওঁ পাছদিনা কোম্পানীৰ কৰ্তৃপক্ষলৈ ডাকযোগে পদত্যাগ পত্ৰ প্ৰেৰণ কৰে। তেওঁ ২৮ তাৰিখে গুৱাহাটীৰ কোম্পানীৰ কাৰ্যালয়ত নিজৰ দায়িত্ব ভাৰ অৰ্পণ কৰি ১মাৰ্চ তাৰিখে কলিকতালৈ যায়। তাৰপৰা ৩ তাৰিখে সম্বলপুৰলৈ যায়। ডাড়ি-গোঁফে ভোবোকাৰ! ক্লান্ত, শ্ৰান্ত।

## স্বাধীন ব্যৱসায়

চৌষষ্ঠি বছৰ বয়সত লক্ষ্মীনাথে নিয়তিৰ সৈতে সংগ্ৰাম আৰম্ভ কৰে। বুঢ়া মানুহে স্বাধীনভাৱে ব্যৱসায় কৰা বৰ সহজ কথা নহয়। তেওঁ ১৯২৮ চনৰ ৭ মে তাৰিখে কেশপালী জমিদাৰৰ পৰা হাবিৰ পট্টা লয়। ইয়াৰ নিমিত্তে তেওঁ ৫৬০০ টকা খৰচ কৰে। হাবিৰ নাম বেহাৰমাল। তেওঁ ১৯৩২ চনত টাপৰি সিং নামৰ আন এখন হাবি ললে। স্লিপাৰৰ ব্যৱসায় বাঢ়িল। প্ৰথমতে ব্যৱসায় ভাল হৈছিল যদিও পৰি অহা স্বাস্থ্যৰ কাৰণে সকলো কামত চকু দিব পৰা নাছিল।

তেওঁ বৰ জীয়ৰী অৰুণা মুখাৰ্জীয়ে পত্ৰ লিখে (১৩/১/৩১), "এবাৰ আমাৰ business একেবাৰেই খাৰাপ। ডিপোতে কাঠেৰ প্ৰকাণ্ড গাদা, অথচ বিক্ৰী নেই। খৰচে খৰচান্ত। ভাবছি তোমাৰ কাছে গিয়ে শুয়ে বাকী দিন কটা কাটিয়ে দেবো। একমুঠা ভাত খেতে দিও-আৰ সব ছেড়ে দেবো। একটা ছোটখাট ৰকম নীচেৰ তলায় ঘৰ ৰেখে দিও- একটা দড়িৰ খটিয়া হলেই হবে।..." (ফ্ৰেগৰেণ্ট মেমৰিজ্ -অৰুণা মুখাৰ্জী)। বেজবৰুৱাৰ কেনে অসহায় অৱস্থা!

লক্ষ্মীনাথৰ স্বাস্থ্য পৰি আহিল। তেওঁ এখন চিঠিত (৩০/৭/৩৫) অৰুণালৈ লিখে, "ৰাগেৰ ভাবনাৰ সময় ভেবেছিলুম-তিনটা মেয়েৰ একোঁটাতো (দীপিকাই খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰে-লেখক); বাকী দুটোৰ ভিতৰে (অৰুণা আৰু ৰত্না) যদি কোনো কাৰণবশতঃ শেষ বয়সে এই বুড়-বুড়ী বাপ-মাকে ছেড়ে দেয়, তাহলে তাদেৰ শবেৰ উপৰ একটুকুৰা কাঠ ফেলে দিবাৰ আৰ কেউ থাকবে না" (ফ্ৰেগৰেণ্ট মেমৰিজ্)। জীয়েকেই পিতৃৰ বিপদৰ সহায়।

১৯৩৭ চনৰ জুন মাহৰ পৰা লক্ষ্মীনাথৰ অসুখ বেছি হ'ল। সহিব নোৱাৰি মাজু জীয়ৰী ৰত্না বৰুৱাই ১৮ আগষ্ট তাৰিখে তেওঁক ডিব্ৰুগড়লৈ লৈ গৈছিল। চিকিৎসাত কিছুদূৰ নিৰাময় হৈছিল। সেই বছৰৰ ২৬ ডিচেম্বৰ তাৰিখে লক্ষেশ্বৰ শৰ্মাৰ (প্ৰাক্তন আই-এ-এচ) লগত মই (তেতিয়া কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ) লক্ষ্মীনাথ বেজবৰুৱাক দেখা কৰাৰ সৌভাগ্য ঘটিছিল। নৈৰ পাৰৰ বঙলাটিত থাকি কাষেদি বৈ যোৱা ব্ৰহ্মপুত্ৰৰ নদীৰ ৰূপালী বালি দেখি যেন সম্বলপুৰৰ মহানদীৰ পাৰত থকা নিজৰ বঙলাটোত থকাৰ সমান আনন্দ আৰু তৃপ্তি লাভ কৰিছিল। তেওঁ ১৯৩৮ চনৰ ২০ মাৰ্চ তাৰিখে সম্বলপুৰলৈ ঘূৰি যোৱাৰ দিন স্থিৰ হৈছিল; কিন্তু সেইদিনা যোৱা নহল। অন্তত ২৬ মাৰ্চৰ দিনা ব্ৰহ্মমুহূৰ্তত লক্ষ্মীনাথ বেজবৰুৱা স্বৰ্গগামী হয়।

মাতৃভূমি এৰি বিদেশত থাকি বিভিন্ন ব্যৱসায় কৰি আৰু ঘৰে-বাহিৰে অসমীয়া মাত কথা শুনিবলৈ নোপোৱা পৰিবেশত থাকি তেওঁ অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ বিবিধ প্ৰকাৰে কেনেকৈ হিত সাধন কৰি গ'ল সেইটোহে আমি আলোচনা কৰিলো।

# ত্ৰ্যহস্পৰ্শৰ ফল

ত্ৰ্যহস্পৰ্শৰ মূল কথা হ'ল 'ত্ৰ্যহং চান্দ্ৰদিনত্ৰয়ং স্পৃশতি'-প্ৰথমতে একাদশী, পিছত দ্বাদশী আৰু শেহ ৰাতি ত্ৰয়োদশী হ'লে ত্ৰ্যহস্পৃক হয়। এদিনত তিনিটা তিথিৰ সমাৱেশ হোৱাৰ কাৰণে ত্ৰ্যহস্পৰ্শত বিবাহ, যাত্ৰা প্ৰভৃতি শুভকাৰ্য্য নিষিদ্ধ, কিন্তু স্নান, দানাদি অশেষ পূণ্যজনক। এই তিথি উপোষ্য অৰ্থাৎ এই তিথিত উপবাস কৰিব লাগে। কিন্তু অসমীয়া সাহিত্য ক্ষেত্ৰত 'ত্ৰ্যহস্পৰ্শৰ ফল' বিস্ময়কৰ।

লক্ষ্মীনাথ বেজবৰুৱাই(১৮৬৪-১৯৩৮) তেওঁৰ আত্মজীৱনীত লিখিছে, "দ্বিতীয় বছৰত জোনাকীক, ১০ নং আৰ্ম্মেনিয়ান ষ্ট্ৰীটৰপৰা ২ নং ভবানীচৰণ দত্ত লেনৰ অসমীয়া ছাত্ৰৰ মেছলৈ তুলি অনা হ'ল। শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাও তেওঁলোকৰ আৰ্ম্মেনিয়ান ষ্ট্ৰীটৰ ঘৰৰপৰা আহি সেই মেছবাসী হ'ল। তাতে আগৰৱালা, শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী আৰু এই লেখক এই তিনি অন্তৰঙ্গ বন্ধুৰ একত্ৰ সমাৱেশ ঘটিল; আৰু তিনিও "জোনাকী"ৰ উন্নতি কাৰ্য্যত ব্যস্ত হৈ পৰিলোঁহক। এই ত্ৰ্যহস্পৰ্শৰ ফলত "জোনাকী" প্ৰবন্ধ সম্পদেৰে চহকী হৈ উঠিল।" লক্ষ্মীনাথ, চন্দ্ৰকুমাৰ আৰু হেমচন্দ্ৰ এই তিনিও "নিবহ-নিপানীকৈ ত্ৰিনিটি" হ'ল অৰ্থাৎ "একেই তিনি, তিনিয়েই এক"। 'জোনাকী' আলোচনীৰ মূলতো এই তিনিৰ সমাৱেশ।

হৰিবিলাস আগৰৱালাৰ পুত্ৰ চন্দ্ৰকুমাৰ আগৰৱালাই (১৮৬৭-১৯৩৮) তেওঁলোকৰ ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীটৰ ঘৰত থাকি কলিকতাৰ প্ৰেচিডেন্সী কলেজত এফ-এ পঢ়ি আছিল। লক্ষ্মীনাথ বেজবৰুৱাই এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ (১৮৮৬) কলিকতাৰ চিটি কলেজত (অৱশ্যে পোনতে ৰিপন কলেজত) নাম লগায়। সেই সময়তে আগৰৱালা পৰিয়ালৰ 'মাজিউ'ৰ (চন্দ্ৰকুমাৰ) লগত তেওঁৰ বন্ধুত্বৰ সূত্ৰপাত। হেমচন্দ্ৰ গোস্বামীয়ে (১৮৭২-১৯২৮) ১৮৮৮ চনত এণ্ট্ৰেন্স মহলাত উঠি কলিকতাৰ কলেজত পঢ়িবলৈ যাওনা হয়। গুৱাহাটীৰ জাহাজঘাটত হেমচন্দ্ৰই লক্ষ্মীনাথ বেজবৰুৱাক লগ পায়। লক্ষ্মীনাথ সেই বছৰ এফ-এ পৰীক্ষাত উত্তীৰ্ণ হৈ বি-এ শ্ৰেণীত ভৰ্ত্তি হ'বৰ কাৰণে কলিকতালৈ যাত্ৰা কৰে। দুয়ো একে ডাক-জাহাজত উঠি কলিকতালৈ যায়। হেমচন্দ্ৰ প্ৰেচিডেন্সী কলেজত ভৰ্ত্তি হয়। সেই সময়ত চন্দ্ৰকুমাৰ

এফ-এ শ্ৰেণীৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ। লক্ষ্মীনাথ, চন্দ্ৰকুমাৰ আৰু হেমচন্দ্ৰৰ ত্ৰিবেণী সঙ্গম আমাৰ সাহিত্যৰ পক্ষে তাৎপৰ্য্যপূৰ্ণ। তিনিওৰে 'মনৰ ঢাল' সাহিত্য-চৰ্চ্চাৰ ফালে-"তিনিওৰে প্ৰাণৰ কথা তিনিৰে জানিলে"।

লক্ষ্মীনাথে কলিকতাৰ ঠাকুৰ পৰিয়ালৰ জীয়ৰী প্ৰজ্ঞাসুন্দৰী দেৱীক বিয়া কৰাবলৈ ইতস্ততঃ কৰাত চন্দ্ৰকুমাৰে বন্ধুক উৎসাহিত কৰিবৰ নিমিত্তে 'শান্তি' নামৰ কবিতাৰে প্ৰেমৰ জয়গান গালে -

সংসাৰৰ উপেক্ষা ৰাশিয়ে
নাশিব নে শান্তি হৃদয়ৰ ?
বাটৰুৱা লোকৰ কথাতে
ভাঙিবানে আপোনাৰ ঘৰ ॥

যি প্ৰেমেই তোমাৰ সম্বল
সেয়ে স্পৰ্শমণি সংসাৰৰ।
কিবা চোৰা হাতৰ ৰতন
প্ৰেমেহে যে শান্তি জগতৰ।

হেমচন্দ্ৰয়ো লক্ষ্মীনাথক উৎসাহ যোগাইছিল। এই প্ৰসঙ্গত লক্ষ্মীনাথে লিখিছে, "ঠাকুৰবাড়ীত মোৰ বিবাহ একপ্ৰকাৰ স্থিৰীকৃত হ'ল। সেই বিষয়ে বিচাৰ,বিবেচনা, সিদ্ধান্ত আৰু সংকল্পত মোৰ প্ৰিয়তম বন্ধু 'মাজিউ' (চ.কু.আগৰৱালা লেখক) আৰু হেম গোসাঁই মোৰ সোঁহাত আৰু বাওঁহাত আছিল"।

লক্ষ্মীনাথ আৰু হেমচন্দ্ৰই ছাত্ৰাৱস্থাৰ পৰা সাহিত্য চৰ্চ্চা কৰে। উভয়ৰে ৰচনা গুণাভিৰাম বৰুৱাৰ আসাম-বন্ধুত প্ৰকাশিত হয় । লক্ষ্মীনাথৰ প্ৰকাশিত কবিতা হ'ল— 'মৃত্যু শৰ্য্যা' ( প্ৰথম খণ্ড, ষষ্ঠ সংখ্যা, ১৮৮৫) আৰু 'সন্ধ্যা' (দ্বিতীয় খণ্ড, ৩য়-৪ৰ্থ সংখ্যা, ১৮৮৬)। হেমচন্দ্ৰই নগাৱঁত ছাত্ৰাৱস্থাত বয়োজ্যেষ্ঠ সাহিত্যিক গুণাভিৰাম বৰুৱাৰ স্নেহাশিস লাভ কৰে। ৰত্নেশ্বৰ মহন্তৰ 'অকৃত্ৰিম বন্ধুতাই কাব্যিক উৎসাহ' দিয়ে। 'আসাম-বন্ধু'ত হেমচন্দ্ৰৰ ছাত্ৰ ৰচনা ক্ষেত্ৰি (১ম খণ্ড, ২য় সংখ্যা, ১৮৮৬), বিশ্বাস (১ম খণ্ড, ৯ম সংখ্যা, ১৮৮৫), মন (১ম খণ্ড, ১০ম সংখ্যা, ১৮৮৫), সংসাৰত সুখ (১ম খণ্ড, ১১শ সংখ্যা, ১৮৮৫), বিজুলী (২য় খণ্ড, ১/২ সংখ্যা, ১৮৮৬) আৰু প্ৰকৃতি (২য় খণ্ড, ৩য় ৪ৰ্থ সংখ্যা, ১৮৮৬) প্ৰকাশ হয়। গুণাভিৰাম বৰুৱা আৰু তেওঁৰ সহযোগীসকলৰ সংস্পৰ্শলৈ অহাৰ ফলত নগাৱঁত হেমচন্দ্ৰৰ

'সাহিত্য-পাহি মেল খায়'। "কবিতা-কেওঁ ফুটে নগাঁৱতেই আৰু নগাঁৱৰপৰাই ফুলি উঠে 'আসাম-বন্ধু'ৰ পাতত।"

লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰ উভয়ে অভিন্ন হৃদয় — যেন হৰি-হৰ আত্মা। কলিকতাত উভয়ৰে প্ৰীতিভাৱৰ জন্মে — সাহিত্য চৰ্চা হ'ল উভয়ৰে ঘাই কথা। লক্ষ্মীনাথে বিবাহত ইতস্ততঃ কৰা দেখি চন্দ্ৰকুমাৰে 'শান্তি' কবিতা ৰচনা কৰাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। লক্ষ্মীনাথেও চন্দ্ৰকুমাৰৰ বিবাহ(১৮৯৮) প্ৰসঙ্গত 'বীণবৰাগী' শীৰ্ষক ব্যঙ্গ কবিতাটো ৰচনা কৰে —

কেৰ্কোচ কেৰ্কোচ ৰবাগী ভটিয়াই গ'ল
ধনশিৰি মুখতে ৰ'ল।
ৰবাগিনী লগ পাই আমাৰ ৰবাগী ভাই
ষোলকলীয়াটো হ'ল।...

লক্ষ্মীনাথে কলিকতাত ব্যৱসায় কৰা কালত আৰ্থিক সঙ্কটে দেখা দিয়ে। সেই সময়ত চন্দ্ৰকুমাৰ চাহ খেতিত (তামোলবাৰী চাহ বাগিচা)ব্যস্ত। তেওঁ বন্ধুক সহায় কৰাৰ উদ্দেশ্যে তেওঁক উক্ত বাগিচাৰ চাহ বিক্ৰেতাৰূপে নিয়োগ কৰি বিপদত সহায় কৰে। কিনো চুম্বকৰ দৰে আকৰ্ষণ ! দুয়ো ১৯৩৮ চনৰ মাৰ্চ্চ মাহত অগাপিছাকৈ ইহলীলা সম্বৰণ কৰে—চন্দ্ৰকুমাৰ ২মাৰ্চ্চ আৰু লক্ষ্মীনাথ ২৬ মাৰ্চ্চৰ পুৱা ঢুকায়। দহ বছৰ পূৰ্বে হেমচন্দ্ৰ স্বৰ্গী হয়।

সিফালে চন্দ্ৰকুমাৰৰ হেমচন্দ্ৰৰ ওপৰত যে কিমান আস্থা সেই কথা প্ৰতীয়মান হয় চন্দ্ৰকুমাৰে তামোলবাৰীৰ পৰা তেওঁলৈ লিখা পত্ৰসমূহত। ১৮৯০ চনৰ ১১ মে' তাৰিখে চন্দ্ৰকুমাৰে হেমচন্দ্ৰলৈ লেখিছিল-"বেলি নৌমাৰ যাওঁতেই ধান শুকুৱাই লওক। ...মই মৰিলোৱেই বুলিব পাৰে। ...জোনাকীৰ বিষয়ে এটাইবোৰ কথা বিতংকৈ লেখিব। গ্ৰাহকৰ বৰগুণি আঢ়ে টকা কৰিব।" আন এখন চিঠিৰ (১০।১১।১৮৯১) সামৰণিত চন্দ্ৰকুমাৰে লেখে —"অ', গোসাঁই আপোনাসকলৰ 'জোনাকী'লৈ ৩৫ টকা পঠালোঁ। 'জোনাকী'ক নেমাৰিব। কাণ-মন দিব দেই।" হেমচন্দ্ৰ গোস্বামীৰ 'ফুলৰ চাকি' (১৯০৭) নামৰ কবিতা পুথিখন পঢ়ি আগৰৱালাই বন্ধুলৈ লেখে-

ভাই,
অহানিৰ কথা আজি সপোনত ভাহি
লগত আনিলে এই ফুলৰ পাহিটি।
আদৰ-মালতী তৱ মৰমৰ চিন;
তুলি ললোঁ হৃদয়ত জীওঁ যত দিন।

আজিৰ কথায়ো দিলে তাহানিৰ লগ
পুৰণি নতুন হ'ল, সপোন দিঠক।-

তোমাৰ চন্দ্ৰকুমাৰ
৫।১০।১৯০৭

চন্দ্ৰকুমাৰৰ দুই বন্ধুৰ প্ৰতি কেনে প্ৰীতিভাব আছিল সেই কথা তেওঁ হেমচন্দ্ৰলৈ তামোলবাৰী চাহ বাগিচাৰ পৰা লেখা ১৮৯১ চনৰ ১০ নবেম্বৰ তাৰিখৰ চিঠিত প্ৰকাশ পাইছে, "বেজবৰুৱাই আপুনিয়ে কিমান দ-ত ঠাই লৈছেহি কেনেকৈ কম ? মই বহুত দিন দুইজনলৈ মনত পৰি চিঠি লেখিবলৈ বহোঁ। দুশাৰী লেখি ভাল নহ'ল, আখৰ কেনেবা হ'ল বুলি আকৌ ডোখৰ ডোখৰকৈ ফালি পেলাওঁ...।"

উনবিংশ শতিকাৰ শেহৰফালে বঙ্গৰ নৱজাগৰণৰ ঢৌৰে প্লাৱিত কলিকতা মহানগৰীত অধ্যয়নৰত ছাত্ৰসকলে ৬৭নং মিৰ্জাপুৰ ষ্ট্ৰীটত ১৮৮৮চনৰ ২৫ আগষ্ট তাৰিখে (১৮১০ শকৰ ১০ ভাদ) সমবেত হৈ যিখন অসমীয়া ভাষা উন্নতি সাধিনী সভা স্থাপন কৰিছিল তাৰ গুৰিত আছিল লক্ষ্মীনাথ, চন্দ্ৰকুমাৰ আৰু হেমচন্দ্ৰ। এই তিনিজনৰ ভিতৰত হেমচন্দ্ৰ আছিল সৰ্বতো আগ। কনকলাল বৰুৱাই (১৮৭২-১৯৪০) এই প্ৰসঙ্গত লেখিছে, "কলিকতাত অসমীয়া ভাষা উন্নতি সাধিনী সভা প্ৰথমে প্ৰতিষ্ঠিত কৰাৰ প্ৰধান উদ্যোক্তা আছিল হেম গোসাঁই।

"অ-ভা-উ-সা-সভা স্থাপিত হোৱাৰ পাছত সেই সভাৰ শনিবৰীয়া চ'ৰাত পঠিত ৰচনা,কবিতা আদি প্ৰকাশ কৰাৰ সিদ্ধান্ত কৰা হ'ল। কিন্তু তাৰ নিমিত্তে পুঁজি ক'ত ? অসমীয়া ছাত্ৰসকলৰ মনৰ ভাব বুজি চন্দ্ৰকুমাৰ আগৰৱালাই 'জোনাকী' আলোচনী প্ৰকাশৰ দায়িত্ব ল'লে। তেওঁৰ সোঁহাত আৰু বাওঁহাতে লক্ষ্মীনাথ আৰু হেমচন্দ্ৰ আছেই। তাতে আকৌ হেমচন্দ্ৰই গুণাভিৰাম বৰুৱাৰ প্ৰভাৱত এই বিষয়ৰ কিছু অভিজ্ঞতাও আহৰণ কৰে। এই তিনিজনৰ বন্ধুত্বৰ 'প্ৰথম ফল' জোনাকী 'যি সৰ্ব্বতোভাৱে প্ৰিয় বন্ধু আগৰৱালাৰ মানস-তনয়া।"

১৮৮৯ চনৰ ১৩(?) জানুৱাৰীৰ (মাঘ,১৮১০ শক) দিনা চন্দ্ৰকুমাৰ গুপ্তৰ (তেতিয়া আগৰৱালাৰ উপাধি গুপ্ত আছিল) প্ৰকাশনত প্ৰথম ভাগ, প্ৰথম সংখ্যা 'জোনাকী' ওলায়। এই সংখ্যা ২০ পিঠিৰ আছিল। বেচ-পাঁচ মহা। সূচীপত্ৰ হ'ল—(১)জোনাকী(ঘন আকাশৰ মাজে...চন্দ্ৰকুমাৰ আগৰৱালা),(২) আত্মকথা, (৩) জাতীয় উন্নতি (প্ৰবন্ধ, কমলাকান্ত

ভট্টাচাৰ্য্য), (৪) লিতিকাই (লক্ষ্মীনাথ বেজবৰুৱা),(৫) বনকুঁৱৰী (নিজম দুপৰীয়া সুহুৰিটি মাৰি...চ.কু. আ.),(৬) আনন্দৰাম বৰুৱা(প্ৰবন্ধ), (৭) ছাত্ৰ ৰচনা (?) আৰু সাঁথৰ। সম্পাদকে আত্মকথাত কয়, "...আমি যুঁজিবলৈ ওলাইছো 'আন্ধাৰ'ৰ বিপক্ষে —উদ্দেশ্য দেশৰ উন্নতি,'জোনাক'। ...চাৰিওফালে হুৰহুৰাই 'কাম' চলিছে —অসমীয়া বহি থাকিবনে ? এই ভাপ-নাও, ভাপ-ৰথ, বিজুলী ডাকৰ দিনতো যদি হাত-ভৰি কোঁচাই বহি থাকাইঁক, তেনে আৰু আগবাঢ়ি যোৱাসকলৰ লগ ধৰিবলৈ আশা কৰিব নোৱাৰি। তুঁহৰ জুইৰ দৰে অসমীয়াৰ 'তেজ' আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে— এবাৰ ভমকাই উঠিবই উঠিব'।

প্ৰথম সংখ্যাত প্ৰকাশিত 'বনকুঁৱৰী' কবিতাটি অসমৰ দুজন বৰেণ্য পুৰুষ জগন্নাথ বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱাই লক্ষ্মীনাথৰ হতুৱাই 'পঢ়াই শুনি বিস্ময়-বিমিশ্ৰিত আনন্দ লভিছিল।' দৰাচলতে 'বনকুঁৱৰী' অসমীয়া কবিতাত নৱন্যাসৰ (ৰোমাণ্টিচিজম্) প্ৰথম শিহৰণ। 'জোনাকী'ৰ প্ৰথম ভাগ দ্বিতীয় সংখ্যাত প্ৰকাশিত হেমচন্দ্ৰৰ 'কাকো আৰু হিয়া নিবিলাওঁ' কবিতাই অনেকক সন্তোষ দিয়ে। ঘনশ্যাম বৰুৱাৰ আত্মশিক্ষা প্ৰবন্ধ, কমলাকান্ত ভট্টাচাৰ্য্যৰ পাহৰণি কবিতা আৰু চন্দ্ৰকুমাৰৰ নিয়ৰ কবিতাই প্ৰথম ভাগ জোনাকীক সুবেশ আৰু সুগম্ভীৰ কৰি তোলে। এই বছৰৰ জোনাকীৰ বৰগুণি সম্পৰ্কে লক্ষ্মীনাথে সাৰ্থক মন্তব্য কৰিছে, "এবছৰৰ জোনাকীৰ চেষ্টাই অসমীয়াৰ ভাষাৰ কঁকালত অনেক বল দিলে আৰু ভাষা আকাশত পুৱাৰ পোহৰ পৰিল।"

হেমচন্দ্ৰ 'জোনাকী'ৰ সেৱা-শুশ্ৰুষাত ব্যস্ত আছিল। দ্বিতীয় বছৰৰ আগভাগত চন্দ্ৰকুমাৰ অসমলৈ ঘূৰি আহে 'জোনাকী' প্ৰকাশৰ দায়িত্ব হেমচন্দ্ৰৰ হাতত এৰি। অৱশ্যে লক্ষ্মীনাথেও হেমচন্দ্ৰক সহায় কৰে। দ্বিতীয় ভাগ 'জোনাকী'ত কৃপাবৰ বৰুৱাৰ (সপ্তম সংখ্যা) আবিৰ্ভাৱ। তৃতীয় বছৰৰ চতুৰ্থ সংখ্যা 'জোনাকী' উলিয়াই প্ৰকাশক হেমচন্দ্ৰ গোস্বামীও অসমলৈ ঘূৰি আহে। কনকলাল বৰুৱাই সেই বছৰটো সম্পূৰ্ণ কৰে। চতুৰ্থ ভাগ জোনাকীৰ প্ৰকাশক (তথা সম্পাদক) হ'ল লক্ষ্মীনাথ বেজবৰুৱা। এইদৰে সেইকালত কলিকতাত পঢ়া অসমীয়া ছাত্ৰসকলৰ কেইজনমানে কঠোৰ সংকল্প, অসীম ধৈৰ্য্য আৰু নিষ্ঠাৰে জোনাকী আলোচনীখন উলিয়াই আছিল। সম্ভৱ জোনাকীৰ অন্তিম সংখ্যা আছিল অষ্টম বছৰ, প্ৰথম সংখ্যা।

চতুৰ্থ ভাগ 'জোনাকী'ত লক্ষ্মীনাথে চুটি গল্পৰ ৰীতি প্ৰৱৰ্ত্তন কৰে। এই বছৰত প্ৰকাশিত হেমচন্দ্ৰ বৰুৱাৰ 'আত্ম-জীৱন চৰিত' আধুনিক অসমীয়া গদ্যৰ

উজ্জ্বল নিদৰ্শন। ইয়াৰ উপৰি লক্ষ্মীনাথ, হেমচন্দ্ৰ, কমলাকান্ত ভট্টাচাৰ্য্য, লম্বোদৰ বৰা, কনকলাল বৰুৱা, গুণাভিৰাম বৰুৱা আদিৰ প্ৰবন্ধসমূহেও অসমীয়া গদ্যৰ পৰিপুষ্টি সাধন কৰে। অ-ভা-উ-সা-সভাৰ সদস্যসকলে কলিকতাত 'ভ্ৰমৰঙ্গ' (শ্যেক্সপীয়েৰৰ 'কমেডি অব্ এৰ'ৰচ্') নাটকৰ অভিনয় কৰি আত্মপ্ৰত্যয় লাভ কৰাৰ উপৰি পাশ্চাত্ত্য নাট্য-কলাৰ ৰীতি আদৰি ল'লে। সেইদৰে ইংৰাজ ৰোমাৰ্ণ্টিক কবিসকলৰ লিৰিক্ বা গীতিকবিতা এই যুগৰ কবিসকলৰ আদৰ্শ হ'ল। মুঠৰ ওপৰত গীতি-কবিতা, চুটি গল্প, ৰম্য ৰচনা, উপন্যাস, নাটক, প্ৰহসন, বুৰঞ্জীমূলক আৰু চিন্তামূলক প্ৰবন্ধ, লঘু প্ৰবন্ধ আদি 'জোনাকী' আলোচনীত প্ৰকাশে আধুনিক অসমীয়া সাহিত্যত এটা যুগৰ (জোনাকী যুগ) সৃষ্টি কৰে। এই যুগে প্ৰাচ্য আৰু পাশ্চাত্ত্যৰ মাজত শিলৰ সাঁকো নিৰ্মাণ কৰে। এইদৰে 'সমাজ, সাহিত্য, বিজ্ঞান, দৰ্শনাদি বিষয়ৰ' মাহেকীয়া আলোচনী জোনাকীয়ে কলিকতাৰ পৰা আন্ধাৰ অসমক পোহৰ বিলায়। সেয়েহে অসমীয়া সাহিত্য গগনত জোনাকীৰ আৰ্বিভাৱ এটা অবিস্মৰণীয় ঘটনা।

সামৰণিত ক'ব পাৰি যে লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামী এই 'ত্ৰ্যহস্পৰ্শৰ ফলত' অসমীয়া সাহিত্যত জোনাকী যুগৰ সৃষ্টি হয়।

# কবি-প্ৰত্নতাত্ত্বিক আনন্দচন্দ্ৰ আগৰৱালা

আনন্দচন্দ্ৰ আগৰৱালাৰ নাম স্মৰণ কৰিলেই এজন কোমল-কঠিনে গঢ়া পুৰুষৰ কথা মনলৈ আহে। তেওঁ নিজৰ জীৱিকাৰ কাৰণে বাচি ল'লে পুলিচ বিভাগৰ চাকৰি, যি চাকৰিত মানুহ কঠোৰ হয়; কিন্তু তাৰ অন্তৰালত তেওঁৰ কবি-কোমল অন্তৰখনি ফল্গু প্ৰৱাহৰ দৰে বৈ থাকিল।

আনন্দচন্দ্ৰ আগৰৱালাই যি কলংপুৰ মৌজাত জন্ম গ্ৰহণ কৰিছিল, সেই কলংপুৰত নিধিৰাম কেওট (নিধি লিৱি ফাৰবেল), লম্বোদৰ বৰা, হৰিবিলাস আগৰৱালা, চন্দ্ৰকুমাৰ আগৰৱালা, বিষ্ণুপ্ৰসাদ আগৰৱালা আদিৰ দৰে বিখ্যাত লোকসকলে জন্ম গ্ৰহণ কৰিছিল; আৰু তেওঁ যি বংশত জন্মগ্ৰহণ কৰিছিল সেই বংশৰ হৰিবিলাশ আগৰৱালা, চন্দ্ৰকুমাৰ আগৰৱালা, জ্যোতিপ্ৰসাদ আগৰৱালা আদিৰ অসমীয়া ভাষা-সাহিত্যলৈ অৱদান অতুলনীয়।

আনন্দচন্দ্ৰ আগৰৱালাই ছাত্ৰাৱস্থাৰেপৰা সাহিত্য চৰ্চা কৰিছিল। হাইস্কুলত পঢ়া কালত ব্ৰহ্মানন্দ বৰকাকতী, নবীনচন্দ্ৰ বৰদলৈ, কৃষ্ণপ্ৰসাদ আগৰৱালা আৰু কৰুণাভিৰাম বৰুৱা তেওঁৰ অন্তৰংগ বন্ধু আছিল, আৰু এওঁলোকে লগলাগি ১৪১ টা গীতৰ 'ধৰ্মসংগীত' নামৰ পুথি ৰচনা কৰে। এই পুথি সম্পৰ্কে জোনাকীৰ সম্পাদক (চতুৰ্থ বছৰ) লক্ষ্মীনাথ বেজবৰুৱাই মন্তব্য কৰিছিল, "জনদিয়েক পঢ়াশলীয়া ছাত্ৰৰ এনে সৎ আৰু গুৰুতৰ কাৰ্যত উদ্যম আৰু পুৰুষাৰ্থ দেখি আমি সঁচাকৈয়ে ৰং পাইছোঁ।" তেওঁ বৰদেউতাক হৰিবিলাস আগৰৱালাৰ লগত থাকি তেজপুৰ হাইস্কুলত পঢ়িছিল, আৰু বৰদেউতাকৰ পুথিভঁৰালৰ পুথি পঢ়াৰ সুবিধা পাইছিল। তেওঁ এঠাইত লেখিছে, "পাঠ্য-পুথিৰ বাহিৰেও বৰদেউতাৰ পুথিভঁৰালত থকা অনেক সজ পুথি আৰু কাকত পঢ়ি মই জ্ঞান আৰ্জিবলৈ সুবিধা পাইছিলোঁ। মই সৰু কালৰে পৰাই কবিতা পঢ়িবলৈ ভাল পাইছিলোঁ আৰু কবিতা লেখিবলৈ অভ্যাস কৰিছিলে।" হাই স্কুলত পঢ়ি থকাৰ কালতেই তেওঁ 'নৱবৰ্ষ' আৰু 'অসম' নামৰ দুটা কবিতা পাঠ কৰে, আৰু মাধৱ কন্দলি ৰামায়ণৰ প্ৰথম সংকলয়িতা ৰায় বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈয়ে সেই কবিতাটো শুনি তেওঁ আগলৈ কবি হ'ব বুলি ভূয়সী প্ৰশংসা কৰাৰ উপৰি আশীৰ্ব্বাদ দিয়ে। তেওঁ ১৮৯১ চনত এণ্ট্ৰেঞ্চ মহলাত

উত্তীৰ্ণ হৈ কলিকতাৰ মেট্ৰোপলিটান কলেজত (বিদ্যাসাগৰ কলেজ) এফ, এ, পঢ়েগৈ। এই কালতেই তেওঁ 'জোনাকী' যুগৰ কৰ্ণধাৰসকলৰ ঘাইকৈ লক্ষ্মীনাথ বেজবৰুৱাৰ সংস্পৰ্শলৈ আহে। তেওঁ ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ সান্নিধ্য লাভ কৰে। তেওঁ কাব্য চৰ্চাৰ প্ৰেৰণা লাভ কৰিছিল। 'জোনাকী', 'বিজুলী' আদি আলোচনীত প্ৰবন্ধ লেখিবলৈ ধৰে । আনন্দচন্দ্ৰৰ অনুবাদমূলক কবিতাসমূহ যেনে 'জীৱন-সংগীত', 'ইচ্ছা তযু পূৰ্ণ হোক হেৰা দয়াময়', 'যোগী', 'চহা' আৰু 'পণ্ডিত' আদি পঢ়িলে মৌলিক যেন লাগে। 'জিলিকনি'ৰ মৌলিক কবিতাসমূহৰ (যেনে আমাৰ গাওঁ, বলম, সুখ, আদি) ভাব, শব্দ-চয়ন আৰু ছন্দৰ হিল্লোলে পাঠকক আনন্দ দিয়ে। কবিৰ কোমল অনুভূতিয়ে 'ফুলকোৱঁৰ', 'পানেশৈ' আদি আখ্যানক কাব্যৰ পৰ্য্যায়লৈ উন্নীত কৰে।

আনন্দচন্দ্ৰ আগৰৱালা মনোবৃত্তিৰ ফালৰ পৰা কবি হ'লেও অতীত অসমৰ গৌৰৱপূৰ্ণ আৰু ঐতিহ্যপূৰ্ণ ইতিহাসৰ পম খেদি 'পদুমনি'ৰ কবিৰ মন প্ৰত্নতত্ত্বৰ প্ৰতি আকৰ্ষিত হ'ল। অসম সাহিত্য সভাৰ পঞ্চদশ অধিৱেশনৰ সভাপতিৰ আসনৰ পৰা তেওঁ অসমৰ প্ৰাচিনত্বৰ কথা কৈছিল। অসমৰ পুৰাবৃত্ত, সোণৰ অসম, তেজপুৰৰ পুৰাবৃত্ত, মণিশৈল বা মণিকূট পৰ্বত, গোৱালপাৰা জিলাৰ বিৱৰণ, তেজপুৰৰ পুৰণি কথা, কামৰূপৰ তীৰ্থ বিৱৰণ, পুৰণি তথ্য আদি বিভিন্ন প্ৰবন্ধত তেওঁ কালিকা পুৰাণ, যোগিনী তন্ত্ৰ আদিত উল্লিখিত প্ৰাচীন বিভিন্ন পীঠ, তীৰ্থ, নদী, পৰ্বত আদি যে অসমত আছে তাক তেওঁ উদ্ধৃতিসহ প্ৰমাণ কৰিছে। অৱশ্যে তেওঁ কোনো কোনো ক্ষেত্ৰত নিজৰ চিন্তাধাৰাৰ অনুকূলে সিবোৰ গ্ৰহণ কৰিছে। অসমৰ প্ৰাচীনত্বৰ বিষয়ে তেওঁ কৈছে— "অসম দেশ, অসমৰ পৰ্বতবিলাক অতি পুৰণি। পুৰাণ আৰু তন্ত্ৰত কামাখ্যাৰ যি বিৱৰণ আছে তাৰপৰা বোধ হয় কামাখ্যা পৰ্বতৰ মনোভৱ গুহাত আদি মানৱ-দম্পতী স্বায়ম্ভুৱ মনু আৰু গায়ত্ৰীৰ জন্ম হৈছিল। সেই নিমিত্তে কামাখ্যাক 'ভাগতাং প্ৰসূঃ ব্ৰহ্মযোনি' বোলা হৈছে। ... সমগ্ৰ সভ্য জগতৰ আদি পুথি ঋগ্‌বেদত আৰ্য্য জাতিৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, শিক্ষা-উৰা, কৃষি-কৰ্ম, জল-বায়ু, গছ-লতা, পশু-পক্ষী আদিৰ যি বৰ্ণনা আছে সেইবিলাকৰ লগত আমাৰ দেশৰ ৰীতি-নীতি আদিৰ এতিয়াও কিছু মিল দেখা যায়" (সভাপতিৰ অভিভাষণ)।

আনন্দচন্দ্ৰ আগৰৱালাৰ জীৱনজোৰা অধ্যয়নৰ সাৰমৰ্ম পোৱা যায় 'অসমৰ পুৰাবৃত্ত' প্ৰবন্ধত। তেওঁ প্ৰত্নতাত্ত্বিকৰ দৃষ্টিৰে 'প্ৰাচীন, পৱিত্ৰ আৰু মহিমামণ্ডিত্য' অসমৰ কথা বিৱৰি লেখিছে। অসমৰ পুৰাবৃত্ত প্ৰবন্ধৰ তলৰ

উদ্ধৃতিসমূহৰ পৰা এই কথা স্পষ্ট হ'ব। তেওঁ কৈছে—

(১) আমাৰ অসম দেশখনেই ভাৰতৰ পূৰ্ব প্ৰদেশ। ইয়াতেই ভাৰতৰ অৰুণোদয় হয়। ইয়াক প্ৰাক্ বা প্ৰাচি দিশ বুলিও কোৱা হয়। প্ৰাচী দিশৰ ভিতৰত অকল যে আমাৰ দেশখন পৰে এনে নহয়। ব্ৰহ্মদেশ আৰু হিমালয়ৰ পূৰ্বাংশও ইয়াৰ ভিতৰত পৰে। হিমালয়ৰ উত্তৰে তিব্বত দেশ। সেই দেশক উত্তৰ কুৰু বা কিম্পুৰুষ বৰ্ষ বোলা হৈছিল।

(২) ৰাজা আগ্নীধ্ৰৰ আন এজন পুতেকৰ নাম ইলাবৃত্ত আছিল। তেওঁ 'মৰুমধ্যমিলাবৃতং অৰ্থাৎ মেৰু বা পৰ্বতৰ মাজৰ ইলাবৃত্ত নামে এখন শস্য শ্যামলা উৰ্বৰ উপত্যকাভূমিত ৰাজত্ব কৰিছিল। তেওঁৰ নামেই তেওঁৰ ৰাজ্যৰ নাম ইলাবৃত্তবৰ্ষ হয়। এই ইলাবৃত্তবৰ্ষ আমাৰ অসম উপত্যকা বুলি বোধ হয়। কাৰণ অসম উপত্যকাৰ চাৰিওফালে মেৰু বা পৰ্বত আছে। ... উত্তৰ কাছাৰৰ এশাৰী পৰ্বতক এতিয়াও বৰাইল বোলে। বৰাইল শব্দটো বৰাহৰ আইল (আলি) শব্দৰ অপভ্ৰংশ। কাছাৰৰ বৰাক নদীৰ নামটো বৰাহখণ্ড শব্দৰ অপভ্ৰংশ হ'ব পাৰে।

(৩) ঋগ্বেদৰ সময়ৰ আৰ্য জাতি আদিতে আমাৰ এই দেৱভূমি অসমতে আছিল বুলি বিশ্বাস হয়। ইয়াৰ পৰাই তেওঁলোকে পৃথিবীৰ নানা ঠাইলৈ যায়। ঋগ্বেদত যি যি পশু-পক্ষী, গছ-লতা আৰু শস্যাদিৰ উল্লেখ আছে, সেই সকলো বিলাক আমাৰ দেশত পোৱা যায়। ঋগ্বেদৰ সময়ৰ জলবায়ুৰ লগত আমাৰ দেশৰ জলবায়ু প্ৰায় মিলে।

(৪) নতুন স্বৰ্গ ব্ৰহ্মদেশত থাকোতেও দেৱতাসকলৰ ভিতৰত আত্মকন্দল উপস্থিত হোৱাত কিছুমান দেৱতাই তাত নাথাকি তিব্বতলৈ গৈ শ্বানপু নদীৰ পাৰত বসতি কৰে। তেতিয়া তিব্বতকো স্বৰ্গভূমি বা ত্ৰিবিষ্টপ বোলা হৈছিল। সেই ঠাই বিদ্যা-চৰ্চাৰ কেন্দ্ৰ হৈ উঠিছিল আৰু তাৰ নাম উত্তৰ কুৰু হৈছিল। তাৰপৰা সোৱণশিৰী নৈৰ পাৰে পাৰে আমাৰ দেশলৈ যাতায়াত কৰা যিটো বাট আছিল তাৰ নাম পথ্যাস্বস্তি-পন্থা, ইত্যাদি।

'অসমত আৰ্য বসতি' প্ৰবন্ধত তেওঁ কৈছে যে প্ৰাচীন অসমত আৰ্যসকল বসতি কৰিছিল। উক্ত প্ৰবন্ধত আছে, ''অসমৰ তামৰ ফলিবিলাকত আদি যজ্ঞ কৰাৰো উল্লেখ আছে। ঋগ্বেদত যিবিলাক ঠাই আৰু নদীৰ নাম আছে তাৰপৰা বোধ হয় যে আৰ্য জাতি সৰপস বা মানস সৰোবৰৰ ওচৰৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে আহি ব্ৰহ্মপুত্ৰত উপনিবেশ স্থাপন কৰিছিল। ব্ৰহ্মপুত্ৰৰ এই নামটোৰ পৰাই জনা যায় ব্ৰহ্মপুত্ৰসকল এই নৈৰ পাৰত বাস কৰিছিল।' কামৰূপৰ তীৰ্থ

বিৱৰণ প্ৰবন্ধত কামাখ্যা, দেৱীকূট, উড্ডিয়ান্‌গিৰি, নীলাচল, উগ্ৰতাৰা, ভৈৰৱ পৰ্বত বা ভৈৰৱ চূড়া, কন্যাশ্ৰম, নাটক পৰ্বত, নন্দিকেশ্বৰ, উমাবন, গুপ্তকাশী, বিশ্বনাথ,নাগশংকৰ,বশিষ্ঠীগংগা, বশিষ্ঠাশ্ৰম, পৰশুৰামকুণ্ড, জল্পীশ, টুক্ৰেশ্বৰী, পগলাটেক, মণিশৈল বা মণিকূট পৰ্বত, বাণেশ্বৰ, হয়গ্ৰীৱ মাধৱ, পিংগলেশ্বৰ, বৰাহকুণ্ড, মণিকৰ্ণিকা, পাণ্ডুনাথ, নৱগ্ৰহ, উৰ্বশী, শুক্ৰেশ্বৰ, কৰ্মনাশা আদিৰ বিশদ বিৱৰণ দিছে।

তেওঁ অসমীয়া ভাষা সাহিত্যৰ বিষয়ে প্ৰবন্ধ লেখিছে। তেওঁ জাতিতত্ত্বৰ বিষয়ে লেখা প্ৰবন্ধসমূহ হ'ল — 'মানসা নদী আৰু বড়ো জাতি', 'মন্থা ভোট' 'আমাৰ দেশৰ আদিবাসী মানুহ' আদি। তেওঁ অসমীয়া সাহিত্য বিষয়ক কেবাটাও প্ৰবন্ধ লেখিছে। 'তন্ত্ৰশাস্ত্ৰ আৰু আমাৰ বৰ্ণমালা', 'অসমীয়া ভাষাৰ প্ৰকৃতি আৰু বিশিষ্টতা', 'অসমীয়া সাহিত্যৰ উন্নতিত তেজপুৰীয়াৰ দান', 'অসমীয়া আখৰ জোঁটনিৰ নিয়ম' আদি প্ৰবন্ধত তেওঁ ভাষা আৰু সাহিত্যৰ বিষয়ে বহুত কথা আলোচনা কৰিছে। সংস্কৃতমূলক অসমীয়া ঘৰুৱা শব্দ প্ৰবন্ধৰ তলৰ উদ্ধৃতিৰ পৰাই তেওঁৰ ভাষাতত্ত্বৰ অধ্যয়ন, গভীৰ জ্ঞানৰ আভাস পাব পাৰি। অসমীয়া মানুহে সদায় ঘৰত কোৱা কিছুমান সংস্কৃতমূলক শব্দ আৰু তাৰ বঙলা প্ৰতিশব্দ তলত লিখা হ'ল। এই তালিকাৰ শব্দাৱলী ৰিজাই চালে অসমীয়া (কামৰূপী) ভাষা যে বঙলা ভাষাতকৈ বেছি পুৰণি সেইটো বুজিব পাৰি। যেতিয়া বঙ্গদেশৰ অধিকাংশ ঠাই সাগৰৰ গৰ্ভত আছিল, তেতিয়া বঙ্গদেশত সভ্যতাৰ নামগন্ধও নাছিল। তেতিয়া অসম এখন প্ৰতাপী সাম্ৰাজ্য আছিল।

| সংস্কৃত | অসমীয়া | বঙলা |
|---|---|---|
| অগ্নিকুক্কুটঃ | জুইত কুকুহা | জ্বলন্ত নুড়া |
| অগ্ৰমাংসম্ | আগমংগহ | হৃদয় |
| অংকুশঃ | অংকুশ | ডাংগশ্ |
| অট্টালঃ | আটাল | (বংগদেশত ইয়াৰ ব্যৱহাৰ নাই) |
| অত্ৰ | অ'ত | এখানে |
| মেলান্দু | মৈলাম | দোয়াত |
| বৰাহঃ | বৰা | শূয়ৰ |

'মানসা নদী আৰু বড়ো জাতি' প্ৰবন্ধত বড়ো ভাষাৰ বিষয়ে তেওঁ লেখিছে —

আমাৰ অসমীয়া ভাষাৰ কোনো কোনো শব্দৰ মূল বিচাৰিলে বড়ো ভাষাত পোৱা যায় । যেনে -

| বড়ো | অসমীয়া |
|---|---|
| লাসে লাসে | লাহে লাহে |
| হাচুঁড়া | আঠুৰা |
| উৱাহ্ | উৰহ |

'সৃষ্টিতত্ত্ব', 'কৰ্মফল তত্ত্ব' আৰু 'পৰলোক তত্ত্ব' শীৰ্ষক প্ৰবন্ধসমূহত তেওঁ বক্তব্য বিষয় প্ৰাঞ্জল ভাৱে দাঙি ধৰিছে। সৃষ্টিতত্ত্বত তেওঁ লেখিছে — "...মৃত্যুত জীৱাত্মাই মূল দেহ পৰিত্যাগ কৰি সূক্ষ্ম দেহক আশ্ৰয় কৰি পৃথিৱীৰ পৰা অন্তৰীক্ষ বা ভূৱলোকলৈ যায়, তাত পাপৰ ফল ভোগ কৰি সূৰ্যৰ কিৰণক আশ্ৰয় কৰি স্বলোকলৈ গৈ পুণ্যকৰ্মৰ ফল ভোগ কৰে। তাৰ পাছে কৰ্ম ক্ষয় হ'লে আকৌ বাসনাৰ জৰিয়ে জীৱাত্মাক পৃথিৱীলৈ টানি আনে। পৃথিৱীত তেওঁ আকৌ স্থূলদেহ ধাৰণ কৰি জন্ম লয়।" পৰলোক তত্ত্বত আছে — "... জীৱই মৃত্যুৰ পিছত তাৰ কৰ্মফল ভোগ কৰিবৰ নিমিত্তে পৰলোকলৈ যায়। তাৰ কৃতকৰ্মই তাক ভৱিষ্যতে যি যোনিলৈ লৈ যায় সেই যোনিৰেই প্ৰতিৰূপ যোনি সি মৃত্যুৰ পিছত ভাৱনাৰ দ্বাৰাই গঠন কৰি লয়। ভাৱময় সূক্ষ্ম শৰীৰৰ পিছে যোনিত প্ৰৱিষ্ট হৈ ভৌতিক স্থূলদেহত পৰিণত হয়। অন্তৰাল ভোগৰ পিছত জীৱৰ পুনৰ জন্ম হয়।"

আনন্দচন্দ্ৰই ঋগ্বেদ, পুৰাণ, কালিকাতন্ত্ৰ, যোগিনীতন্ত্ৰ আদি পুথি অধ্যয়ন কৰি প্ৰত্নতত্ত্ব বিষয়ক প্ৰবন্ধবাজি লেখিলেও তেওঁৰ অন্যান্য বিষয়ৰ দুই এটা প্ৰবন্ধৰ মূল্য সদায় থাকিব। তেওঁৰ 'অৰুন্ধতীৰ উপাখ্যান' নামৰ এলানি প্ৰবন্ধ এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। মহৰ্ষি মেধাতিথিয়ে তেওঁৰ আশ্ৰমৰ ছাত্ৰৰ শালিত অৰুন্ধতীক ওচৰতে বহুৱাই ব্ৰহ্মচাৰী ঋষিকুমাৰসকলক শৌচাচাৰ, সদাচাৰ, নিত্যকৰ্ম,পঞ্চযজ্ঞ, সংস্কাৰ, চতুৰাশ্ৰম, ব্ৰহ্মচৰ্য, প্ৰাণায়াম, দ্ৰব্যগুণ আদিৰ বিষয়ে দিয়া যি উপদেশ সি সকলো ছাত্ৰৰ উপযোগী। এই প্ৰবন্ধৰ শেষত আয়ুৰ্বেদ শাস্ত্ৰৰ কিছুমান দ্ৰব্যগুণৰ কথাও আছে। সীতাৰ বনবাস নামৰ প্ৰবন্ধসমূহত তেওঁ সীতাৰ চৰিত্ৰটো প্ৰাঞ্জলভাৱে দাঙি ধৰিছে।

এইদৰে কবি, প্ৰত্নতত্ত্ববিদ আৰু নিবন্ধকাৰ আনন্দচন্দ্ৰ আগৰৱালাই পুলিচ বিভাগৰ চাকৰি কৰিও মাতৃভাষাৰ বেদীলৈ পুষ্পাঞ্জলি নিবেদন কৰিছে। তেওঁৰ প্ৰবন্ধাৱলীয়ে তেওঁৰ গভীৰ অধ্যয়নপুষ্ট মনৰ পৰিচয় দিয়ে। তাৰ উপৰি সহজ,সৰল আৰু প্ৰাঞ্জল ভাষাই পাঠকৰ মন আকৰ্ষণ কৰে।

জয়তু আনন্দ চন্দ্ৰ আগৰৱালা ।।

# 'জ্ঞান-মালিনী'ৰ ভিতৰ চ'ৰা

মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতা বিচাৰ কৰোঁতে কিছুমান অমূলক অযুক্তিকৰ কথাৰ সন্মুখীন হ'ব লগীয়াত পৰে। প্ৰথমতে আমি শুনিবলৈ পাওঁ তেওঁ 'জ্ঞান-মালিনী'ৰ ৰচক হোৱা হলে দ্বিতীয় ভাগ ওলালেহেঁতেন।

হাজৰিকাদেৱ 'জ্ঞান-মালিনী'ৰ ৰচক হয়নে নহয় এই প্ৰশ্ন তোলাৰ অৰ্থাৎ বেকনে শেক্সপীয়েৰৰ নাটক ৰচনা কৰিছিল বুলি কোৱা কথাষাৰৰ নিচিনা। হাজৰিকাদেৱৰ লগত কথা পাতিলে বুজিব পাৰি যে তেখেতৰ মগজুত জ্ঞান-গছজোপাই আছে। তেখেতে ইচ্ছা কৰিলে আৰু কেবাখনো 'জ্ঞান-মালিনী' লিখিব পাৰিলেহেঁতেন। ৰাইজৰপৰা যিবিলাক অযুক্তিকৰ কথা শুনিবলৈ পাইছিল, বোধকৰো তাৰ কাৰণে তেওঁৰ উৎসাহ সেমেকি গৈছিল। কথা-প্ৰসঙ্গত তেখেতে মোক কৈছিল —"হেম গোসায়ে এদিন চাৰ আশুতোষ মুখাৰ্জীৰ আগত মোৰ কবিতাকে লৈ অসমীয়া কবিতাৰ পৰিচয় দিছিল। তেখেতে কৈছিল যে তেখেতৰ 'জ্ঞান-মালিনী'ৰ দ্বিতীয় আৰু তৃতীয়খণ্ড কোনোবা আত্মীয় এজনে চুৰ কৰি ছাপাখানাত দিওঁতে ধৰা পৰাত সেই আত্মীয়ই দুয়োটি খণ্ড জুইত পুৰি পেলায়।

দ্বিতীয়তে, তেখেতৰ কবিতাত ইচলাম ধৰ্ম্মৰ ছাঁ নাই, এই কথাষাৰিও আমাৰ মনত ঔটেঙা যেনহে লাগে। ঈশ্বৰ জগতত এজনহে। খ্ৰীষ্টিয়ানে 'গড' বোলে, ইহুদীয়ে যিহোৱা বোলে, মুছলমানে আল্লা বোলে আৰু হিন্দুৱে ঈশ্বৰ বা পৰমব্ৰহ্ম বোলে। ধৰ্ম্মৰ বিধি ব্যৱস্থাবোৰৰ তাৰতম্য হলেও কিছুমান বৈশিষ্ট্যৰ মিল আছে। ঈশ্বৰৰ সত্তা সকলো ধৰ্ম্মই স্বীকাৰ কৰে। সেই কাৰণে ঈশ্বৰৰ বাহিৰত প্ৰকাশৰ কথা বিভিন্ন ধৰ্ম্ম বা সম্প্ৰদায়ৰ কবিয়ে কবিতাত ব্যক্ত কৰে। এটি নিৰ্দিষ্ট ভাষাত ব্যক্ত কৰিলে একে যেন দেখা যায়। কোৰাণৰ প্ৰভাৱৰপৰা জ্ঞান-মালিনী মুক্ত বুলিব নোৱাৰি।

হাজৰিকাদেৱ যি সময়ত জন্মিছিল সেই সময়ত স্কুলত বঙালী, আদালতত বঙালী; সাধাৰণ মাত-কথাটো বঙালী চলিছিল। তেখেতৰ মতে সেই সময়ত বঙালী শিক্ষকবিলাকেও ছাত্ৰক 'জঙ্গলী অসমীয়া' বুলিহে গালি পাৰিছিল, অসমীয়া ভাষাটোও তেওঁলোকৰ ইতিকিঙৰ পাত্ৰ হৈছিল। সেই কাৰণে বঙালীৰ গৰাহৰপৰা মুক্ত হবলৈ দেশ-প্ৰেমিক হাজৰিকাদেৱৰ অন্তৰে কান্দিছিল। তেওঁ ঘকৰা অসমীয়া শব্দ বিচৰাত লাগি গৈছিল। ঘকৰা শব্দ লগাই

কেনেকৈ কবিতা লিখিব পাৰি এই চিন্তাই তেওঁক বৰ ব্যস্ত কৰি তুলিছিল। আন হাতে বঙালীৰ গৰাহ্বৰপৰা অসমীয়াৰ কৃষ্টি, সভ্যতা আৰু সংস্কৃতি ৰক্ষা কৰিবলৈ সুদূৰ পৰাহত হলেও, এই জনৰ অন্তৰত এটি থকা-খুন্দাৰ ভাব উপজিছিল। 'জ্ঞান-মালিনী'খন আজি লিখা হলে হাজৰিকাদেৱে সিমান আদৰ নেপালেহেঁতেন। কিন্তু জ্ঞান-মালিনীখন যি কালত ৰচনা কৰা হৈছিল সেই কালত অসম-আকাশ মেঘাচ্ছন্ন আছিল, অসমীয়াই সুকীয়া জাতি স্বৰূপে জীয়াই থাকিবৰ উৱাদিহ নেপাইছিল। জ্ঞান-মালিনীখন কোনোৱে নপঢ়া বুলি কব নোৱাৰে। জ্ঞান-মালিনীৰ কবিতাকিটা শ্ৰেষ্ঠ কবিতা নহলেও লোকপ্ৰিয় কবিতা যে তাত কোনো সন্দেহ নাই। এই পুথিখনত ইংৰাজ কবিৰ বা বঙালী কবিৰ ছাঁ নাই, শব্দাৱলীও অতি ঘৰুৱা। গদ্যৰ শব্দবিলাক কবিতাত খোকোজা নলগাকৈ ব্যৱহাৰ কৰাটো কম কবিত্ব শক্তিৰ পৰিচায়ক নহয়।

হাজৰিকাদেৱে কয় যে জ্ঞান-মালিনীৰ পাতনিত তেখেতে অসমীয়া গদ্য সাহিত্যৰ নমুনা দিছে, যি গদ্য সাহিত্য হাড়ে-হিমজুৱে অসমীয়া আৰু বিদেশী প্ৰভাৱৰপৰা মুক্ত। বাস্তৱিকতে অসমীয়া ঘৰুৱা শব্দাৱলীৰে শুৱলা বাক্য ৰচনা আমাৰ সাহিত্যত বিৰল। এই পাতনিখন অসমীয়া গদ্য সাহিত্যৰ নমুনা বুলি আটায়ে গৰ্ব্ব অনুভৱ কৰিব পাৰে।...পাতনিখনৰ মূল ঘটনাটি লিখকৰ ভুলীয়া জীৱনৰ লগত সম্পৰ্ক আছে। পাতনিখনত থকা "এই মালাধাৰি মাথোন তলসৰা আৰু এৰা বোটলা ফুলৰেহে গাঁথিছিলো, বৰ ভাল পোৱা নাই; কিন্তু কি কৰিম, তুমি যে অসময়ত আহিলা।" এই কথাষাৰি কবিৰ কাব্যিক জীৱনৰ পৰিচয় বুলিব পাৰি। মাতৃ-মন্দিৰলৈ তেওঁ এটি অৰ্ঘ্য নিৱেদন কৰিছে; অন্তৰত সৰলতা আছে। কিন্তু পূজোপকৰণ তেওঁৰ মনত যথেষ্ট হোৱা নাই। তেওঁ যি সময়ত উপজিছিল সেই সময়ত তেওঁক অকালত ওপজা born out of time বুলিব পাৰি। কেই বছৰমান আগতে ওপজা হ'লে সাহিত্যৰথী হেমচন্দ্ৰ বৰুৱাৰ সহায় আৰু উৎসাহ পালেহেঁতেন; নাইবা কেই বছৰমানৰ পাছত ওপজা হ'লে 'জোনাকী' যুগৰ লেখকসকলৰ উদ্দীপনাৰে উপকৃত হ'লহেঁতেন।

'জ্ঞান-মালিনী'ৰ প্ৰথম কবিতাতে আমি কবিক ঈশ্বৰ বিশ্বাসী বুলি ভাবোঁ। বেদ, কোৰান, বাইবেলে কোৱা কথাকে তেওঁ মানি লৈছে; সেয়েহে তেওঁ কৈছে যে কাৰিকৰ আছে, বিশ্বখনিকৰ আছে।
মানুহ জীৱনৰ বিষয়ে তেওঁ কৈছে—

পঞ্চভূতী পোছাকৰ
হো-হে পিন্ধি একোধাৰ
ভাৱৰীয়া হইছেহি ভৱ নাটকৰ।

আৰু সকলো বস্তুৰেই একো একো টোপা মাথোঁ 'বিশ্ব-সাগৰৰ'। ...তেওঁ অদৃশ্য ৰূপে গোটেই জগতখন বিয়পি আছে-

সকলোতে আছে তেওঁ
কিন্তু নেদেখে যে কেওঁ।

'মৰিশালিখনি' কবিতাটিত তেওঁ মৃত্যুৰ কবলত মানুহৰ দেহৰ আলৈ-আথানিৰ কথা কৈছে। মানুহে জীৱিত কালত নিজৰ শক্তি — ঐশ্বৰ্য্য, বিভূতি লৈ যিমানেই গৌৰৱ নকৰক লাগে, মৃত্যুৰ শীতল পৰশে সেইবোৰ নাইকিয়া কৰে। 'উপজিলে মৰিবও লাগিব এদিন।' এইটো বিশ্বজগতৰ ৰীতি। ওমৰে আমাৰ জগতখন আলহীঘৰ বুলি কৈছে। যিদিনা যমে 'মৰিশালি পোৱাবহি' সেইদিনা 'নেথাকিব ইঠাইত একো ভিন পৰ'। এই কবিতাটিত আমি মৃত্যুৰ পিছত আৰু এখন যে বিনন্দীয়া দেশ আছে সেই কথাৰ প্ৰমাণ পাওঁ।

'মুনিচুনি বেলি' কবিতাটিত তেওঁ ডেকা ভেমৰ কথা কৈছে। এই কবিতাটি তেখেতৰ practical experience বুলিব পাৰি। ডেকা লৰাবিলাকে সংসাৰত গা ঘেলাই ফুৰাটোৰেই প্ৰকৃত কৰ্ম্ম বুলি ভাৱে। সেই কাৰণে তেওঁ কৈছে-

এই যে জীৱন-ফুল, পদুমৰ দৰে,
দেহা-পুখুৰীত থাকে, টল্ বল্ কৰে
'কাল পচোৱা যে আহি কৰে থান থান,
ডেকাইঁতে সি কথাত দিছে আওকাণ।

জীৱনত ভাল আৰু বেয়া দুটা পথ আছে। ডেকাসকলে বিবেকহীন হৈ পিছৰটোহে সাৱটি ধৰে। সোঁ-বাট বা পুণ্যৰ বাটটি কণ্টকময়; আৰু পাপৰ বাটটি সহজে অতিক্ৰম কৰিব পাৰি। ডেকা-ধেমালি আৰু হুলি গলি কোনোটিয়েই বাৰেটি কাল নেথাকে। 'কালে আহি চাহি-মূহি পেলাবহি ওৰ'। মানুহৰ দেহৰ শক্তি আৰু সৌন্দৰ্য্য চিৰকলীয়া নহয়। মৃত্যু অৱশ্যম্ভাৱী। কোটি পৰিয়ালেও মৃত্যুৰ হাতৰ পৰা ৰক্ষা পৰিব নোৱাৰে। মৃত্যুত মানুহ অকলশৰীয়া; কৰ্ম্মফল মাথোন লগত যায়।

মাথো নিজ কৰ্ম্মফল একেলগে গই,
যুগে যুগে থাকিবলৈ যুগমীয়াকই।

'মইমতালি ভাবৰ ভেটি-উছন' কবিতাটিত তৰাৰ তুলনাত পৃথিৱীখন কিমান সৰু তাক দেখুৱাই মানুহৰ ক্ষুদ্ৰতাক প্ৰকাশ কৰিছে। Tennyson ৰ দৰে তেখোঁ তৰাৰ আহ্বান পাইছে-

অনন্ত আত্মাৰ অনন্ত যুঁজত,
জিকাৰ নিচান তুলি,

মাতিছে আমাক, অনন্ত বাটত,
অগুৱা হ'বলৈ বুলি।

মানুহে 'মই' ভাব লৈ বৰাই কৰে; কিন্তু ই ফোপদাং হে মাথোঁ। সেইহে তেওঁ কৈছে—

সমুদ্ৰ মাজত পোনাটি যেনেহে-
পৃথিৱী মাজত লেখি,
গোটেই বিশ্বৰ প্ৰাণীবো মাজ,
তোকও তেনেহে দেখি।

'সমুদ্ৰে বিন্দুবৎ'ৰ দৰে এই বিশ্বসংসাৰত মানুহ এটি ক্ষুদ্ৰ অংশ। 'আত্মন্' কবিতাটিত সোৰোপালি তিয়াগি পৰমাৰ্থ জ্ঞান অৰ্জ্জন কৰিবলৈ উপদেশ দিছে; পৰকালৰ কাৰণে পুণ্য অৰ্জ্জন কৰিব লাগে। দুদিনীয়া ধনৰ কাৰণে মোহ কৰা উচিত নহয়। এনে মোহত পৰিলে,

ওৰে ৰাতি দিনে সিদ্ধি কামনাত,
হ'ব ৰলি পুৰি ছাই।

বিষয় বিৰাগী হোৱা শ্ৰেষ্ঠ পথ। পাৰ্থিৱ ঐশ্বৰ্য্যই সিপুৰীত সহায় নকৰে। 'দিন-কণা' হৈছে সংসাৰৰ কৰ্ম্মৰ প্ৰতি আওকাণ কৰা এজন অন্ধ। সংসাৰৰ বিষয় বাসনাত ভোল গৈ অবাটে গৈ পৰমাৰ্থ ধন অৰ্জ্জন নকৰিলে। জীৱনৰ সন্ধিয়াত সি আনৰ সহায় বিচাৰিছে; কিন্তু কেনিও সহায়ৰ হাত নাই। 'দিনকণা' এটি কোনো ব্যক্তি বিশেষ নহয়; কিন্তু ই বিশ্ববিয়পা দিনকণা।

ওপৰৰ আলোচনাৰ পৰা কবিতাৰ ভাববোৰ বুজিব পাৰি। এই ভাবত কোনো 'ৰোমৰ্ণ্টিচিজম' নাথাকিলেও সাধাৰণ ভাবক সহজ সৰল উপমাৰে কবিতাত ৰূপকেদি ব্যক্ত কৰিব পৰাটো কবিৰ প্ৰকৃত কৃতিত্ব। দুই এটা কবিতা Suggestive বুলিব পাৰি। গদ্যৰ শব্দবিলাক কবিতাত এনে সুন্দৰকৈ প্ৰকাশ কৰিব পাৰে তাতে লেখকৰ কৃতিত্ব। হিয়াধুনি, দলনিত-পোনা-মেলি, ধপচালি মাৰি আজোৰা-পিজোৰ কৰি, টানিভুলি কৰা ধুমধুপালি, গেঠেলীয়া মন, সোলা-লাপুঙীয়া, লোহোৰা লোহোৰ, কেটেৰা জেঙেৰা, ঠোটা-মাজা টালুকি-ভালুকি, থুনুপাক ইত্যাদি শব্দবিলাক পদ্যত খোকোজা নলগাকৈ তেওঁ ব্যবহাৰ কৰিছে। আমাৰ মনেৰে 'জ্ঞান-মালিনী' নপঢ়া অসমীয়া পঢ়ুৱৈ বিৰল। অসমীয়া কবিতাই বৰ্ত্তমান অৱস্থাত উপনীত হোৱাৰ আগতে বহুত বছৰলৈ ই অসমীয়া সাহিত্যত জোঁৰ স্বৰূপ আছিল। আধ্যাত্মিক ভাবৰ এনে ধৰণৰ পুথিও অসমীয়া সাহিত্যত বিৰল। 'আনন্দৰূপমমৃতং যদ বিভাতি'-'কবিও সেই আনন্দৰূপৰে উপাসক।

# শঙ্কৰী সাহিত্যত কালিৰাম মেধি

অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে যিসকলে গভীৰভাৱে অধ্যয়ন কৰিছে সেইসকলৰ ভিতৰত কালিৰাম মেধিৰ নাম উল্লেখযোগ্য। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত স্নাতকোত্তৰ উপাধি লাভ কৰি চৰকাৰী চাকৰিক জীৱিকা হিচাপে লৈ মেধিয়ে অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্বৰ অধ্যয়ন আৰু গৱেষণাত আত্মনিয়োগ কৰাৰ উপৰি অসমীয়া বৈষ্ণৱ সাহিত্যৰ ৰত্ন ৰাজি পোহৰলৈ আনে। তেওঁ অসমীয়া বৈষ্ণৱ সাহিত্যৰ ঐশ্বৰ্য্য আৰু মহিমা প্ৰকাশ কৰে। অসমীয়া বৈষ্ণৱ সাহিত্যৰ গভীৰ অধ্যয়ন আৰু পুঙ্খানুপুঙ্খ বিশ্লেষণ নীতিৰ দ্বাৰা তেওঁ অসমীয়া ভাষাৰ ধাতু বিচাৰি উলিওৱাৰ উপৰি প্ৰাচীন সাহিত্যৰ বিভূতিও স্বৰূপতে প্ৰকাশ কৰে, তেওঁ অসমীয়া সাহিত্যৰ পৰিধি আৰু বিস্তৃতি নিৰ্ণয় কৰে।

কালিৰাম মেধিৰ অসমীয়া সাহিত্যৰ গভীৰ অধ্যয়নৰ প্ৰথম ফচল হৈছে প্ৰাক্-বৈষ্ণৱ যুগৰ কবি হেম সৰস্বতীৰ ‘পহ্লাদ-চৰিত্ৰ’ পুথিৰ সম্পাদনা। এই পুথিৰ সম্পাদকৰ পাতনিত তেওঁ কবিৰ কাল, পুথি-ৰচনাৰ কাল, পুথিৰ বৈশিষ্ট্য আদি নানা কথা বিজ্ঞানসন্মতভাৱে আলোচনা কৰিছে। মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাৰাজি অধ্যয়ন কৰি তাৰ মাজৰ পৰা মণি-মুকুতা সদৃশ বাছকবনীয়া অংশৰ উদ্ধৃতিৰে ‘মহাপুৰুষ শঙ্কৰদেৱৰ বাণী’ শীৰ্ষক পুথিখন যুগুত কৰি শঙ্কৰদেৱৰ অমৰ বাণীৰ অমৃত পান কৰাৰ সুবিধা দিয়ে। তেওঁ যেন সাগৰৰ অতল তলীত লুকাই থকা মণি-মুক্তা উদ্ধাৰ কৰি কৰি তাক উজ্জ্বল ৰূপত দাঙি ধৰিছে। প্ৰকৃততে শ্ৰীশঙ্কৰদেৱৰ ৰচনাৱলীৰ সম্যক জ্ঞান নাথাকিলে মহাপুৰুষ শঙ্কৰদেৱৰ বাণীৰ নিচিনা গ্ৰন্থ যুগুত কৰা টান। তেওঁ বিজ্ঞানসন্মতভাৱে সম্পাদনা কৰা ‘অঙ্কাৱলী’ত (১৯৫০) শঙ্কৰদেৱ, মাধৱদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ, দ্বিজ ভূষণ আৰু দৈত্যাদি ঠাকুৰৰ সৰ্বমুঠ একৈছখন নাট আছে। নগাঁও, কামৰূপ, গোৱালপাৰাৰ বিভিন্ন ব্যক্তি আৰু সত্ৰৰপৰা সংগৃহীত নাটবোৰ উল্লেখ কৰি মেধিয়ে পাঠ-সমীক্ষা পদ্ধতিৰে অঙ্কাৱলী যুগুত কৰিছে। উক্ত পুথিৰ সুদীৰ্ঘ ইংৰাজী পাতনিত অঙ্কীয়া নাটৰ উৎপত্তিৰ বিষয়ে বিশদ আলোচনা কৰা আৰু নাট্যকাৰ সকলৰ চমু চিনাকি দিয়াৰ উপৰি নাটসমূহৰ কথাও আলোচনা কৰিছে। প্ৰতিজন নাট্যকাৰৰ নাট্যাৱলীৰ শেষত নাটৰ শ্লোকৰ ছন্দবো টোকা সংযোগ

কৰিছে। পৰিশিষ্টৰ ২০ পিঠিৰ শব্দ সূচিখনো মূল্যৱান। ঠায়ে ঠায়ে বিদ্যাপতি, উমাপতি, স্বামী হৰিদাস আৰু চৰ্যাপদৰ উদ্ধৃতিও আছে। যেনে-'নাহা-চেনেহ, নাথ ; 'অওৰ কহব কত আহিৰণি নাহ' (বিদ্যা)।' 'নাগেৰী-নাগৰী, নগৰীয়া তিৰোতা, চতুৰা তিৰোতা-৪২৮, ৪৮২, ৪৮৯,। 'নাগৰী পূজবি ঠগিলীনো মেৰা লাল' হৰি' ১৫'। ওপৰৰ উদ্ধৃতিৰ পৰা বুজিব পাৰি যে মেধিয়ে শব্দটো পুথিৰ কোন পৃষ্ঠাত আছে, তাৰ অৰ্থ কি আৰু কোন লেখকৰ পদৰ লগত তুলনীয় তাৰো অক্ষাৱলীত ইঙ্গিত দিছে। এনে কামৰ কাৰণে গভীৰ আৰু বিস্তৃত অধ্যয়ন আৰু শ্ৰমৰ আৱশ্যক।

মেধি শঙ্কৰী সাহিত্যৰ বিদগ্ধ পণ্ডিত। শঙ্কৰী সাহিত্যৰ ধাতুটো তেওঁ বুজে। সেয়েহে ৰাজমোহন নাথ বি. ই. এ সম্পাদনা কৰা 'কালিদমন নাট'খন পঢ়ি তেওঁ 'সুৰভি' আলোচনীৰ দুই সংখ্যাত (সুৰভি ২য় বছৰ, ৫ম সংখ্যা পৃঃ ২৮২-২৮৬ আৰু ৬ষ্ঠ-৭ম সংখ্যা, পৃঃ ৩৫৫-৩৫৮) এটা সমালোচনা লিখে। উক্ত প্ৰবন্ধৰ 'ভাওনাৰ অনুৰূপ অন্যান্য অভিনয়' প্ৰসঙ্গত তেওঁ লিখে, "কিতাপখনৰ ১৩৪ পিঠিয়া পাতনিত নাথ ডাঙৰীয়াই পদগান, ঢপ-কীৰ্তন আদিৰ বিস্তৃত আলোচনা কৰিছে আৰু বহুত অবাস্তৱ কথাও লিখিছে। তেখেতে মৈমনচিঙত পালে 'ঢপ-যাত্ৰা', ছিলেট আৰু জয়ন্তীয়াত পালে 'গাজীৰ গীত' আৰু মণিপুৰত পালে 'ৰাস' আৰু 'খুৰাই ইশাই' কিন্তু অসমত ইমান দিন থাকিও ওজাপালীৰ গীত নুশুনিলে। আচৰিত কথা ! কেৱল সুকনান্নীয়ে ওজাপালী নহয়।

আমি কওঁ 'ওজাপালী' গ্ৰীকৰ ক'ৰাচ চিঙ্গাৰ (Chorus singer)ৰ দৰে একোদল পদ-গায়ক। নাথ ডাঙৰীয়াই অসমীয়া অঙ্কৰ মূল স্পষ্টভাৱে কোৱা নাই। আমি অনুমান কৰোঁ ওজাপালীৰ অভিনয়ৰ পৰাই অঙ্কৰ জন্ম হৈছে। গ্ৰীক আৰু সংস্কৃত নাটকো উৎপত্তি তেনে। ......গ্ৰীক ক'ৰাচৰ দৰে অসমীয়া ভাওনাত গায়ন-বায়ন গোটেই অভিনয়তে দোহাৰাত উপস্থিত থাকে, গীত গায় আৰু বাদ্য বজায়। কিন্তু অসমীয়া অঙ্কৰ জকাটো সংস্কৃত নাটকৰ অনুকৰণ আৰু আন আন উপাদান অসমীয়াৰ নিজস্ব। অঙ্ক মহাপুৰুষৰ অসাধাৰণ পাণ্ডিত্য আৰু প্ৰতিভাৰ আবিষ্কাৰ। আমি জনা এনে অঙ্ক ভাৰতৰ আন কোনো ঠাইতে নাই।"

ব্ৰজবুলি শব্দটো ব্যৱহাৰৰ প্ৰসঙ্গত মেধিয়ে উক্ত প্ৰবন্ধত মন্তব্য কৰিছে, "সম্পাদক ডাঙৰীয়াই গীত আৰু নাটৰ ভাষাক 'ব্ৰজাৱলী' নুবুলি 'ব্ৰজবুলি' বুলি ক'বলৈ উপদেশ দিছে। তেখেতে বোধকৰোঁ নাজানে 'বুলি' (ভাষা) শব্দ

বা প্ৰত্যয় অসমীয়াত নাই আৰু অসমীয়াই কোনো ভাষাকে 'বুলি' নোবোলে ; যেনে বঙ্গালী বুলি, হিন্দী বুলি, উৰিয়া বুলি, বিহাৰী বুলি ইত্যাদি। সম্পাদকে আৱলী প্ৰত্যয়ৰ অৰ্থ বিচাৰি কৈছে যে তাৰ অৰ্থ শ্ৰেণী, এতেকে ভাষা অৰ্থত তাৰ ব্যৱহাৰ হ'ব নোৱাৰে।"

পাতনিৰ ৫০ পিঠিত নাথ ডাঙৰীয়াই কেইফাকিমান অসমীয়া পদ তুলি দিছে। তাৰে এশাৰীত আছে 'ব্ৰজবাসী ভাষাক বুলিবে গ্ৰামীলোক'। 'আমি অনুমান কৰিছো শব্দটো আদিতে 'ব্ৰজাৱলী' আছিল, শেষত লিপিকাৰৰ প্ৰমাদত 'ব্ৰজবাসী' হৈছে। অসমীয়া 'চন্দ্ৰাৱলী ৰাতি' (শৰত কালৰ চন্দ্ৰাৱলী ৰাতি- কীৰ্ত্তন) শুদ্ধ কথা, মুক্তাৱলী ছন্দ ৰত্নাৱলী পুথি আদি পদো শুদ্ধ। সেই দৰে 'ব্ৰজাৱলী ভাষা' পদো শুদ্ধ। তাৰ পৰিবৰ্ত্তে বঙ্গলুৱা ব্ৰজবুলি গ্ৰহণ কৰিবৰ কোনো কাৰণ দেখা নাযায়। এই বিষয়ে নাথ ডাঙৰীয়াক কলিকতা বিশ্ববিদ্যালয়ৰ শ্ৰীযুত অম্বিকানাথ বৰা এম. এ. -সম্পাদিত ৰুক্মিণীহৰণ নাটৰ পাতনিখন এবাৰ পঢ়ি চাবলৈ কওঁ। ...নাথ ডাঙৰীয়াই লেখিছে-'ব্ৰজবুলি অৰ্থে ব্ৰজ বা বৃন্দাবনৰ মানুহৰ ভাষা নহয়, এটা অপভ্ৰংশ 'ভাষা।'-কিহৰ অপভ্ৰংশ তেখেতে আমাক ক'ব নে? আজিলৈ পৃথিবীত এনে কোনো এটা ভাষাৰ ব্যৱহাৰ হোৱা নাই যাৰ মূলত এটা কোৱা ভাষা নাই। বৈদিক, সংস্কৃত, পালি আৰু প্ৰাকৃত আদিৰ মূল এঁকোটা কথ্য ভাষা। সেইদৰে ব্ৰজাৱলীৰ মূলো ব্ৰজভাষা, যি ভাষাত মীৰাবায়ে গীত-গোৱিন্দৰ টীকা লিখিছিল, যি ভাষাত সুৰদাসে সুৰ-সাগৰ (৬০,০০০ গীত) ৰচিছিল আৰু যি ভাষাত বৃন্দাবনৰ স্বামী হৰিদাসে সাধাৰণ সিদ্ধান্ত লিখিছিল। বৃন্দাবনৰ বাহিৰৰ লিখকসকলে-এই ভাষাত নিজ নিজ দেশৰ শব্দ আৰু ব্যাকৰণ মিহলাই গীত ৰচিছিল। এই ব্ৰজাৱলী কৃষ্ণ-ভক্তিৰ সকলো প্ৰদেশতে বাহন আছিল। ব্ৰজাৱলী আজিও অসমত গীত আৰু নাটৰ ভাষা।"

উক্ত প্ৰবন্ধৰ সামৰণিত মেধিয়ে কৈছে,"আমি তিনিখন পুৰণি হাতে লিখা পুথিৰ লগত এই নাট মিলাই চাই বহুত ঠাইত অমিল পাঠ পাইছো। তলত তাৰ আভাস দিলোঁ। আটাইবোৰ অমিল পাঠ দিয়া সম্ভৱ নহয়। ...আমাৰ বিশ্বাস সম্পাদকে লোৱা মূল পুথিখনতে এইবোৰ ভুল পাঠ আছে। সকলো ঠাইত পাঠান্তৰ দিয়া উচিত আছিল।

| পিঠি | অমিল বা অশুদ্ধ পাঠ | শুদ্ধ পাঠ |
|---|---|---|
| ১৩৬ | সূত্ৰধাৰ-(নান্দ্যন্তে সূত্ৰধাৰঃ) অলমতি বিস্তৰেণ। (সভাসদ | সূত্ৰ।। ওহি পৰকাৰে শ্ৰীকৃষ্ণক পৰণাম কয়ে কহ -সভাসদ |

| | |
|---|---|
| লোকক সম্বোধি বোলল) | লোকক সম্বোধি বোলল। |
| ১৩৬ শৃণুধ্বং শ্ৰদ্ধয়াধুনা | শৃণুধ্বমধুনা বচঃ |
| ১৩৭ সূত্ৰধাৰঃ-ভটিমা | অথ ভটিমা |
| ১৩৯ দেৱক দেয়া | দেৱ নাহি কেৱ |
| ১৩৯ ডাকি বোলহ ৰাম ৰাম | কহ সৱ বোল ৰাম ৰাম। |

ৰাজমোহন নাথ তত্ত্বভূষণে শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বৰগীত (১৯৪৪) আৰু শ্ৰীশ্ৰী মাধৱদেৱৰ বৰগীত (১৯৪৫) নামৰ দুখন পুথি সম্পাদনা কৰি প্ৰকাশ কৰে। এই বৰগীত সম্পাদনা কৰোঁতে নাথে নিজা বিচাৰ বুদ্ধিৰে গীতসমূহক শ্ৰেণীবদ্ধ কৰিছে। শ্ৰীশ্ৰী শঙ্কৰদেৱৰ বৰগীতত একুৰি চৈধ্যটা বৰগীত আছে আৰু সেইবোৰক সম্পাদকে জ্ঞানযোগী (গীতৰ সংখ্যা ১-১৫),ভক্তি-যোগ (১৬-১৮),দাস্য(১৯-২১),সখ্য (২২-২৫),বাৎসল্য (২৬),মধুৰ(২৭-৩৪) — এইদৰে শ্ৰেণীবদ্ধ কৰিছে। শ্ৰীশ্ৰীমাধৱদেৱৰ গীতত ১৮১ টা বৰগীত আছে আৰু সেইবোৰক তলত দিয়াদৰে আঠোটা স্তৰ কৰিছে-বন্দনা, শান্তভাৱ, অৱতাৰ, ৰূপ-মাধুৰী, দাস্যভাৱ, সখ্যভাৱ, বাৎসল্য ভাৱ আৰু মধুৰ ভাৱ। মেধিয়ে নাথৰ বিচাৰ-বিশ্লেষণ, শব্দাৰ্থ আদি বিষয়ত খুঁত ধৰি একোটা প্ৰবন্ধ লেখে আৰু এই সমালোচনা দুটা পঢ়িলে মেধিৰ বৰগীতৰ তথা শাস্ত্ৰীয় সঙ্গীতৰ গভীৰ জ্ঞান আৰু তত্ত্বান্বেষী মনৰ পৰিচয় পোৱা যায়। উদাহৰণ স্বৰূপে শ্ৰীশ্ৰী মাধৱদেৱৰ বৰগীত পুথিখনৰ সমালোচনাৰ কিছু অংশ তলত উদ্ধৃত কৰা হ'লঃ

"নাথ ডাঙৰীয়াই বৰগীতৰ চলিত ক্ৰম ভাঙি নিজ ইচ্ছা আৰু ৰুচি মতে বৰগীতবোৰ ওলট পালট কৰি সজাই নতুন ক্ৰম কৰিছে। ...মাধৱদেৱ পুৰুষে গীতবোৰৰ স্তৰবিভাগ কৰা নাছিল আৰু স্তৰৰ নামকৰণো কৰা নাছিল। নাথ ডাঙৰীয়াই সেই ক্ৰটী গুচাবলৈ বৰগীতৰ স্তৰ বিভাগ কৰি বন্দনা, শান্ত ভাৱ, বাৎসল্য ভাৱ, মধুৰ ভাৱ আদি স্তৰ কৰিছে আৰু স্তৰৰ নাম দিছে। অৰ্থাৎ মাধৱদেৱ পুৰুষে নজনাৰ বাবে তেনে কৰা নাছিল। ....আমি কেইখনো হাতে-লিখা আৰু ছপা পুথিত মহাপুৰুষ মাধৱদেৱৰ বৰগীতৰ সংখ্যা ১৫৭ টা পাইছোঁ। কিন্তু নাথ ডাঙৰীয়াই এতিয়া তেৰাৰ ন-কুৰি বৰগীত আবিষ্কাৰ কৰি এই পুথিত ভুক্ত কৰিছে। এই সংখ্যাৰ ভিতৰত তেখেতে ২৬ টা অঙ্কৰ গীতো ধৰিছে। আমি জনাত এতিয়ালৈ বৰগীতত ভোজনবিহাৰ ঝুমুৰাৰ গীত তিনিটাহে ভুক্ত হৈছিল। এতিয়া নাথ ডাঙৰীয়াই, বাকী কেইটা অঙ্কৰ গীতকো বৰগীতত ভুক্ত কৰি তাৰ কাৰণ দিছে যে সেই অঙ্কৰ গীত কেইটাও 'বৰগীতৰ

পৰ্য্যায়ত' পৰে। আমি তেখেতক সোধো-বৰগীতৰ পৰ্য্যায় তেখেতে ক'ত পালে ? ...আৰু সোধো ইমান দিন এই গীতকেইটা বৰগীতত ঠাই পোৱা নাছিল কিয় ? ই তেখেতৰ আবিষ্কৃত আৰু কল্পিত নতুন মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰৰ চেষ্টা নহ'ব নে ?' নাথে বৈষ্ণৱ ধৰ্মৰ দাৰ্শনিক তত্ত্ব যিদৰে ব্যাখ্যা কৰিছে সেই প্ৰসঙ্গত মেধিয়ে কৈছে, "চিদাত্মা পুৰুষ শক্তিশ্ৰীকৃষ্ণ আৰু চিৎশক্তি প্ৰকৃতি ৰাধা। প্ৰতি জীৱ বা ভকত প্ৰকৃতি শক্তি ৰাধাৰ স্বৰূপ আৰু উভয়ৰ মিলন আনন্দই লক্ষ্য-মুক্তি লক্ষ্য নহয়। কিন্তু মহাপুৰুষসকলৰ শাস্ত্ৰত পোৱা যায় যে প্ৰকৃতি আৰু পুৰুষ উভয়ৰে নিয়ন্তা স্বয়ং ঈশ্বৰ বা পুৰুষোত্তম আৰু ঈশ্বৰ আৰু জীৱ অভেদ, কেৱল ভ্ৰান্তিত জীৱে নিজক চিনি নাপায়। যেনে-

ঈশ্বৰত কৰি জীৱ ভিন্ন নুহি
শান্ত অবিকাৰী হয়।
ভ্ৰান্তিয়ে অজ্ঞান আৱৰিত হুয়া
আপোনাক নজানয়।। *(ৰত্নাৱলী)*

এই ঈশ্বৰ আৰু প্ৰকৃতি-পুৰুষৰ প্ৰভেদ এনেদৰে দেখুৱাইছে-

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ।। *(নাম ঘোষা)*

এই এক পুৰুষোত্তমকেই মহাপুৰুষীয়াই উপাসনা কৰে। তেওঁলোক একেশ্বৰবাদী। তাক এৰি নাথ ডাঙৰীয়াৰ মতে যুগল মূৰ্ত্তি পুৰুষ-প্ৰকৃতি অৰ্থাৎ ৰাধা-কৃষ্ণক তেওঁলোকে উপাসনা কৰিব লাগিব নে ? দেখা যায় সেইটোৱেই তেখেতৰ উদ্দেশ্য। ... আৰু এইটো উদ্দেশ্য নহলে তেখেতে বৰগীতৰ পাতনিত এই কথা লেখিবৰ কাৰণ কি ?" বৰগীতৰ সংজ্ঞা প্ৰসঙ্গত মেধিয়ে মন্তব্য কৰিছে, "বৰগীতৰ আঁতিগুৰি বিচাৰিবলৈ গৈ নাথ ডাঙৰীয়াই দেখুৱাব খুজিছে যে তেখেত এজন প্ৰত্নতাত্ত্বিক ঃ নহলেনো তেখেতে বুকু ফিন্দাই ক'ব পাৰেনে-এই কাৰণে পশ্চিম ভাৰতীয় গায়কসকলে ইয়াক 'বড়াগানা' বোলে। আমি আজি কালি ইয়াক 'ওস্তাদি গান' কওঁ। শঙ্কৰদেৱে এই বড়াগানা পদৰপৰা 'বৰগীত' শব্দ ব্যৱহাৰ কৰিছে।' প্ৰত্নতত্ত্বৰ জ্ঞান আৰু ইয়াতকৈ কি বেছি হ'ব পাৰে? আমি নাথ ডাঙৰীয়াক সোধো-'বড়াগানা' পদটো কেতিয়াৰ পৰা প্ৰচলিত হ'ল ? তেখেতক আৰু সোধো-আমি যদি কওঁ পশ্চিমৰ গায়কে মহাপুৰুষ শঙ্কৰদেৱৰ 'বৰগীত' শব্দটো নি তাৰ দ্বিতীয় সংস্কৰণ 'বড়াগানা' পদ ব্যৱহাৰ কৰিছে-তেনেহলে আমাৰ বৰ ভুল হ'ব নে ?" ৰাজমোহন নাথে বৰগীতত যি কল্পিত মধুৰ ভাৱ দেখা পাইছে সেই প্ৰসঙ্গত মেধিয়ে কৈছে, "পূৰ্ব্বৰাগ প্ৰমাণ

কৰিবলৈ তেখেতে ভূষণ-হৰণ বিষয়ক বৰগীতকেইটা উদ্ধৃত কৰিছে। ইয়াত নাথ ডাঙৰীয়াইহে তেখেতৰ তীক্ষ্ণ দৃষ্টিত পূৰ্বৰাগ বা অনুৰাগ দেখিবলৈ পাইছে, আমি হ'লে দেখা নাই।" পুথিৰ গুণদোষ প্ৰসঙ্গত কালিৰাম মেধিয়ে কৈছে, "পুথিখনিত ছপাৰ ভুল নাই বুলিলেই হয়। কিন্তু ইয়াৰ সম্পাদনাত নাথ ডাঙৰীয়াই বিশেষ মনোযোগ দিছে বুলি বিশ্বাস নহয়। পাতনিটো লিখা আৰু গীতৰ স্তৱ-বিভাগ কৰাই বোধকৰো তেখেতৰ উদ্দেশ্য। কেইবা ঠাইতো শব্দ আৰু বাক্য পৰি গৈছে। (৪৩, ৪৬, ১১৩, ১১৫, ১৩৪, ১৩৮, ১৫০, ১৫৭, ১৬২,১৬৫, ১৭৩ আৰু ১৭৪ নং গীত)। কোনো কোনো ঠাইত পদ বেছিকৈ সোমাইছে (৩৮,৫৮,১৫০ আৰু ১৭৪ নং গীত দেখা)। বহুত ভুল পাঠ ভুক্ত হৈছে ; যেনে-'তাণ্ডৱ কৰু সম ৰেণু, চৰণ, দলনু, লালন, কুসুম কেৰি (৬ষ্ঠী বি.), নন্দকুলাল, পামৰে, মিলনকি (৬ষ্ঠী বি.),কৌশ (=পাটৰ) নিত্য, ৰত্ন, চলে, ভুবন, দামে, বোষিত, কম্পিত নিকা(=নিক শ্ৰদ্ধ), ৰঞ্জন আদিৰ ঠাইত যথাক্ৰমে 'তাহুৰ সব কৰু ৰেণু' লোচন, দয়ালু, লালনা, কুসুম-কেৰি(=ফুলৰ কলি),নন্দদুলাল, দেখস, পুনু হৰৱে, পাখৰে, মিলন কিয়ে, কেশ(=চুলি), নৃত্য, যন্ত্ৰ, চলে, ভূষণ, ভাষে, ৰসিক, কল্পিত, নীচু, ৰঞ্জল আদি কৰা হৈছে। ফলত অৰ্থৰ ব্যতিক্ৰম হৈছে আৰু কোনো ঠাইত অৰ্থ কৰিব নোৱাৰা হৈছে। তাৰ বাহিৰে অসংখ্য বিকৃত পাঠ পোৱা যায়; যেনে-ঝলকে, ঢোলে, মুকৰী, খেলান, লিপিত, ফলদানা, খৈ, লিজে, দিজে, পুতা, পৰ্ড়া, খুপি আদিৰ ঠাইত যথাক্ৰমে ঝনক, দোলে, মুৰৰী, খেলনা, লেপিত, ভুলদানা, খাই, লিছে, দিছে, পুত্ৰ, পাড়া, খুপ্নি ইত্যাদি হৈছে। এই পুথিৰ বহুত শব্দ বঙালীৰ ফালে ঢাল লোৱা দেখা যায়। এটা গীততে (১৫০নং) ২৭ টা বেলেগ পাঠ পোৱা হৈছে। পাঠান্তৰ দিয়া উচিত আছিল।" ওপৰৰ সমালোচনাৰ পৰা সহজে অনুমান কৰিব পাৰি যে কালিৰাম মেধিয়ে মহাপুৰুষ মাধৱদেৱৰ (আৰু শঙ্কৰদেৱৰ) বৰগীতৰ বিষয়ে গভীৰ অধ্যয়ন কৰিছে।

মুঠৰ ওপৰত আজীৱন সাহিত্যসেৱী কালিৰাম মেধি এজন তত্ত্বদৰ্শী পুৰুষ আছিল। তেওঁৰ শঙ্কৰী সাহিত্যৰ গভীৰ জ্ঞান, অধ্যয়নপুষ্ট মন, সূক্ষ্ম বিশ্লেষণ শক্তি, গৱেষণামূলক দৃষ্টিভংগী, সৰ্বতোপৰি নিষ্ঠা আৰু একাগ্ৰতাই অসমীয়া বৈষ্ণৱ সাহিত্যৰ অমূল্য বস্তুৰাজি পোহৰলৈ অনাৰ উপৰি তেওঁৰ ৰচনাৱলীয়ে আমাৰ সাহিত্য সমৃদ্ধ কৰিছে।

# তত্ত্বদৰ্শী ৰাধানাথ ফুকনৰ দেশ-হিতৈষণা

বিজন মানুহে 'কিমনো পাহৰা অসমীয়া হেৰা, চিৰকাল তুমি আছিলা স্বাধীন' এই উদ্দীপনাময় গীতেৰে পৰাধীন অৱস্থাত মোহাচ্ছন্ন হৈ থকা অসমীয়া জাতিক নিজৰ শৌর্য-বীর্যৰ কথা সোঁৱৰাই দি উদ্বুদ্ধ হ'বৰ কাৰণে প্ৰেৰণা যোগাইছিল, সেইজন তত্ত্বদৰ্শী পুৰুষ ৰাধানাথ ফুকন বেদান্ত-বাচস্পতিদেৱৰ নাম স্মৰণ কৰিলেই একালত অসমীয়াই জাতীয় সত্তা বজাই ৰাখিবৰ আৰু আত্মপ্ৰতিষ্ঠাৰ কাৰণে যি সংগ্ৰাম কৰিব লগা হৈছিল সেই সংগ্ৰামৰ কথা মনলৈ আহে। 'আসাম বুৰঞ্জী' প্ৰণেতা কাশীনাথ তামুলী ফুকনৰ বংশত জন্মগ্ৰহণ কৰি ৰাধানাথ ফুকনে সৰুতে মাতৃভাষাত শিক্ষালাভ কৰাৰ সুবিধাৰ পৰা বঞ্চিত হৈও ১৮৯১ চনত এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেচিডেন্সি কলেজত ভৰ্ত্তি হয়গৈ। উক্ত কলেজৰ পৰা ১৮৯৩ চনত এফ-এ আৰু ১৮৯৫ চনত বি,এ, মহলাত উঠে। তেওঁ ১৮৯৭ চনত ফিজিক্স বিষয়ত এম, এ, পৰীক্ষাত উত্তীৰ্ণ হয়। তেৱেঁই এম-এ মহলাত উত্তীৰ্ণ হোৱা প্ৰথম অসমীয়া। সেই কালৰপৰা ৰাধানাথ ফুকন, এম, এ, বি, এল, দেৱ এজন বৰেণ্য ব্যক্তি।

ফুকন যি কালত উচ্চ শিক্ষা লাভৰ কাৰণে কলিকতালৈ গৈছিল সেই সময়ত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ পূৰ্ণ পয়োভৰ। জোনাকীৰ আৱিৰ্ভাৱত সাহিত্যৰ নতুন সোঁত বৈছিল। সেই ঠাই পোৱাৰ কিছুদিনৰ পিছতে ৰাধানাথ ফুকনে ৰমাকান্ত বৰকাকতীৰ সৈতে যুটীয়াভাৱে অ. ভা. উ. সা. সভাৰ সম্পাদকৰ দায়িত্ব বহন কৰিবলগীয়া হৈছিল। জোনাকী যুগৰ শৰাইঘটীয়া দলৰ সান্নিধ্য লাভ কৰি ফুকন সাহিত্য চৰ্চাত ব্ৰতী হ'ল। অ. ভা. উ. সা. সভা প্ৰসংগত প্ৰবীণ সাহিত্যিক বেণুধৰ ৰাজখোৱাদেৱে আত্মজীৱনীত এটা ঘটনাৰ উল্লেখ কৰিছেঃ "কলিকতাৰ এ-এছ-এল ক্লাব আৰু অ. ভা. উ. সা. সভাৰ মই উৎসাহী সভ্য আছিলোঁ। অধিকাংশ অধিৱেশনতে মই উপস্থিত থাকোঁ আৰু বক্তৃতা দিওঁ। মই ভাবি লৈছিলোঁ, এইবিলাক অধিৱেশনত বক্তৃতা দিবলৈ শিকিলে ভবিষ্যতে ভাল বক্তা হ'ব পৰা যাব। এইখিনিতে ইডেন হস্পিটেল ষ্ট্ৰীটৰ মেছত থাকোঁতে মই আৰু কেজনমান সভ্যৰ পাশাখেলত বৰ ৰাগী হৈছিল। এদিন দেওবাৰে মই আৰু পম্পু সিংহই পাশা খেলি আছিলোঁ।

তেনেতে এ-এছ্-এল ক্লাব নে অ. ভা. উ. সা. সভাৰ বৈঠক আন এটা কোঠাত চলিছিল। শ্ৰীযুত ৰাধানাথ ফুকন(ৰায়বাহাদুৰ) তেতিয়া সেই সভাৰ সম্পাদক আছিল। সকলো সভ্য গোটখাই মোলৈ বৈ আছে। আমাৰ খেলা আধা-আধি হৈছিল। ফুকনে মোক মাতিবলৈ আহিল। মই 'গৈছোঁ' বুলি ক'লোঁ। তেওঁ গুচি গ'ল আৰু অলপ সময়ৰ পিছত তেওঁ আকৌ আহিল। সেইবাৰো ক'লো, "গৈছোঁ।" তেওঁ উভতি গৈ তথাপি নোযোৱা দেখি ঘূৰি আহিল আৰু এইবেলি সোধপোচ নোহোৱাকৈ ঢালখন লুটিয়াই পেলালে। মই খঙত অগ্নিশৰ্মা হলোঁ আৰু কলোঁ "নেযাওঁ যোৱা।" পিছত মই সভালৈ গলোঁ নে নাই সেই কথা মোৰ মনত নাই; কিন্তু সেইদিনাৰপৰা ফুকনৰ সৈতে মোৰ মাত-বোল বন্ধ হ'ল। কিছুদিনৰ মূৰত ফুকনে আহি নিজে মোৰ হাতত ধৰি ক'লে— "ৰাজখোৱা ! মোক কিয় নমতা হ'লা ?" আমাৰ পুনৰ মিলন হ'ল। আজিও ফুকনে কেতিয়াবা মোক লগ পালে সেই কথা সোঁৱৰায় আৰু তেতিয়া দুয়ো হাঁহিবলৈ ধৰোঁ।" (মোৰ জীৱন-দাপোণ, পৃঃ৮৭/৮৮)। ৰাজখোৱাৰ কথাখিনিয়ে ফুকনৰ সৰল আৰু অমায়িক ব্যৱহাৰৰ পৰিচয় দিয়ে। সেয়ে হ'লেও ফুকন আৰু ৰাজখোৱা দুয়ো অন্তৰংগ আছিল। প্ৰবীণ সাহিত্যিক ডিম্বেশ্বৰ নেওগৰ মুখে বেণুধৰ ৰাজখোৱাৰ মৃত্যুৰ বাতৰি শুনি ৰাধানাথ ফুকনে কৈ উঠিল, "কি ক'লে বেণুধৰ ৰাজখোৱা আৰু নাই ? এজন পুৰণি বন্ধু হেৰুৱালোঁ। মই তেওঁৰ ঘৰলৈ গৈ পুত্ৰ-পৰিবাৰক এষাৰ মাত দিম। মই এঘণ্টামানৰ ভিতৰতে যাম। আপুনি ইচ্ছা কৰিলে মোৰ গাড়ীত যাব পাৰে।" কিছুসময়ৰ পিছত ফুকনে ডিব্ৰুগড়ৰ অভিমুখে ৰাওনা কৰিলে।

যোৱা শতিকাৰ শেষ ভাগত অসমীয়া মানুহৰ মনত নীচাত্মিকাভাৱে ঠাই পাইছিল। এই প্ৰসংগত ৰাধানাথ ফুকনদেৱে অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণত কৈছিল, "সদায় অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ নিন্দা শুনি শুনি শেষত তাকে বিশ্বাস কৰি আমাৰ আত্মগৌৰৱ বুলি এটা ভাৱ নাইকিয়া হৈছিল। ১৮৩৫ চনত অসমত জিলা স্কুলবোৰ(আজি-কালি হাইস্কুল বোলে) স্থাপিত হৈছিল। ইয়াৰ পিছত ১৮৯৭ চনলৈকে এই তিনিকুৰি বছৰেও, আমাৰ দেশত এজন এম,এ,পাছ কৰা মানুহ নাছিল। বিশ্ববিদ্যালয়ত উচ্চ স্থান অধিকাৰ কৰাৰ যে আমাৰ শক্তি আছে এনে ভাৱ আমাৰ মনলৈ নাহিছিল।...আমাৰ প্ৰধান অভাৱ আছিল আত্মগৌৰৱ নিজৰ ওপৰত বিশ্বাস"(অসম সাহিত্য সভা বাৰ্ষিকী, প্ৰথম ভাগ, পৃঃ৬)। অ.ভা.উ.সা.সভাই যুগুত কৰা 'অসমীয়া পুথিৰ তালিকা'

নামৰ পুথিখন ১৮৯৫ চনত প্ৰকাশ হোৱাৰ "পিছৰপৰাই দেশৰ গতিৰ এটা আচৰিত পৰিবৰ্তন দেখা গ'ল। আমাৰ মনলৈ এটা জাতীয় গৌৰৱৰ ভাব আহিল, যি আত্ম-গৌৰৱৰ ভাব ন'হলে কোনো জাতিৰ উন্নতি নহয়। ইয়াৰ পিছৰপৰাই শিক্ষা বিষয়ত আমাৰ উন্নতি হ'বলৈ ধৰিলে। ক্ৰমে আমাৰ ল'ৰাই বিশ্ববিদ্যালয়ৰ উচ্চ স্থান অধিকাৰ কৰিব পাৰিলে"(স.অ.৮-৯ পৃঃ)।

অ,ভা,উ,সা,সভা আৰু এ,এছ, এল, ক্লাব দুয়োখনেই ছাত্ৰৰ জ্ঞান লাভক অনুষ্ঠান আছিল, আৰু অ,ভা,উ,সা,সভাই অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নতিৰ হকে যত্ন কৰিছিল। ৰাধানাথ ফুকনেও আমাৰ ভাষা সাহিত্যৰ উন্নতিৰ কাৰণে সততে চেষ্টা কৰিছিল। নিজেও 'জোনাকী' আৰু 'বিজুলী'ত প্ৰবন্ধ লেখিছিল। অ,ভা,উ,সা,সভা আৰু এ,এছ,এল,ক্লাবৰ প্ৰভাৱ সম্পৰ্কে বেণুধৰ ৰাজখোৱাই আত্মজীৱনীত লেখিছে ঃ"মজিদ চাহাবে আমাক এ,এছ,এল,ক্লাবৰ আৰু অ,ভা,উ,সা,সভাৰ সততে বুজ-বাতৰি লৈছিল। তেওঁ আমাৰ ক্লাবত তৰ্ক কৰাৰ নতুন প্ৰণালী শিকালে। হঠাত এটা প্ৰস্তাৱ ল'ব লাগে-এদলে তাৰ সপক্ষে আৰু এদলে বিপক্ষে তৰ্ক কৰিব।... কানিয়ে অসমৰ বিস্তৰ অপকাৰ কৰিছে আৰু কানি অসমৰপৰা সমূলি গুচাই দিব লাগে।...মই প্ৰস্তাৱৰ সপক্ষে প্ৰস্তাৱক আৰু ৰাধানাথ ফুকন প্ৰস্তাৱৰ বিপক্ষে প্ৰস্তাৱক আছিল। মোৰ কাম উজু আছিল। মই কিছুপৰ যুক্তি দেখুৱাই বহিলোঁ। ফুকনে বিপক্ষে এনে পাণ্ডিত্যপূৰ্ণ তৰ্কজাল মেলিলে যে কিছুমান পৰৰ মূৰতে শুনোতাৰ মন চঞ্চল হৈ পৰিল। ...ভোটত ফুকন জিকিল। মই বুজিব পাৰিলো ভালকৈ সজাই পৰাই কথা ক'ব পাৰিলেই মিছাকো সঁচা কৰিব পৰা যায়"(মোৰ জীৱন-দাপোণ, পৃঃ১০৪)। ৰাজখোৱাই তেওঁৰ আত্মজীৱনীত এটা তাৎপৰ্যপূৰ্ণ কথা লেখিছেঃ "সেই কালত অসমীয়া জাতিৰ নিমিত্তে ছাত্ৰসমাজে যদি নাকান্দিলেহেতেঁন, তেনেহলে আজি অসমীয়া জাতিটো 'বঙালী-এড়া'ৰ গুৰিত জাবৰস্বৰূপ হলহেঁতেন (পৃঃ১১২)।" কলিকতাত থকা অসমীয়া ছাত্ৰসকলে মাতৃভাষা আৰু সাহিত্যৰ কাৰণে যিখিনি কৰিলে সেয়ে আধুনিক সাহিত্যক অন্যান্য প্ৰান্তীয় ভাষাৰ সৈতে ফেৰ মাৰিব পৰা কৰিলে। ভাৰতৰ নৱজাগৰণৰ স্নায়ুকেন্দ্ৰত থাকি ৰাধানাথ ফুকনদেৱে নিজৰ জীৱন গঢ়াৰ উপৰি অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ হকে অহোপুৰুষাৰ্থ কৰিছিলে।

চাকৰি জীৱনতো ফুকনদেৱে অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ কথাহে চিন্তা কৰিছিল। তেওঁ অসম সম্বন্ধে ভুল ধাৰণা দূৰ কৰিবৰ কাৰণেও

যত্ন কৰিছিল। তেওঁ ১৯১০চনত লোক-পিয়ল বিভাগৰ ডেপুটি চুপাৰিণ্টেনডেন্ট পদত আছিল। তেওঁ ১৮৯১ চনৰ লোক-পিয়লৰ প্ৰতিবেদনত পালে যে শ্ৰীমন্ত শংকৰে বংগৰ শ্ৰীচৈতন্যৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। তেওঁ চৰকাৰৰ লগত লেখা-লেখি কৰি উক্ত মাৰাত্মক ভুলটো শুদ্ধ কৰালে। এই প্ৰসংগত ফুকনদেৱে লেখিছে, "কুৰি বছৰৰ পাছত চাৰ এডোৱাৰ্ড গেইটে তেওঁৰ ভুলটো বুজিলে আৰু তাৰ সংশোধন কৰি দুখ প্ৰকাশ কৰিলে। তেওঁ যেতিয়া গোটেই ভাৰতবৰ্ষৰ চেনচাচ্ কমিচনাৰ তেতিয়া তেওঁৰ অনুমতি মতেই অসম গৱৰ্ণমেণ্টে এই মহা ভুলটো শুধৰালে" (সভাপতিৰ ভাষণ)। ১৯১০ চনৰ পিয়লো অসমৰ পক্ষে তাৎপৰ্যপূৰ্ণ। "১৯০৫ চনত যেতিয়া পূৰ্ববংগ আৰু অসম প্ৰদেশৰ সৃষ্টি হ'ল, তেতিয়া গোৱালপাৰাৰ কিছুমান পঢ়াশালিত বঙলা ভাষা চলি আছিল। সেই ঠাইৰ ৰাইজে আপত্তি কৰাত সেই সময়ৰ গৱৰ্ণৰ Sir Lancelot Hare-এ স্থিৰ কৰিলে যে ১৯১০ চনৰ চেন্চাচত যদি অসমীয়াৰ সংখ্যা বেছি হয় তেন্তে তাত অসমীয়া চলিব লাগিব। আপোনাসকলে বিশ্বাস কৰিবনে যে চেন্চাচ্ৰ Ennumeration Book কাটি, জাল কৰি, Slip Copying Office ত অসংখ্য অসমীয়াক বঙালী বুলি দেখুৱালে। গৱৰ্ণমেন্টৰ আগৰ নিৰ্দেশমতে এতিয়া গোৱালপৰীয়া বঙালী হ'বলগীয়া হ'ল। ভাগ্যে গুৱাহাটীৰ 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ সভ্যসকলে বিশেষতঃ মোৰ বন্ধু পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে এই ভীষণ ষড়যন্ত্ৰটি ধৰা পেলালে আৰু তেওঁবিলাকৰ যত্নতে গোৱালপাৰাৰ সেই অঞ্চলৰ আকৌ নতুন চেন্চাচ্ কৰি তাত অসমীয়া ভাষা চলাবলৈ হুকুম হ'ল। ...১৯১২ চনলৈকে আমাৰ যুদ্ধ কৰোঁতেই গ'ল" (সভাপতিৰ অভিভাষণ, পৃঃ১০-১১)। ইয়াৰ ফলত ১৯১৪ চনত গোৱালপাৰাৰ স্কুল-আদালত সকলোতে অসমীয়া ভাষা প্ৰচলিত হ'ল। এই প্ৰসংগত প্ৰবীণ সাহিত্যিক শ্ৰীবেণুধৰ শৰ্মাদেৱে পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ জীৱনীৰ পাদ টোকাত কৈছে ঃ "গোৱালপাৰাৰ হাকিম ৰাধানাথ ফুকনকে প্ৰমুখ্য কৰি সেই সময়ত গোৱালপাৰাত থকা বিষয়াসকলে বঙালীৰ এই ষড়যন্ত্ৰৰ বিষয়ে গোসাঁইয়ে যিবোৰ চিঠি-পত্ৰ দিছিল সেইবোৰ পুনৰুক্তি কৰি লেখিবলৈ হ'লে এখন মহাভাৰত হ'ব" (পৃঃ৬৭)। ৰাধানাথ ফুকনদেৱ আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী উভয়ে গভীৰভাৱে দেশৰ কাৰণে চিন্তা কৰাৰ কাৰণে চৰকাৰী চাকৰি কৰিও তলে তলে বঙলা ভাষাৰ প্ৰভাৱৰ পৰিসৰ সংকীৰ্ণ কৰিব পাৰিলে। দুয়ো অন্তৰংগ বন্ধু। ১৯২২ চনৰ অক্টোবৰত হেমচন্দ্ৰ গোস্বামী যোৰহাটলৈ বদলি হৈ আহি ৰাধানাথ ফুকনৰ ঘৰত থাকিবলৈ লয়। এই প্ৰসংগত

হেমচন্দ্ৰৰ গোস্বামীৰ দিনপঞ্জীত আছে ঃ "মই আহি শ্ৰীযুত ৰাধানাথ ফুকনৰ গোসাঁই ঘৰৰ পৰ্টিকতে থাকিবলৈ লৈছোঁ। আৰু ফুকনে এখন ছালি কৰাই দিছে। তাতে ভাত খাবলৈ ঠিক কৰিছোঁ" (হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, বেণুধৰ শৰ্ম্মা)।

চৰকাৰী চাকৰিত ঘূৰি ফুৰিলেও অসমৰ ৰংগমঞ্চৰ সৈতে গীতিকাৰ ফুকনৰ সম্বন্ধ আছিল। তেজপুৰ বাণ ৰঙ্গমঞ্চৰ উন্নতিৰ হকে তেওঁ চেষ্টা কৰিছিল। এই প্ৰসংগত ফুকনৰ দেশাত্মবোধৰ চিনাকি পোৱা যায়। ১৮২৫ শকত তেজপুৰৰ অবৈতনিক সমাজে বঙলা নাটকৰ অভিনয় কৰে। অভিনয় চাবলৈ কেইজনমান লোকে ' সন্মানী টিকট' পায়। এনে সন্মানী টিকট পোৱা ভদ্ৰলোক পদ্মনাথ গোহাঞিঃ বৰুৱা, ভোলানাথ দাস আদিয়ে বেলিকৈ যোৱাৰ কাৰণে আগশাৰীত বহিবলৈ নাপাই প্ৰেক্ষাগৃহৰপৰা ওলাই আহিল। অসমীয়া মানুহবিলাকে সুকীয়াকৈ এটা মন্দিৰ নিৰ্মাণ কৰিবৰ কাৰণে উঠি-পৰি লাগিল। সেই শকতে তেজপুৰ অ. ভা. উ. সা. সভাৰ নামঘৰ সজোৱা কাম আৰম্ভ হয়, কিন্তু নামঘৰ নিৰ্মাণ-কাৰ্য সম্পূৰ্ণ হোৱাৰ পূৰ্বে বৰঙণি তোলা সন্দৰ্ভত দুজনমানৰ ভিতৰত মনোমালিন্য হয়। এচামে নামঘৰৰ টিনৰ এছাল একৰাই 'সুকীয়াকৈ চুবুৰীয়া নাটমন্দিৰ সাজিবলৈ কঁকালত টঙালি আঁটি ওলাল; পিছে সেই সময়ত তেজপুৰলৈ নতুনকৈ অহা বিচক্ষণীয়া বুদ্ধিৰ ডেকা হাকিম শ্ৰীযুত (পাছত ৰায়বাহাদুৰ) ৰাধানাথ ফুকনদেৱে মোৰ অনুৰোধত পৰম উলাহেৰে সেই দলাদলিৰ মাজত সোমাই লৈ শান্তিপানী ছটিয়াই দপ্‌দপ্‌কৈ জ্বলি অহা জুইকুৰা সিমানতে পানীকৃত কৰিলে (মোৰ সোঁৱৰণী, পদ্মনাথ গোহাঞিঃ বৰুৱা)। ফুকনদেৱৰ মধ্যস্থতাত সকলো কুষাৰি ভাৱ দূৰ হ'ল আৰু অ. ভা. উ. সা. সভাৰ নামঘৰ সম্পূৰ্ণ কৰা হ'ল। ফুকনদেৱে থকা কালত সেই ঠাইৰ ৰঙ্গমঞ্চৰ উন্নতিৰ হকেও যত্ন কৰিছিল। যোৰহাট, গোলাঘাটত ওকালতি কৰা কালত যোৰহাট থিয়েটাৰৰ উন্নতিৰ কাৰণেও সততে চেষ্টা কৰিছিল। সংগীত সাধক লক্ষ্মীৰাম বৰুৱাক 'সংগীত কোষ' আৰু 'সংগীত সাধনা' প্ৰকাশ কৰাত তেওঁ উৎসাহিত কৰিছিল।

ৰাধানাথ ফুকনদেৱে ১৮৯৮ চনত, বি, এল, পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাটত ওকালতি আৰম্ভ কৰে। সেই সময়ত তেওঁ উজনি অসমৰ প্ৰথম স্নাতক ৰায়বাহাদুৰ জগন্নাথ বৰুৱাৰ সান্নিধ্য লাভ কৰে। ১৮৯৭ চনত নিৰ্মিত জগন্নাথ বৰুৱাৰ 'বৰপাত্ৰ কটেজ'টোৱেই (বৰ্তমান জগন্নাথ বৰুৱা কলেজৰ প্ৰশাসন কাৰ্যালয়) সেই সময়ত যোৰহাটৰ শিক্ষিত ডেকাসকলক আকৰ্ষণ

কৰিছিল। এইসকলৰ ভিতৰত ৰাধাকান্ত সন্দিকৈ, চন্দ্ৰনাৰায়ণ ৰাজকুমাৰ, ৰাধানাথ ফুকন আদি আছিল। এই ঘৰতে সন্ধিয়া পৰত "ডেকাসকলৰ মাজত সাহিত্যৰ, সমাজৰ, ৰাজনীতিৰ, স্বধীন ব্যৱসায়ৰ, বিশেষকৈ অসমৰ চাহ খেতিৰ বিষয়ে আলোচনা হৈছিল" (ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াঃ নকুল চন্দ্ৰ ভূঞা)। ৰাধানাথ ফুকন জগন্নাথ বৰুৱাৰ ৰাজহুৱা কাম-কাজ চলোৱা চেক্ৰেটৰী আছিল। বৰুৱাই তেওঁক পুত্ৰৰ দৰে চেনেহ কৰিছিল। ১৮৭৫ চনত জগন্নাথ বৰুৱাই যোৰহাটত 'সৰ্বজানিক সভা' স্থাপন কৰে। এই সভাৰ জৰিয়তে যোৰহাটত ভালেখিনি ৰাজহুৱা কাম হয়। 'সৰ্বজানিক সভাৰ জৰিয়তে এবাৰ খাজনা বঢ়োৱাৰ বিপক্ষে এটা ডাঙৰ আন্দোলন চলিছিল।' (ৰা, স, ডাঙৰীয়া) ফুকনে সৰ্বজানিক সভাৰ সকলো দায়িত্বপূৰ্ণ কাম কৰিব লাগিছিল। এই কামৰ যোগেদিয়েই তেওঁ বৰুৱাদেৱৰ প্ৰিয়পাত্ৰ হৈছিল। তৃতীয় ভাগ উষাত প্ৰকাশিত ৰায়বাহাদুৰ জগন্নাথ বৰুৱা শীৰ্ষক প্ৰবন্ধটোত ফুকনদেৱে জগন্নাথ বৰুৱাৰ সংক্ষিপ্ত জীৱনীৰ উপৰি তেওঁৰ গুণাৱলী আৰু সংগঠন শক্তিৰ কথাও আলোচনা কৰিছিল। তেওঁ গভীৰ শ্ৰদ্ধাৰে জগন্নাথ বৰুৱাৰ বিষয়ে লেখিছিল ঃ "জগন্নাথ বৰুৱাৰ প্ৰত্যেক কথাই তেওঁৰ উদাৰ ভাৱৰ পৰিচয় দিছিল আৰু সেইবাবেই তেওঁৰ কথাত সকলো মুগ্ধ হৈছিল। এই অসাধাৰণ গুণ নথকা হ'লে তেওঁ গোটেই আসাম দেশৰ সৰ্ববাদীসন্মত নেতা হ'ব নোৱাৰিলেহেঁতেন। এই গুণ নথকা হ'লে বিলাতলৈ গৈ তেওঁ সকলোৰে আদৰ আৰু প্ৰশংসা লাভ কৰিব নোৱাৰিলেহেঁতেন।"

ফুকনে অসমৰ উন্নতিৰ কথা চিন্তা কৰি ডেকা কালত 'ব্যৱসায়' নামৰ এটা প্ৰবন্ধ লেখিছিল। চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ চাহ বাগিচা পৰিচালনা কৰি তেওঁ কৰ্মৰ আৰ্হি দেখুৱালে। উক্ত ব্যৱসায় প্ৰবন্ধৰ এঠাইত আছে, "জাপান যেনেকৈ ডাঙৰ হ'ল, সেয়েই ডাঙৰ হোৱাৰ নিয়ম।" তেওঁ লেখা 'অসমীয়াৰ ভৱিষ্যৎ' (উষা, ১৯০৬) প্ৰবন্ধত সেই সময়ৰ শিক্ষিত ডেকাৰ মনোভাৱৰ পৰিচয় পোৱা যায়। এই প্ৰবন্ধৰ সাৰৱণিত আছে, "এতিয়াও দ-কৈ ভাবিলে অনুমান হয় যে, আমি আজিলৈকে উন্নতিৰ ফাললৈ আগবাঢ়িব পৰা নাই যদিও অৱনতিৰ ফাললৈ আমি যোৱা নাই। যদি হতাশ নহৈ চেষ্টা কৰোঁ, তেন্তে আমাৰ ভাল নহ'ব কিয় তাৰ একো কাৰণ নেদেখোঁ।" ইয়াৰপৰা অনুমান কৰিব পাৰি যে, ফুকনদেৱে অসমৰ ভৱিষ্যত সম্পৰ্কে গভীৰভাৱে চিন্তা কৰিছিল আৰু তেওঁ আশাবাদী আছিল।

কলিকতাৰ অ, ভা, উ, সা, সভাৰ শৰাইঘটীয়া দলৰ কৰ্মপ্ৰেৰণা আৰু

দেশ-হিতৈষণাৰদ্বাৰা উদ্দীপিত হৈ ৰাধানাথ ফুকনদেৱে ছাত্ৰ জীৱনতে সাহিত্য চৰ্চা আৰম্ভ কৰে। 'জোনাকী' আৰু 'বিজুলী' আলোচনীত তেওঁ প্ৰবন্ধ লেখিছিল। পিছত 'উষা' আলোচনীত কবিতা আৰু প্ৰবন্ধ লেখে। উষা কাকতৰ প্ৰথম বছৰ (১৯০৬) প্ৰথম সংখ্যাত তেওঁ 'উষা' নামৰ এটা কবিতা লেখিছিল ঃ

বাজে আপুনি পূৰণি বীণা
শুনি কি আবেগে আতুৰ প্ৰাণ।
ৰিণিকি ৰিণিকি হিয়াত বাজিছে
পাহৰা সুৰৰ মধুৰ তান ॥
উষাৰ কিৰণে পূৱে পোহৰতে
আহি উটি ফুৰে, মলয়া লগতে।
ওপচায় হিয়া নতুন উলাহে
গোঁৱা সকলোৱে জাতীয় গান।

এই বছৰৰ উষা কাকতৰ আন এটা সংখ্যাত প্ৰকাশিত 'তুহু দীন তাৰণ দুষ্ট দমন ভকত চিত্ত ৰঞ্জন' শীৰ্ষক প্ৰাৰ্থনা গীতটোত কবিত্ব শক্তিৰ পৰিচয় পোৱা যায়। চাকৰি জীৱনত ফুকনদেৱে সাহিত্য চৰ্চাত বৰ বেছি মন দিয়া নাছিল; কিন্তু ১৯৩১ চনত চাকৰি জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰি যদিও চাহ খেতিত মনোনিৱেশ কৰিছিল তথাপি সাহিত্য চৰ্চাত আত্মনিয়োগ কৰিবলৈও ফুকনদেৱে সময় উলিয়াব পাৰিলে। বিশ্ববিদ্যালয়ৰ উচ্চ উপাধি, ব্যক্তিগত জীৱনত অভিজ্ঞতাজনিত পাথেয় আৰু অধ্যয়নপুষ্ট মন— এই সকলোৱে পৰিণত বয়সত ফুকনদেৱক তথ্যানুসন্ধান সমদৰ্শী কৰিলে। তেওঁ গীতা, ভাগৱত, উপনিষদ আদি অধ্যয়ন কৰি আধুনিকতম বিজ্ঞানৰ আধাৰভূমিত তত্ত্বসমূহ বিশ্লেষণ কৰি বিজ্ঞান আৰু দৰ্শনৰ সমন্বয় স্থাপন কৰিলে। সেয়েহে ফুকনদেৱৰ সাংখ্যদৰ্শন, বেদান্ত দৰ্শন, শ্ৰীমদ্ভাগৱত গীতা. কথাৰে উপনিষৎ, বিজ্ঞানৰ সিপাৰে আৰু জন্মান্তৰ ৰহস্য আদি গ্ৰন্থ পঢ়িলে এটা কথাই স্পষ্ট হয় যে ফুকনদেৱে পদাৰ্থ বিজ্ঞানৰ সিদ্ধান্ত আৰু ভাৰতীয় দৰ্শনৰ সমন্বয় স্থাপন কৰিবৰ বাবে যত্ন কৰিছিল। ফুকনদেৱৰ গীতাৰ অনুবাদ আৰু ব্যাখ্যা এটা যুগৰ সাধনাৰ পৰিণতি বুলি ক'লে ভুল কোৱা নহ'ব। পণ্ডিত শ্ৰীযুত তীৰ্থনাথ শৰ্মাৰ ভাষাৰে ক'ব পাৰি "ফুকন বুদ্ধিত তীক্ষ্ণধাৰ, বিদ্যাত পাৰংগত, ধৰ্মনিষ্ঠাত শিলৰ খুঁটি আৰু চৰিত্ৰত আদৰ্শস্থানীয়।" পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীয়ে উচিত মন্তব্যই কৰিছে— "এপিনে ভাৰতীয় দাৰ্শনিকসকলৰ আধ্যাত্মিক চিন্তাধাৰা, আনপিনে পাশ্চাত্য বৈজ্ঞানিকসকলৰ আধিভৌতিক চিন্তাধাৰা এই উভয় চিন্তাধাৰাৰ মাজত যোগসূত্ৰ

বা সেতুৰ দৰে হৈছে আমাৰ ফুকনদেৱৰ গ্ৰন্থবিলাক।" তত্ত্বদৰ্শী ফুকনদেৱে কৈছিলঃ "মই বিশ্বাস কৰোঁ যে ভাৰতবৰ্ষৰ লুপ্তপ্ৰায় ব্ৰহ্মবিদ্যা আকৌ পৃথিৱীলৈ ঘূৰি আহিবৰ আগন্তুক হৈছে। পাশ্চাত্য জগতে ভাৰতীয় দৰ্শন নতুন পাশ্চাত্য বিজ্ঞানৰ পোহৰেৰে চৰ্চা কৰিছে, আৰু মই এতিয়াই ক'লো যে এই নতুন বিজ্ঞান বেদান্তৰ প্ৰায় ওচৰ চাপিছে। বাস্তৱিকতে এই যুগত বিজ্ঞানে আৱিষ্কাৰ কৰা আণৱিকবাদ, আপেক্ষিকতাবাদ, দিক্কালতত্ত্ব ... এইবোৰত এনে কিছুমান সত্য সোমাই আছে - যাৰদ্বাৰা মানুহৰ দৃষ্টি পৰমাৰ্থিক জগতলৈ আকৃষ্ট নহৈ নোৱাৰে। Jean, Eddington আদি দুজনমান ইউৰোপীয় মহাবৈজ্ঞানিকৰ দৃষ্টি এইদৰে আকৃষ্ট হৈছে।" (সভাপতিৰ অভিভাষণঃ অসম সংস্কৃত সমিতিৰ দ্বাবিংশ সমাৱৰ্তনোৎসৱ)। মাতৃভাষাত আধুনিক যুগৰ বিজ্ঞানৰ কথা লেখা টান; কিন্তু ফুকনে উল্লিখিত গ্ৰন্থসমূহ ৰচনা কৰি আমাৰ সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰিলে। মুঠৰ ওপৰত ৰাধানাথ ফুকন, এম, এ, বি, এল, বেদান্ত-বাচস্পতিদেৱে আধুনিক অসমীয়া ভাষাক উচ্চ দৰ্শন আৰু বিজ্ঞানৰ ভাব প্ৰকাশৰ বাহন কৰি তুলিলে।

সামৰণিত ক'ব পাৰি যে তত্ত্বদৰ্শী ফুকনদেৱে সৰুতে বঙলা ভাষাত প্ৰাথমিক শিক্ষা লাভ কৰি কলিকতাৰ অ. ভা. উ. সা. সভাৰ শৰাইঘটীয়া দলৰ লগতে জাতীয় জীৱনৰ গ্লানি দূৰ কৰিবৰ কাৰণে টঙালি বান্ধি, দেশবাসীক পূৰণি শৌৰ্য-বীৰ্যৰ কথা স্মৰণ কৰাই উদ্বুদ্ধ কৰি, ওখ দায়িত্বপূৰ্ণ চৰকাৰী চাকৰি কৰিও সময় আৰু সুবিধা অনুযায়ী অসম আৰু অসমীয়াৰ কাৰণে চিন্তা কৰি ভাটি বয়সত অসমীয়া সাহিত্য মন্দিৰলৈ যি অমূল্য গ্ৰন্থৰাজি দান দিলে তাৰদ্বাৰা সাহিত্যৰ ইতিহাসত তেওঁৰ নাম সোণালী আখৰেৰে লেখা থাকিব।

# দেশভক্ত তৰুণৰাম ফুকনৰ
# সাহিত্যিক অৱদান

দেশভক্ত ফুকন বুলিলেই এনে এজন পুৰুষৰ কথা মনলৈ আহে, যিজনে দেশৰ স্বাধীনতাৰ হকে পণ কৰি একালত দেশবাসীক মহাত্মাৰ বাণীৰে উদ্বুদ্ধ কৰিছিল, নিজৰ বাগ্মিতাৰে সকলোকে মুগ্ধ কৰিব পাৰিছিল, আৰু ৰাজনৈতিক নেতা হৈও অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ হকে সততে যত্নপৰ আছিল। তেওঁ স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিলেও সুবিধা বুজি মাতৃভাষাৰ বেদীলৈ অৰ্ঘ্য নিবেদন কৰিছিল। কবিতা আৰু গদ্য ৰচনাৰে তেওঁ আমাৰ সাহিত্য সমৃদ্ধ কৰি গৈছে।

দেশভক্ত ফুকন অসম সাহিত্য সভা আৰু অসম ছাত্ৰ সন্মিলনৰ একালৰ সভাপতি আছিল। এই দুখনি সভাৰ সভাপতিৰ অভিভাষণ দুখনিৰ গধুৰ ভাৱৰ হেন্দোলনি, ভাষাৰ লালিত্য আৰু শব্দৰ মধুৰ সমাবেশে প্ৰমাণ কৰে যে ফুকন আছিল আমাৰ চিন্তাৰ নায়ক। ফুকন আগশাৰীৰ সাহিত্যিক নহ'লেও সাহিত্য সভাৰ সভাপতিৰূপে তেওঁ অনেক চিন্তামূলক, জ্ঞানগৰ্ভ আৰু সাৰুৱা কথা কৈ গৈছে। কেইটামান উদ্ধৃতি তলত দিয়া হ'ল —

(১) জাতীয় সম্পদৰ ভিতৰত সাহিত্য সম্পদেই শ্ৰেষ্ঠ সম্পদ । এই বিষয়ত ঋষি-মুনি আদিৰো মতভেদ নাই। সৰ্বসাধাৰণৰ মতৰ সম্পূৰ্ণ মিল। ধন-জন-যশ-মান, ঐশ্বৰ্য-বিভূতি, জ্ঞান-গৰিমা আদি যতমানে সম্পদ আছে সকলোৰে প্ৰকাশ সাহিত্যত। এই সবাৰো সাধনা আৰু সিদ্ধিৰ হেতু সাহিত্য।

(২) মৃতপ্ৰায় পতিত জাতিৰ একমাত্ৰ সঞ্জীৱনী সুধা হৈছে সেই জাতিৰ অতীত বুৰঞ্জীৰ উদ্ধাৰ আৰু অধ্যয়ন। দেশাত্মবোধ জগাবৰ আটাইতকৈ ভাল উপায় হৈছে বুৰঞ্জী জনা।

(৩) আধ্যাত্মিক ক্ষেত্ৰত যেনেকৈ একোজন মহাপুৰুষৰ সংসৰ্গত বা তেওঁৰ শিক্ষাৰ প্ৰভাৱত একোজন নগণ্য মানুহ হঠাৎ অনুপ্ৰাণিত হৈ আধ্যাত্মিকতাৰ মনিব নোৱৰা ওখ খাপলৈ উঠে, তেনেকৈ চিন্তাশীল বা ভাবুক কবি বা গ্ৰন্থকাৰ ওলাই পৰে। জাতীয় জীৱনত অনুকূল চিন্তাৰ প্ৰবাহ বৰলৈ ধৰিলে বিশুদ্ধ বায়ু-

পানীৰ সংযোগত শ্যামল শস্য হোৱাৰ দৰে সুচিন্তা আৰু মহত্তাৱৰ স্ফুৰণ হয়, ইত্যাদি।

ছাত্ৰ সন্মিলনৰ অভিভাষণতো অনেক জ্ঞানগৰ্ভ কথা আছে। যেনে — (১) অলঙ্কাৰ গঢ়াবৰ কাৰণে সোণ যেনেকৈ গলাই, পিটি, পৰিষ্কাৰ আৰু কোমল কৰি ল'ব লাগে, জীৱন অলঙ্কৃত কৰিবলৈ হলে সেইদৰে বিধি-নিষেধাদি পূৰ্ণ কঠোৰ শাসনেৰে ছাত্ৰ-জীৱন পৱিত্ৰ আৰু নম্ৰ কৰি ল'ব লাগিব। শৰীৰ আৰু মনৰ বল সঞ্চয় কৰি জীৱন যুদ্ধৰ কাৰণে সাজু হ্ব লাগিব ছাত্ৰ জীৱনতেই। (২) যি শিক্ষাৰ মূলত জাতীয়তা নাই, সেই শিক্ষা মনুষ্যত্বৰ পূৰ্ণ বিকাশৰ উপযোগী কেতিয়াও হ'ব নোৱাৰে। গতিকে জাতীয়তা-শূন্য শিক্ষা পৰিহাৰ কৰি উপযোগী শিক্ষাৰ প্ৰৱৰ্তন আৰু প্ৰচলন কৰিব লাগিব। ছাত্ৰাৱস্থাত জাতীয়তাৰ দ্বাৰাই অনুপ্ৰাণিত হ'ব নোৱাৰিলে জীৱন ব্যৰ্থ, ইত্যাদি। কেনে জ্ঞানগৰ্ভ কথা, শব্দৰ কেনে মধুৰ সমাবেশ !

ফুকন এজন বিখ্যাত চিকাৰী আছিল। তেওঁ শুৱলা আৰু প্ৰাঞ্জল ভাষাত চিকাৰৰ মনোৰম কাহিনী লিখিছে - যি কাহিনীসমূহ জিম কৰবেটৰ কাহিনীতকৈ কোনো গুণে কম উপাদেয় নহয়। সংস্কৃত সাহিত্যৰ উদ্ধৃতিয়ে চিকাৰৰ কাহিনীবোৰ আকৰ্ষণীয় কৰিছে। আৱাহনত প্ৰকাশিত 'মোৰ চিকাৰ আৰম্ভ', 'চিকাৰ-কাহিনী' আদি কাহিনীসমূহ পঢ়ি সকলোৱে আনন্দ পায়। ফুকনৰ উপাদেয় ভাষা, সৰস বৰ্ণনা আৰু প্ৰাঞ্জল ভাষাই চিকাৰ-কাহিনী আকৰ্ষণীয় কৰিছে। চিকাৰ-কাহিনীৰ চানেকিৰূপে তলৰ উদ্ধৃতিটো দিয়া হ'ল —

"বিপদৰ উপৰি বিপদ। হাতী হ'ল বাওঁ হাতে, বাঘ ৰ'ল সোঁ হাতে। মনত পৰিল গ্ৰাহ-গ্ৰস্ত গজেন্দ্ৰৰ উক্তি, "জানিলোহো বন্দা হৈলো বিধাতাৰ পাশে"। মাউতৰ আকুল মিনতি উপেক্ষা কৰি, মৃত্যুক উপেক্ষা কৰি, বাওঁ হাতে বন্দুক লৈ সোঁ হাতে লিপালিপিত আঙুলি দি যমোপমা বাঘিনীৰ আক্ৰমণ প্ৰতীক্ষা কৰি ৰলোঁ। অনুমান হয়, সন্তানৰ অনিষ্ট আশঙ্কাত ক্ৰোধান্বিতা, ক্ষতোন্মত্তা ব্যাঘ্ৰ-জননীৰ আৰু আত্মাভিমানী শস্ত্ৰ-পাণি চিকাৰীৰ মৃত্যু-বাহিনী যুদ্ধৰ ফলাফল চাবৰ কাৰণে গজৰাজ হস্তী নিশ্চল হৈ ৰৈ আছে" (মোৰ চিকাৰ আৰম্ভ)।

দেশভক্ত ফুকনে দেশৰ নানা কামত ব্যস্ত থাকিলেও 'বহুদৰ্শী আৰু ভুক্তভোগী কেইজনমান বন্ধুৰ অনুৰোধত আৰু নিজৰ কৰ্ত্তব্য বোধত' প্ৰাপ্তবয়স্কসকলৰ কাৰণে 'যৌন-তত্ত্ব' পুথি ৰচনা কৰি তেওঁ আমাৰ সাহিত্যৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিলে। তেওঁ উক্ত পুথিৰ পাতনিত কৈছে, "আদৰ্শ

বিবাহিত জীৱন কি দৰৰ আৰু কি দৰে পাব পাৰি এই পুথিত তাৰেই আভাস দিবৰ চেষ্টা কৰা হৈছে। পুষ্পে পত্রে সুশোভিত বিবাহিত জীৱন যাতে অমৃত ফল প্রদায়ী হয় তাৰেই আলোচনা কৰা এই পুথিৰ উদ্দেশ্য।" সহজ-সৰল ভাষাত লিখা এই কাম-বিজ্ঞানৰ পুথিত স্ত্রী-সঙ্গ-লিপ্সা, বিবাহ, সহবাস, ন-ঘৈণী, ডেকা-ঘৈণী, অনঙ্গ প্রসঙ্গত স্ত্রীৰ কর্তব্য, বনিতা বিলাস, ৰৰৰাদি আচ্ছাদন ব্যৱহাৰ, জীৱ-সৃষ্টি, জন্ম-নিৰোধ, জীৱন-সঙ্গিনীৰ কথা আদি বিবিধ কথা আলোচনা কৰিছে। দেশভক্ত ফুকনে প্রায় দুকুৰি বছৰ আগতে 'যৌন-তত্ত্ব' পুথিত জন্ম-নিৰোধক আৱশ্যকতাৰ কথা উল্লেখ কৰিছিল। উক্ত পুথিত আছে, "প্রজাসৃষ্টি যেনেকৈ প্রকৃতিৰ নিয়ম, স্বাস্থ্য ৰক্ষা আৰু সমাজ-ৰক্ষাও সেইদৰে প্রকৃতিৰ অভিপ্রায়। দম্পতী শাৰিৰীক আৰু আর্থিক অৱস্থা সম্পূর্ণৰূপে সন্তোষজনক হ'লে সন্তানৰ সংখ্যা কমোৱাৰ বিশেষ আৱশ্যকতা নাথাকিবও পাৰে। কিন্তু সাধাৰণতে আজিকালিৰ তিৰোতাৰ স্বাস্থ্যলৈ চাই আৰু জনসাধাৰণৰ ভয়ঙ্কৰ আর্থিক দুৰৱস্থালৈ চাই সৰহ ল'ৰা-ছোৱালী জন্ম দিয়া মহাপাপ বুলি ক'ব পাৰি।

...জনা-বুজা শিক্ষিত লোকেও পুহিব নোৱাৰা পৰিয়াল সৃষ্টি কৰি অসুখ অশান্তি চপাই লোৱা দেখিলে বেয়া লাগে; কিন্তু অজলা, অজ্ঞান নিচেই হোজা গাঁৱলীয়া মানুহৰ তেনে দুর্গতি দেখিলে শিক্ষিত সমাজক দায়ী নকৰি নোৱাৰি। নিৰক্ষৰ, নিঃসহায় শ্রমজীৱীসকলক জন্ম-নিৰোধ বিষয়ক শিক্ষা দিবই লাগিব। ইচ্ছামতে জন্ম-নিৰোধ কৰিব পাৰিলে বহুতো মধ্যবিত্ত লোকে দুটি এটি ল'ৰা-ছোৱালী লৈ সুখে-সন্তোষে সংসাৰ নিয়াব পাৰিলেহেঁতেন।.." ফুকনে এই পুথি লিখিছিল ১৯৩৩ চনত। কিন্তু ফুকনৰ চিন্তাধাৰাৰ প্রতি বিদেশী চৰকাৰে মনোনিবেশ নকৰিলে। দেশভক্ত ফুকনে যৌন-তত্ত্ববিষয়ক প্রাচ্য আৰু ইংৰাজী পুথি পঢ়ি সংস্কৃত কাব্য আৰু শাস্ত্রৰ উদ্ধৃতিৰে পুথিখন মনোগ্রাহীকৈ ৰচনা কৰে।

দেশভক্ত ফুকনৰ গদ্য ৰচনাৰ মাজেদিও তেওঁৰ কবিত্ব শক্তিৰ পৰিচয় পোৱা যায়। তেওঁ প্রসঙ্গ অনুসৰি কোৰাণ, বাইবেল, গ্রন্থ-চাহেব, গীতা আদিৰ উদ্ধৃতিৰে বক্তৃতা সৰস কৰে। তেওঁ ১৯২১ চনত শিলচৰ জেলত থাকোতে 'স্তুতিমালা'ৰ (প্রকাশ, ১৯২৬) অন্তর্গত কবিতাসমূহ লিখে। 'স্তুতিমালা' প্রকৃততে স্তুতিগ্রন্থ। তেওঁ সংস্কৃত স্তোত্রৰ সৰল ভাঙনি কৰাৰ উপৰি মুছলমানৰ আদি স্তুতিৰ (আলহাম দুল্লিলা) ভাঙনি কৰিছে। ইয়াৰ ৫৪ টা কবিতাৰ ভিতৰত আছে ইষ্টদেৱ স্তুতি, শ্রীমধুসূদন স্তোত্র, গোপাল স্তোত্র, পিতৃ স্তোত্র, বিশ্বেশ্বৰ

স্তোত্র, বিশ্বৰূপ বন্দন, নৱগ্ৰহস্তোত্ৰ, মহালক্ষ্মী স্তোত্ৰ, ভক্তযোগী স্তোত্ৰ, গঙ্গাস্তোত্ৰ, জগদ্ধাত্ৰী স্তুতি, দশাৱতাৰ স্তোত্ৰ, চন্দ্ৰমৌলি স্তোত্ৰ ইত্যাদি। তেওঁৰ অনুবাদৰ চানেকি তলত দিয়া হ'লঃ

দুৰ্ঘোৰ সংসাৰ মায়া কিমতে গুচাম প্ৰভু
দিয়া মোক এই সজ জ্ঞান;
কালমায়া টোপনিত অচেতন আছোঁ পৰি
ৰক্ষা কৰা শ্ৰীমধুসূদন।
তুমি বিনে গতি নাই তুমিসে শৰণ মোৰ
পাপপঙ্ক পৰি যায় প্ৰাণ;
কৃপা কৰা সেই হৰি চৰণে শৰণ মাগোঁ
ৰক্ষা কৰা শ্ৰীমধুসূদন। (শ্ৰীমধুসূদন স্তোত্ৰ)

ওমিত্যুচ্চাৰণান্মোহানদ্ৰা দূৰং পলায়তে।
তস্মা প্ৰস্তুং জগন্নাথ ত্ৰাহি মাং মধুসূদন॥
ন গতিবিদ্যতে নাথ! ত্বমেব শৰণং মম।
পাপপঙ্কে নিমগ্নোঽহস্মি ত্ৰাহি মাং মধুসূদন॥

জবাপুষ্প, সম যাৰ লোহিত বৰণ
মহাতেজে নাশা অন্ধকাৰ;
কাশ্যপৰ পুত্ৰ সূৰ্য্য পাপ বিনাশন
তুৱা পাৱে কৰোঁ নমস্কাৰ।
দিব্য শঙ্খ সম বৰ্ণ তুষাৰ ধৱল
ক্ষীৰোদসাগৰে জন্ম যাৰ;
শম্ভুশিৰত শোভা তুমি শশধৰ
তুৱা পাৱে কৰোঁ নমস্কাৰ।

জবাকুসুমসঙ্কাশং কাশ্যপেয় মহাদ্যুতিম্।
ধ্বান্তাৰিং সৰ্বপাপঘ্নং প্ৰণতোঽহস্মি দিবাকৰম্॥
দধিশঙ্খতুষাৰাভং ক্ষীৰোদাৰ্ণবসম্ভবম্।
নমামি শশিনং ভক্ত্যা শম্ভোৰ্মুকুটভূষণম্॥

মুছলমানৰ আদি-স্তুতিৰ ভাওনি 'ঈশ স্তুতি' মূল নে অনুবাদ নক'লে ধৰা টান।

তোমাৰ মহিমা পৰম ঈশ্বৰ
বিশ্বৰ পালক তুমি;
অতি কাৰুণিক পৰম দয়ালু
ধৰ্ম্ম বিচাৰৰ স্বামী।
তোমাক প্ৰণামো কৃপা ভিক্ষা কৰোঁ
পোন বাটে নিয়া মোক;
যি পোন বাটত চলিছে সদায়
তয়ু কৃপাপাত্ৰ লোক।
কোপত পতিত যি পথত চলে
সিপথে নিনিবা মোক;
নাইবা চলিছে যি পথত প্ৰভু
পথভ্ৰষ্ট যত লোক। *(ঈশ-স্তুতি)*

স্তুতিমালাৰ সামৰণিৰ কাবিতাটো একে আধ্যাত্মিক ভাব ফুটি ওলাইছে।

ৰূপ নাই প্ৰভু তথাপি তোমাৰ
অন্তৰত ৰূপ ধ্যান;
বাক্যৰ অতীত জানিও তোমাৰ
স্তুতি কৰো বহুমান।
সৰ্ব্বব্যাপী তুমি জানিও নিশ্চয়
তীৰ্থাদিক যাওঁ ঘনে;
জ্ঞানকৃত মোৰ ই তিনি পাতক
ক্ষমা প্ৰভু নিজ গুণে। *(স্তুতি)*

'এপাহি ফুল', 'জীৱনৰ গতি' আদি আবাহনত প্ৰকাশিত কবিতাসমূহে তেওঁৰ কবিত্ব শক্তিৰ পৰিচয় দিয়ে। 'জীৱনৰ গতি' কবিতাত সাৰুৱা কথা আছে।

নিজকে চিনাটো বৰ টান কাম;
তাতো কৰি টান চিনাকি দিয়া।
সন্তোষে থকাটো আৰু টান কাম;
তাতো কৰি টান সন্তোষ দিয়া।
সজ উপায়েৰে ধন ঘটা টান;
তাতো কৰি টান সি ধন থোৱা।

আৰু বৰ টান সঁচা ধন মানে;
দান কৰি নিজে দৰিদ্ৰ হোৱা।
সাধনাৰ কাম দীৰ্ঘজীৱী হোৱা;
ৰোগ শোক মানে আঁতৰ কৰি।
আৰু সাধনাৰ পৰৰ কাৰণে
দিয়াটো জীৱন উৰ্চ্ছগা কৰি।

প্ৰবীণ দেশনেতা দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে স্বাধীনতা আন্দোলনত সক্ৰিয় ভূমিকা লৈ দেশবাসীৰ জাতীয় চৈতন্য উদ্বুদ্ধ কৰাৰ উপৰি মাতৃভাষাৰ উন্নতিৰ কাৰণে সাধ্যানুসৰি বৰঙণি আগবঢ়ালে। ইয়াৰ উপৰি জাতীয় উৎসৱৰ গুৰুত্ব আৰোপ কৰি ফুকনে কৈছিল, "জাতীয় উৎসৱেই জাতীয়তাৰ প্ৰাণ, জাতীয়তা ৰক্ষাৰ হেতু। অসমীয়াৰ বিহু গলে অসম আৰু অসম হৈ নাথাকিব। অনাহাৰ অত্যাচাৰত আজি ভাৰত মৰাৰ দৰে। অসমৰ অৱস্থা কিন্তু সবাতকৈ বেয়া। কিন্তু মৰা বুলি পেলাই দিলেই নহ'ব; আনন্দৰ সঞ্জীৱনী পানী ছটিয়াই মৃতকল্প জননীক জীয়াব লাগিব" (আৱাহন, ৩য় বছৰ, ৬ষ্ঠ সংখ্যা)। দেশভক্ত ফুকনে অসমীয়া সাহিত্যৰ উন্নতিৰ হকে নিজৰ অৰিহণা যোগোৱাৰ উপৰি দেশৰ উন্নতিৰো ইঙ্গিত দি গৈছে।

# সুৰাগী পুৰুষ জ্ঞানদাভিৰাম বৰুৱা

আধুনিক অসমীয়া সাহিত্যৰ অন্যতম নিৰ্মাতা গুণাভিৰাম বৰুৱা আৰু বিষ্ণুপ্ৰিয়া দেৱীৰ কনিষ্ঠ পুত্ৰ জ্ঞানদাভিৰাম বৰুৱাই নগাঁৱৰ বিল্বকুটীৰত (১৮০২ শক, ৪ ভাদ, বৃহস্পতিবাৰ ভাদৰ পূৰ্ণিমা)জন্মগ্ৰহণ কৰি আৰু এই ঠাইতে বিদ্যাৰম্ভ কৰি চেভেনথ্ ক্লাচলৈকে (সেইকালৰ শিক্ষা ব্যৱস্থা অনুযায়ী) পঢ়ি পিছত কলিকতাৰ চিটি কলেজিয়েট স্কুলৰপৰা এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হৈ প্ৰথমে ১৫ বছৰ বয়সত (১৮৯৬ খ্ৰীঃ) বিলাতলৈ গৈ চেমচফৰ্ডৰ গ্ৰামাৰ স্কুলত শিক্ষা লাভ কৰি দ্বিতীয়বাৰ বিলাতলৈ গৈ ১৯১০ চনত গ্ৰেজ্ইনৰ পৰা বেৰিষ্টাৰী মহলাত উঠি স্বদেশলৈ ঘূৰি আহি জ্ঞানদাভিৰামে কলিকতাত ওকালতি কৰি অসম চৰকাৰৰ অধীনত কিছুকাল মুনচিফ হৈ শেহত আৰ্ল ল কলেজৰ প্ৰতিষ্ঠাতা অধ্যক্ষৰূপে কাম কৰি (১৯১৪-৩৮) তাৰপৰা অৱসৰ গ্ৰহণ কৰি নিজ বাসভৱন 'অভিৰাম'ত থিতাপি লৈ 'ব্ৰহ্মকৃপাহি কেৱলম্' উচ্চাৰণ কৰি ১৯৫৫ চনৰ ২৭ জানুৱাৰীত নশ্বৰ দেহ ত্যাগ কৰে।

বসুধাবন্ধু গুণাভিৰাম বৰুৱাৰ বিল্বকুটীৰ একালত সাহিত্যিকসকলৰ প্ৰেৰণাৰ উৎস আছিল। উনবিংশ শতিকাৰ আধুনিক অসমীয়া সাহিত্যৰ মধ্যাংশু মাৰ্তণ্ড স্বৰূপ গুণাভিৰাম বৰুৱাক কেন্দ্ৰ কৰি যিসকল নগঞা সাহিত্যিকে মাতৃভাষা সেৱা কৰি অসমীয়া সাহিত্যৰ বুৰঞ্জীত এখন সুকীয়া থাপনা পাতিলে, সেইসকলৰ ভিতৰত আছিল পদ্মাৱতী দেৱী ফুকননী, ভোলানাথ দাস, ৰত্নেশ্বৰ মহন্ত, ৰুদ্ৰাম বৰদলৈ, বলদেৱ মহন্ত, পদ্মহাস গোস্বামী, নৰনাথ মহন্ত, বলিনাৰায়ণ বৰা, ৰত্নধৰ বৰুৱা(ভ্ৰমৰঙ্গ নাটক ৰচোঁতাৰ এজন) ইত্যাদি। হেমচন্দ্ৰ গোস্বামীও এই বৃত্তৰ ভিতৰতে আছিল। ইয়াৰ উপৰি গুণাভিৰাম বৰুৱাৰ পত্নী বিষ্ণুপ্ৰিয়া দেৱীয়েও সাহিত্য চৰ্চা কৰিছিল। এনে সাহিত্যিক পৰিমণ্ডলে বালক জ্ঞানদাভিৰামৰ মানসিক উন্নতিৰ সমল আহৰণত সহায় কৰে। কালৰ সোঁতত স্মৃতিৰ মাধুৰীসনা বিল্বকুটীৰৰ চিন-চাব নাইকিয়া হ'লেও আজিও কলঙৰ কাষৰ সেই চাং ঘৰটিৰ কথা মানস পটত ভাহি উঠে।

এই সভাশুৱনি সদানন্দ পুৰুষজনেই জে, বৰুৱা নামে খ্যাত। সেই নামটো উচ্চাৰণ কৰিলেই সুদীৰ্ঘ সুঠাম কায়যুক্ত পকাথেকেৰা সদৃশ 'থুলন্তৰ,

বমভোলা ভংভঙ্গীয়া, সুৰাগী সৎপুৰুষ' জ্ঞানৰ ভঁৰাল জ্ঞানদাভিৰামৰ কথা মানসপটত ভাহি উঠে।

তেওঁৰ ইংৰাজী যেনে চাহাবী অসমীয়া কথাও তেনে নিভাঁজ। তেওঁ জীৱনৰ আগছোৱাত নগাঁৱত শিক্ষা লাভ কৰে। কলিকতাত বাঙালী মাত-কথা কোৱাৰ উপৰি ঠাকুৰ পৰিয়ালৰ কন্যাৰ (লতিকা দেৱী) পাণি গ্ৰহণ কৰে, আৰু বিলাতত ইংৰাজী মাত কথাবো হেঁচা পৰে। কি আচৰিত কথা, মাতৃভূমিৰ পৰা কুৰি বছৰৰ অধিক কাল বাহিৰত থাকিও পিছত নিৰহ্‌ নিপানী অসমীয়া ভাষাৰে বিলাতৰ চিঠি, ভেনিচৰ সাউদ, পঞ্চবস্ত্ৰ, দদাইৰ পঁজা আদি পুথি লিখে। বাঁহী, মিলন, আৱাহন, ৰামধনু, ৰৰদৈচিলা, বাতৰি, তৰুণ অসম আদি আলোচনী আৰু বাতৰি কাকতত প্ৰকাশিত জ্ঞানদাভিৰাম বৰুৱাৰ প্ৰবন্ধসমূহ নিভাঁজ গদ্যৰে চানেকি, যেন উত্তৰাধিকাৰ সূত্ৰে পিতৃৰ পৰা আয়ত্ত কৰিলে। কিছুমান প্ৰবন্ধ জুহালৰ কাষত শুনা ককাদেউতাৰ সাধুৰ নিচিনা। তেওঁৰ সহজ,সৰল, প্ৰাঞ্জল ভাষাৰ চানেকি তলত দিয়া হ'ল —

(১) ইংলণ্ডৰ ৰাজধানী লণ্ডন পৃথিৱীৰ ভিতৰত এখন প্ৰধান ঠাই। লণ্ডনক কোনোৱে প্ৰধান স্থান দিয়ে, কোনোৱে নিদিয়ে। আমাৰ কামৰ অৰ্থে আমি এই

ঠাইক প্ৰধান স্থান দিছোঁ। লণ্ডনত আন কোনো কাম-কাজ নিশিকি যদি কোনোৱে দিনৌ তাৰ দুখন এখন বাতৰি কাকত এবছৰমান পঢ়ে আৰু লণ্ডনৰ বাটে গলিয়ে চকু মেলি কাণ থিয় কৰি ফুৰে তেনেহলে তেওঁ সেই এবছৰত যিমান কথা শিকিব, কলিকতা কি ভাৰতৰ আন কোনো ঠাইত সিমান কথা শিকিবলৈ, সিমান বস্তু দেখিবলৈ পাঁচ বছৰ থাকিলেও সুবিধা নহব। লণ্ডনলৈ আমি কেৱল এই কামৰ নিমিত্তে আমাৰ দেশৰ মানুহক আহিবলৈ নকওঁ। ইয়াত শিকা নেযায় এনে কাম খুব তাকৰ (বিলাতৰ চিঠি, বাঁহী, ১ম বছৰ ২য় সংখ্যা)।

(২) দেউতা আৰু আইৰপৰা শুনিছোঁ যে মই হনু নগাঁৱৰ বিহ্বকুটীৰত উপজিছিলোঁ। সিদিনা বৃহস্পতিবাৰ ; ভাদৰ পূৰ্ণিমা আছিল। ৰাতি এঘাৰমান বজাত ওপজোঁ। মই শুনিছিলো যে মোৰ পাছত আৰু এটি ল'ৰা উপজিছিল। যদিহে হৈছিল, সি হৈয়েই মৰিল। আয়ে আৰু ঘৰৰ আন মানুহে মোৰ বিষয়ে কৈছিল 'ইয়েই পেট মোচা ল'ৰা'। আৰু মোক 'ভদীয়া-পোনা' বুলিও কৈছিল। কণবোপাতো আছিলোঁৱেই। অতীতৰ কথা ভাবিলে ভাল লাগে, বেয়াও লাগে (মোৰ কথা-ৰামধনু ৩য় বছৰ ষষ্ঠ সংখ্যা)।

ইংৰাজ কবি ক'লৰিজৰ জেন্টল লেম্বতকৈ (Gentle Lamb) অধিক নম্ৰ জ্ঞানদাভিৰাম বৰুৱাই ম'হ এটা মৰাতকৈ উকৰাই দিবলৈহে ভাল পায়। কটন কলেজৰ তেতিয়াৰ অধ্যাপক ব্ৰাউনে বৰুৱাৰ এই কাৰ্য্য দেখি আমোদ লাভ কৰিছিল। জীৱ-জন্তুৰ প্ৰতি তেওঁৰ দয়া অপৰিসীম। জ্ঞানদাভিৰাম বৰুৱা বন্ধুহীনৰ বন্ধু আৰু সমাজচ্যুতসকলৰ আশ্ৰয়স্থল। দুখীয়া নিছলা লৰা-ছোৱালীৰ মানত তেওঁ সাক্ষাৎ দয়াৰ সাগৰ। টাইগাৰ নামৰ তেওঁৰ বৰ মৰমৰ কুকুৰটোৰ কথা সুঁৱৰি লিখে, "...টাইগাৰ মোৰ লগতেই আছিল। গুৱাহাটীত তাক চিনি নোপোৱা মানুহ নাই বুলিলেও হয়। টাইগাৰ যে বাঘ নহয়। এটি মৰম লগা মৰমীয়াল, মৰম লগোৱা কুকুৰহে গম পাইছা চাগে, নহয় নে ? তাৰ ওপজা ঠাই এনে কুকুৰৰ জনমভূমি ফ্ৰান্স আৰু জাৰ্মানিৰ সীমাৰ মাজৰ এডোখৰ ঠাই। তেনে কুকুৰক 'এলশ্বেস্যান' বোলে। ... মোৰ মৰমৰ টাইগাৰ তুমি যায় এইবাৰ অসমীয়া হৈ মোৰ অতি চেনেহৰ মানুহ জনম লৈ অসমলৈকে আহা" (মোৰ মৰমৰ টাইগাৰ, বৰদৈচিলা ২৩শ ভাগ ১৮৭৬)।

বৰুৱাৰ কথা কোৱা ধৰণ অসাধাৰণ আৰু মাতটোও আকৰ্ষণীয়। তেওঁ কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি আৰম্ভ কৰা কালত এজন ডেকা বেৰিষ্টাৰে মন্তব্য কৰে, "হেৰি যুৱক মই আপোনাৰ মাতটো ঈৰ্ষা কৰোঁ"। তেওঁ দৰাচলতে 'দি মেন উইথ্ দি ভইচ্ অব্ ব্ৰাছ্ এণ্ড দি হাৰ্ট অব গল্ড্' হৈয়ে থাকিল। তেওঁৰ মুখত সাধাৰণ কথাও উপাদেয় হৈ পৰে। ক'লৰিজ্‌ৰ এনচেষ্ট মেৰিনাৰৰ নিচিনাকৈ তেওঁৰ কথা ৰ লাগি শুনি থাকিবৰ মন যায়।

তেওঁৰ স্মৃতি শক্তিও 'চক্‌চকীয়া'। নগাঁৱত লৰিফুৰা চালুকীয়া অৱস্থাৰে পৰা আৰম্ভ কৰি 'অভিৰাম'ত জিৰণি লোৱালৈকে তেওঁ যতবিলাক বন্ধু-বান্ধৱ যুৱক-যুৱতী, সাধাৰণ মানুহ আদি লগ পাইছিল সেইবিলাকৰ স্মৃতি তেওঁৰ মানসপটত জিলিকি আছিল। তেওঁ তিনিকুৰি দহ বছৰ বয়সতো নগাঁৱৰ সৰুকালত পোৱা লিগিৰী এজনীক দেখা পাই তাইৰ নাম উচ্চাৰণ কৰাত সকলো আচৰিত হৈছিল। তেওঁ মহাত্মা গান্ধী, ৰবীন্দ্ৰনাথ ঠাকুৰ, আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়, জগদীশ ব'স, বলৰাম ফুকন আদিয়ে কোৱা কথা হুবহু আবৃত্তি কৰিছিল।

জ্ঞানদাভিৰাম বৰুৱা স্বাধীন মনৰ মানুহ। ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহে। সেই সময়ৰ চৰকাৰে চৰকাৰী চাকৰিয়ালে মহাত্মা গান্ধীক দেখা কৰাটো বাৰণ কৰে। তেওঁ সেই নিৰ্দেশলৈ কেৰেপ নকৰি তৰুণৰাম ফুকনৰ ঘৰত মহাত্মা গান্ধীক দেখা কৰে। সেইকালত বঙ্গৰ মুকুন্দ দাসৰ গীত তথা যাত্ৰাই জাতীয় জাগৰণৰ গুটি সিঁচে। তেওঁ আইন মহাবিদ্যালয়ত এই যাত্ৰাভিনয়ৰ সুবিধা দিয়ে।

জ্ঞানদাভিৰামৰ সাহিত্য-চৰ্চা আৰম্ভ হয় বাঁহীত ধাৰাবাহিকভাৱে প্ৰকাশিত 'বিলাতৰ চিঠি' আৰু 'বিলাতৰ কথা' প্ৰবন্ধসমূহৰ জৰিয়তে। বিলাতৰ চিঠি পিছত পুথিৰ আকাৰে প্ৰকাশ পায়। বিষয়-বস্তুৰ সংকলন আৰু নিখুঁত ৰচনা-ৰীতিৰ বাবে এই পুথি চিৰ নতুন। ই জতুৱা ঠাঁচেৰে ভৰপূৰ। ইংলণ্ডৰ গ্ৰামাৰ স্কুলত শিক্ষা লাভ কৰি তেওঁ বিশ্বৰ শ্ৰেষ্ঠ নাট্যকাৰ উইলিয়ম শ্যেক্সপীয়েৰৰ অনুৰক্ত হৈ পৰে। আন কি ৰাতি শোৱাৰ পূৰ্বে শ্যেক্সপীয়েৰৰ নাটকৰ কোনো অংশ আবৃত্তি কৰি আনন্দ লাভ কৰে। ভ্ৰমৰঙ্গ (১৮৮৮) শ্যেক্সপীয়েৰৰ নাটকৰ প্ৰথম অসমীয়া ৰূপান্তৰ। জ্ঞানদাভিৰামে এই নাট্যকাৰৰ নাটকৰ 'সোৱাদ দিবৰ ইচ্ছাৰে' কেইখনমান নাটক সাধুৰ আকাৰে লিখে। এয়ে ভেনিচৰ সাওদ (১৯১২) আৰু পঞ্চৰত্ন (১৯১৯, নাটকৰ পাঁচোটা কাহিনী)ৰ জন্ম কথা। দদাইৰ পঁজা (১৯৩০) এখন বিশ্ববিখ্যাত গ্ৰন্থৰ সংক্ষিপ্ত অনুবাদ। আমেৰিকা যুক্তৰাজ্যৰ লেখিকা হ্যাৰিয়েট বীচাৰ ষ্টোৱ 'আংকল্ টমছ্ কেবিন্' (১৮৫২) গ্ৰন্থখনে আমেৰিকাৰ দাসত্ব প্ৰথাৰ ওপৰত কুঠাৰঘাত হানে। তেওঁ দদাইৰ পঁজাত কৈছে, "আশা কৰোঁ তোমালোকে ডাঙৰ হলে এখন Uncle Tom's Cabin পঢ়িবা। ইয়াত সকলো কথা দিয়া হোৱা নাই। এইখন অতি চমু কিতাপ" (পৃঃ১০০)। বামধনুত ধাৰাবাহিকভাৱে প্ৰকাশিত আধৰুৱা 'মোৰ কথা' নামৰ আত্মজীৱনীখন মূল্যৱান। লক্ষ্মীনাথ বেজবৰুৱাৰ বুঢ়ী আইৰ সাধুৰ কেইটামান সাধু ইংৰাজীলৈ অনুবাদ কৰি (ফক্ টেলচ্ অব্ আসাম) তেওঁ অসমীয়া সাধু অন্যান্য ৰাজ্যৰ লোকৰ দৃষ্টিগোচৰ কৰে।

১৯৩৩ চনত উত্তৰ লখিমপুৰত বহা অসম সাহিত্য সভাৰ চতুৰ্দশ অধিৱেশনৰ তেওঁ সভাপতিৰ আসন অলংকৃত কৰে। এই অধিৱেশনৰ সভাপতিৰ অভিভাষণখন মূল্যৱান। অসম বুৰঞ্জী প্ৰণেতা গুণাভিৰাম বৰুৱাৰ সাৰ্থক উত্তৰাধিকাৰী জ্ঞানদাভিৰাম বৰুৱাই পুৰণি অসমৰ সীমাৰ বিষয়ে যথাযথ মন্তব্য কৰিছে। তেওঁ তেতিয়াই অসম সাহিত্য সভাক গোৱালপাৰা- ধুবুৰীৰ ফালে চকু দিবলৈ কৈছিল। বিভিন্ন জিলাৰ মাতকথাৰ পাৰ্থক্য সম্পৰ্কত তেওঁ কয়, "সকলো জিলাৰ মাততে বিশেষত্ব আছে আৰু বিশেষত্ব লৈয়ে আমাৰ ভাষা। গোৱালপৰীয়া মাতৰ সৈতে আমাৰ ভালকৈ চিনাকি হলে সেই জিলাৰ ভাষাই আমাৰ আন আন জিলাৰ ভাষাক চহকী কৰি আমাৰ মাতৃভাষাকো চহকী কৰিব।" স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনৰ দৰে তেওঁ বেপাৰ-বাণিজ্যৰ ওপৰত গুৰুত্ব দি কয়, "কোনো জাতিয়েই বিনা ব্যৱসায়-বাণিজ্যে ডাঙৰ হোৱা নাই। আৰু আন আন কাৰণ থাকিলেও ব্যৱসায়-বাণিজ্যই এটি প্ৰধান উপাদান।"

বেপাৰ-বাণিজ্যত অসমীয়া জাতিয়ে অন্য জাতিৰ সমকক্ষ হ'বলৈ যে চেষ্টা কৰিব লাগেএই কথা আজিও সঁচা। তেওঁ স্বাবলম্বী হোৱাত গুৰুত্ব দি তেতিয়াই কৈ যায় "আমাক আত্মনির্ভৰশীলতা লাগে। আমি যেন নিজৰ ভৰিত থিয় হ'বলৈ শিকিব পাৰোঁ, শক্তি পাওঁ এই ইচ্ছা লাগে ...বিদেশীক দোষ নিদি আমিও তেওঁলোকৰ সৈতে মিত্ৰভাবে অৰিয়া-অৰি নকৰো কিয়?" অসমীয়া জাতিৰ দোষ-দুৰ্বলতা প্ৰসঙ্গত তেওঁ কয়, "মই এজনী পোহাৰীক সুধিলোঁ, "আইদেও, এতিয়ালৈকে মাছ নাই কিয় ?" ৰিহা-মেখেলা পিন্ধি অসমীয়া তিৰোতাৰ অসমীয়াত্ব ৰখাৰ প্ৰতিনিধিত্ব জনাই কলে, 'দেউতা, বঙালহঁতে মাছ মাৰি দিলেহে মাছ পাম।' কি শোকৰ কথা, কি শোকৰ কথা ! মই সুধিব পাৰোনে কিয় এই উত্তৰ পালোঁ। ...আনক দোষ দিলে কাম নহব।" জ্ঞানৰ সঁফুৰা জ্ঞানদাভিৰাম বৰুৱাৰ এই কথা উপলব্ধি কৰা হ'লে অসমীয়া জাতিৰ আজি ঘোৰ দুৰ্দিন উপস্থিত ন'হলহেঁতেন। তেওঁ ঋষিসুলভ দৃষ্টিৰে কয়, "...আনে ভাত বাঢ়ি দিলেহে আমি ভাত খাওঁ। ..যদি আমি আন ভাৰতীয়ৰ সৈতে অৰিয়াঅৰিত প্ৰতি কথাতে হাৰোঁ তেনেহলে আমাৰ উন্নতিৰ বাট নাই কিন্তু মই কওঁ, আমি নেহাৰোঁ। আমাৰ অনুকূল চিন্তা নাই দেখিহে আমি আগবাঢ়িব পৰা নাই।" সাম্প্ৰদায়িক ঐক্য প্ৰসঙ্গত তেওঁ কৈছে, "হিন্দু-মহম্মদীয়, মহম্মদীয়-হিন্দু এই ভিন ভাব অসমত নাই।" তেওঁ অসম মহিলা সমিতি, অসম কৈৱৰ্ত সম্মিলনী, জয়মতী উৎসৱ আদিৰ সভাপতিৰ অভিভাষণত অনেক সাৰগৰ্ভ কথা কৈ গৈছে।

ওপৰত কৈ অহা হৈছে যে জ্ঞানদাভিৰামৰ ইংৰাজী যেনে চাহাবী অসমীয়াও তেনে নিমজ আৰু নিভাঁজ। অসমীয়া বাক্যৰ মাজত সাধাৰণতে ইংৰাজী শব্দ প্ৰয়োগ কৰাটো তেওঁ পছন্দ নকৰে। তেওঁ জীৱনৰ আগভাগত বঙ্গ আৰু বিলাতৰ পৰিবেশৰ মাজত থাকিলেও ভাষাৰ বিশুদ্ধতা ৰক্ষা কৰি তেওঁ নিভাঁজ অসমীয়া ৰচনাৰে সকলোকে চমক লগাব পৰাটো আচৰিত কথা। প্ৰবীণ সাহিত্যিক বেণুধৰ শৰ্মাৰ ভাষাৰে কব পাৰি, "কোনোবাই যদি অসমীয়া ভাষাৰ কালিকাটো বিচাৰি ফুৰিছিল, তেন্তে সেইজন বৰুৱায়েই।" তেওঁ কেতিয়াবা কয়, "আজি জাৰটো পকিছে', 'গা তিয়াই আছোঁ", ইত্যাদি। জতুৱা ঠাঁচৰ সাৰ্থক প্ৰয়োগ তেওঁৰ ৰচনাত পোৱা যায়।

জ্ঞানদাভিৰাম বৰুৱা ধেমেলীয়া আৰু ভঙ্ভঙীয়া আছিল। তেওঁ হাঁহিৰ মোল বুজি লিখে, "...তুমি যদি হাঁহিৰ মোল বুজিলাহেঁতেন ইমান গম্ভীৰভাৱে নাথাকিলা হয়। হাঁহিলে যকৃৎ আদিৰ ক্ৰিয়া ভাল হয়। তেজৰ ক্ৰিয়া ভাল হয়,

হজম শক্তি বাঢ়ে। জানা নহয় হজমৰ ওপৰতে আমাৰ শৰীৰৰ ভাল বেয়া নির্ভৰ কৰে। ...মন প্রফুল্ল থাকিলে হজম হয়। তুমি নিজে প্রফুল্ল থাকা লগৰ আন মানুহকো প্রফুল্ল ৰাখিব পাৰিবা"(চেতনা, ৪র্থ বছৰ ১ম সংখ্যা)। সেইকাৰণে তেওঁ প্রফুল্ল মনৰ অধিকাৰী আছিল।

তেওঁ অভিনয়-প্রিয় আছিল। তেওঁ কলিকতাত ৰবীন্দ্রনাথ ঠাকুৰৰ বাল্মীকি প্রতিভা নাটকত দস্যু সর্দাৰৰ ভূমিকাত অৱতীর্ণ হৈ অভিনয়ৰ বাবে লেডি হার্ডিঞ্জৰ প্রশংসা লাভ কৰে। ৰূপকোঁৱৰ জ্যোতিপ্রসাদ আগৰৱালাৰ প্রযোজনাত ওলোৱা ইন্দ্রমালতী কথাছবিতো তেওঁ অভিনয় কৰে।

সদানন্দপুৰুষ ৰসিক জ্ঞানদাভিৰাম বৰুৱা বিংশ শতিকাৰ এজন আগশাৰীৰ লোক। চিৰ তৰুণ জ্ঞানদাভিৰাম বৰুৱা তেওঁৰ চিন্তা আৰু জ্ঞানৰদ্বাৰা অসমীয়া সাহিত্যত জিলিকি আছে। সুৰসিক সৎপুৰুষ জ্ঞানদাভিৰামৰ চিন্তা আৰু কর্মই অসমীয়া জাতিক প্রেৰণা দিয়ক।

জয়তু জ্ঞানদাভিৰাম বৰুৱা।

# বাগ্মীবৰ নীলমণি ফুকনৰ ব্যক্তিত্ব

বাগ্মীবৰ নীলমণি ফুকনৰ নাম ল'লেই এনে এজন সিংহপুৰুষৰ কথা মনলৈ আহে যিজনে সাহিত্যিক, সাংবাদিক, শিক্ষাবিদ আৰু ৰাজনীতিবিদস্বৰূপে অসমৰ জাতীয় জীৱন সমৃদ্ধ কৰি গৈছে। ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ নাতি নীলমণি ফুকনে অসম আৰু অসমীয়াৰ স্বাৰ্থৰক্ষাৰ হকে যিদৰে ৰণচালি ধৰিছিল, সেইদৰে অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰিবৰ কাৰণে বাৰ-বৰণীয়া অৱদান দি গৈছে। মুঠৰ ওপৰত শিক্ষা, সাহিত্য, ৰাজনীতি, সংস্কৃতি আদি বিভিন্ন দিশত ফুকনৰ অৱদান অপৰিসীম। ফুকন ডাঙৰীয়া নিজেই এটা অনুষ্ঠানস্বৰূপ।

স্বভাৱতে সহজ-সৰল, অনাড়ম্বৰ, নিৰহঙ্কাৰী আৰু ল'ৰা-বুঢ়া সকলোৰে লগত মিলিব পৰা বাগ্মীবৰ ফুকন এক অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী। প্ৰবীণ সাহিত্যিক বেণুধৰ শৰ্মাৰ ভাষাৰে ক'ব পাৰি —"ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ ঘৰৰ ঐতিহ্যপূৰ্ণ ৰক্তবীজৰ দ্বাৰা যি পৰিগৃহীত, পৰিবৰ্দ্ধিত আৰু পৰিমাৰ্জিত, যি মেঘনাদী বাগ্মিতা আৰু সিংহনাদী গৰ্জনৰ অধিকাৰী, যি চলি থকা মটৰ গাড়ীতো বাক্‌দেৱীৰ কৃপাত অবিৰাম-অবিশ্ৰান্তভাৱে গদ্য-পদৰ লেখনী চলাই যাব পাৰে, 'তস্যোপৰি' যিজনৰ বিজুলীসদৃশ ৰোষাগ্নি নিমিষমাত্ৰক, সেইজনেই এই সম্পাদক নীলমণি ফুকন"(বাতৰিৰ বিভূতি)। অপৰিসীম ত্যাগ আৰু প্ৰদীপ্ত বীৰত্ব, চাৰিত্ৰিক দৃঢ়তা, কৰ্মস্পৃহা আৰু কোমলতাৰ সম্মিলন তেওঁৰ চৰিত্ৰত পৰিলক্ষিত হয়।

যি কালত অসমত শিক্ষাৰ পৰিসৰ বৃদ্ধি পোৱা নাছিল, সেই কালত বাগ্মীবৰ ফুকন ডাঙৰীয়াই জৰ্জ ইনষ্টিটিউচনৰ প্ৰধান শিক্ষক হৈ মাধ্যমিক শিক্ষাৰ সম্প্ৰসাৰণত ইন্ধন যোগাইছিল। গতিকে তেওঁ শিক্ষকস্বৰূপে জীৱন আৰম্ভ কৰি পিছত জীৱনৰ বৃত্তি সলনি কৰিলেও তেওঁ আচাৰ্য্যৰ সন্মান লাভ কৰিছিল। তেওঁ একালত ঢাকা বিশ্ববিদ্যালয়, পাছত গুৱাহাটী বিশ্ববিদ্যালয় আৰু মৃত্যুৰ সময়লৈকে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কৰ্টৰ সদস্য আছিল। সেয়েহে তেওঁ উচ্চ শিক্ষাৰ সৈতে জড়িত আছিল। তেওঁ উপলব্ধি কৰিছিল যে প্ৰাচ্য ভাবধাৰাৰ সৈতে পাশ্চাত্য ভাবৰ সম্মিলন নহ'লে ভাৰতবৰ্ষত নতুন সমাজ-সংগঠন সুদূৰপৰাহত। স্ত্ৰী-শিক্ষাৰ প্ৰচলনতো তেওঁ আগ্ৰহী আছিল।

ফুকনে পৰিধান কৰা পোছাক-পৰিচ্ছদৰ ক্ষেত্ৰতো পৰিবৰ্তন লক্ষ্য কৰা যায়। তেওঁ পোনতে আছিল কোট -পেণ্ট পিন্ধা চাহাব,আৰু সেই সময়ত অচিনাকি

লোকে তেওঁক চাহাব বুলিহে ভাবিছিল। তেওঁ তেতিয়া উদাৰপন্থী আছিল। ১৯২১ চনত কংগ্ৰেছ আন্দোলনৰ সময়ত তেওঁ প্ৰধান শিক্ষক আছিল। সেই সময়ত ছাত্ৰসকলে স্কুল এৰাটো তেওঁ ভাল পোৱা নাছিল, আৰু সেই ক্ষেত্ৰত বিৰূপ মন্তব্য প্ৰকাশ কৰিছিল। তেওঁ প্ৰধান শিক্ষক হৈ থকা সময়তে নীলমণি চাহ বাগিচা খোলে। পিছত শিক্ষকতা এৰি চাহ ব্যৱসায়ত লাগে। সেই ব্যৱসায়ত লোকচান হোৱাত তেওঁ সাংবাদিক জীৱন আৰম্ভ কৰিলে। তেওঁ দৈনিক বাতৰিৰ সম্পাদক হ'ল। দৈনিক বাতৰি বন্ধ হোৱাৰ পিছত তেওঁ সক্ৰিয় ৰাজনীতিত যোগ দিয়ে। ফুকনৰ সাজ-পাৰ সলনি হ'ল। তেওঁ শেষলৈকে খদ্দৰ বস্ত্ৰ আৰু টুপী পৰিধান কৰে। বিলাতী সাজকেই পিন্ধক বা দেশীয় সাজকেই পিন্ধক, ফুকন সকলো অৱস্থাতে স্বাধীনচিন্তীয়া। তেওঁ স্বাধীনমনা হোৱাৰ কাৰণে কোনো দলেই তেওঁৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিছিল।

ফুকন ডাঙৰীয়াৰ চৰিত্ৰত কোমল-কঠিন দুয়োৰে সমাবেশ দেখা যায়। তেওঁৰ অন্তৰ ফুলৰ পাপৰিৰ দৰে কোমল ; কিন্তু তেওঁ বজ্ৰৰ দৰে কঠিন। তেওঁ অভিমানী। নিজৰ কথা সতকাই নেৰে। তেওঁ যিটো সঁচা বুলি ভাবে, তাক অপ্ৰিয় হ'লেও বা তাৰ কাৰণে অপ্ৰিয়ভাজন হ'ব লগা হ'লেও, ব্যক্ত নকৰাকৈ নাথাকে। আন কথাত তেওঁ এজন স্পষ্টভাষী লোক। সম্ভৱ সেই কাৰণে অসম সাহিত্য সভাৰ উত্তৰ লখিমপুৰ অধিৱেশনত পদ্মনাথ গোহাঞিঃ বৰুৱা ফুকনৰ ওপৰত বিতুষ্ট হৈছিল। যি সময়ত পাৰ্বত্য ৰাজ্য গঠনৰ কাৰণে আলোচনা হৈছিল , আৰু যি সময়ত অসমীয়া ভাষাক ৰাজ্যভাষা কৰাৰ কাৰণে ৰাজ্য জুৰি আন্দোলন হৈছিল, সেই সময়ত কংগ্ৰেছৰ এজন সাধাৰণ সভ্য হৈও ফুকন ডাঙৰীয়াই স্পষ্ট অভিমত প্ৰকাশ কৰিছিল।

ফুকন ডাঙৰীয়া গতিশীল ব্যক্তিত্বৰ অধিকাৰী। তেওঁ বিশ্বাস কৰিছিল যে গতিশীলতাই জীৱন আৰু স্থবিৰতাই মৃত্যু। চিৰকুমাৰ ফুকনৰ গতিশীল ব্যক্তিত্বই তেওঁক অৱস্থাৰ লগত খাপ খুৱাবৰ কাৰণে সমৰ্থবান কৰিছিল। আমি কোনো সময়তে তেওঁক হতাশ হোৱা দেখা পোৱা নাছিলোঁ। তেওঁ সদায় কৰ্মব্যস্ত। তেওঁৰ ব্যক্তি-জীৱন যেন এনে ধৰণৰ আছিল —"Nerves of steel, muscles of iron and that gigantic will which nothing can resist and which will accomplish its purpose in any fashion"। সুন্দৰ আৰু নিপোটল

স্বাস্থ্যৰ অধিকাৰী ফুকনৰ অদমনীয় মনোবল তেওঁৰ ব্যক্তিত্বৰ এটা বৈশিষ্ট্য। তেওঁ আশাবাদী। নিৰাশা বা কাপুৰুষালি তেওঁ চিনি নাপায়। সাংবাদিক হিচাপে ফুকন ডাঙৰীয়াই স্পষ্ট মত দাঙি ধৰিছিল। দৈনিক বাতৰি প্ৰথম দৈনিক অসমীয়া কাকত। এই কাকতে এক পৰম্পৰাৰ সৃষ্টি কৰে। এই কাকত অসমৰ জ্বলন্ত সমস্যাৰ সৌকা স্বৰূপ আছিল। এই কাকতৰ ভূমিকা সম্পৰ্কে বেণুধৰ শৰ্মাৰ ভাষাৰে ক'ব পাৰি, "বাতৰি জন্ম হোৱাৰ লগে লগে এটা ডাঙৰ বিষ্ট লাগি আহিছিল। সেইটোৱেই হৈছে 'বৃহত্তৰ বাংলা'। শ্ৰীহট্টই আছিল অসমক কোঙা কৰা সেই বৰবিহৰ বৰ কোঠ। তাত খোপনি লৈ অজগৰে গিলাদি অসমৰ ভাষা-সাহিত্য, জাতীয়তা, শিক্ষা-সংস্কৃতি সকলো গিলি আহি তেজপুৰ পাৰ হৈছিলহি। আমাৰ ভাৰতপ্ৰেমিক, দেশপ্ৰেমিকসকলৰ আদৰ্শই ইয়াৰ বিৰুদ্ধে তুং শব্দ এটাও নকৰিছিল। বাতৰিত অসমীয়াৰ ভৱিষ্যত মঙ্গলামঙ্গল চিন্তাত ব্যাপৃত থকাসকলৰ মানত এই আদৰ্শ বিহগুটি যেন তিতা আছিল। এই দুই আদৰ্শৰ সংঘৰ্ষত যি বৰবিহৰ উৎপন্ন হৈছিল, তাক 'হৰবিস্তহৰ পানীকৃত হৈ পৰ' বুলি ন্যুনাধিক অষ্টশক্তিৰ অধিকাৰী বুলি নীলমণি ফুকনেহে উৰাই দিব পাৰিছিল"(বাতৰিৰ বিভূতি)। দৈনিক বাতৰিত প্ৰকাশিত 'বিশ্ববিদ্যালয়ঃএটা জাতীয় অভাৱ', 'অসমীয়া জাতিৰ শক্তি সঞ্চয় কিহত','অসম বিশ্ববিদ্যালয় বিল','অসমীয়া তেজপুৰত বঙালী হাইস্কুল', 'অসমত দুৱলীয়া ভাষা বঙলা হ'বনে','অসমৰ স্কুলৰ ভাষা অসমীয়া', 'অসমৰ সমস্যা', 'অসমীয়া বেহা-বেপাৰ' আদি সম্পাদকীয়বোৰত সম্পাদক ফুকন দেশৰ সমস্যাৱলীৰ প্ৰতি কিমান সজাগ, তাৰ নিদৰ্শন পোৱা যায়। বাতৰিয়ে অসমীয়াক কৰ্তব্যৰ কথা সোঁৱৰাই কৈছিল —"... আজি অসমীয়া জাতিয়ে বুজিবলৈ বাকী নাই যে অসমীয়াৰ অস্তিত্ব লোপ পাবলৈ যিমানবিলাক আপদীয়া কথাই দেখা দিব পাৰে, দিনে-ৰাতিয়ে দেখা দি আহিছে। অসমীয়া জাতিয়ে বুজিবলৈ বাকী থকা নাই যে এতিয়া নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ হ'লে নিজ বাহুবলত নিৰ্ভৰ কৰিব লাগিব। অসমীয়া জাতিয়ে এই কথাও বেচ বুজি উঠিছে- চিলটখন অসমৰ লগত সাঙোৰ খাই থাকে মানে গভৰ্ণমেণ্টেও দুই নাও দুই ভৰি হৈ অসমীয়া জাতিক বিশেষ সহায় কৰিব পৰা নাই। অসমীয়া জাতিয়ে এই কথাও বেচ হৃদয়ঙ্গম কৰিছে যে বিদেশীৰ হেঁচাত জাতিটো পেন্দেকা উঠিবলৈকো বেছি দিন নালাগিব। তাতোকৈও দিনে দিনে ভালদৰে বুজি উঠিছে যে অসমত থকা শিক্ষিত বঙালী ভাইসকল আজি অসমীয়া সভ্যতাৰ গা-গছত বাগী কুঠাৰ মাৰিবলৈ উদ্যত। অসমীয়া জাতিয়ে তাতোকৈও দুখেৰে অনুভৱ কৰিছে-এই

সন্ধিক্ষণত দেশত কিছুমান 'বদনে' নিজৰ নিজৰ সুবিধা চান্দি ফুৰিছে। দুৰ্বল চিত্তৰ কিছুমান ৰজাঘৰীয়া বিষয়া, দেশৰ নেতা নামধাৰী স্বাৰ্থপৰ দুই-চাৰিজনে এই সময়ত দেশৰ বাণী সাহেবে প্ৰচাৰ কৰিবলৈ ভয় কৰিছে। ভাবিছে নিজৰ সুখ-শান্তিয়েই একমাত্ৰ ধ্যানৰ বস্তু। ... এতিয়া আমাৰ কৰ্তব্য ওলাই আছে। সেই কৰ্তব্য দুই ৰকমৰ। প্ৰথম দেশত প্ৰচাৰ কাৰ্য, দ্বিতীয়তে লগে লগে সংগঠন। ৰাজনৈতিক সংগঠনমূলক কামত এতিয়া আমাৰ প্ৰধান কৰ্তব্য হ'ব শ্ৰীহট্টবিচ্ছেদত বৈধ উপায় অৱলম্বন কৰা; অসম বিশ্ববিদ্যালয়, অসম হাইকোৰ্ট স্থাপনৰ উপায় পদ্ধতি গ্ৰহণ কৰা। অৰ্থ-অনাটনৰ বাবে চব্‌ভেন্‌শ্বন কমিটিৰ আগত ধন বিচৰা, অসমীয়া কাল্‌চাৰ ৰক্ষা কৰিবৰ নিমিত্তে অসমীয়া ভাষা-সাহিত্যৰ কাৰ্যকৰী পন্থা অৱলম্বন কৰা" (বাতৰিৰ বিভূতি, পৃঃ৮৬-৮৭)।

একালত 'টলমলাই থকা' সেই দৈনিক বাতৰি আৰু তাৰ 'বিভূতি বিলাওঁতা' ফুকন ডাঙৰীয়া আজি নাই। সিংহনাদী ফুকনৰ দেহা পঞ্চভূতত লীন হ'ল। এতিয়া আছে মাথোন ফুকনৰ অভ্ৰভেদী ব্যক্তিত্ব, প্ৰেৰণা আৰু দৈনিক বাতৰিৰ সুৱদী-সুৰীয়া সোঁৱৰণ। তেওঁ জীৱনত কোনো দিনে পৰাজয় স্বীকাৰ কৰা নাই। তেওঁ নিজৰ আত্মশক্তিত বিশ্বাস ৰাখি কৰ্তব্য-পথত আগবাঢ়ি গৈছিল, বাধাৰ অলঙ্ঘ্য প্ৰাচীৰ অতিক্ৰম কৰিছিল। তেওঁ অসম সংৰক্ষিণী সভাৰ নীতি সৰোগত কৰি 'অসম অসমীয়াৰ' এই ভাবেৰে অনুপ্ৰাণিত হৈ অসমীয়া জাতিটোক জগাই তুলিবলৈ চেষ্টা কৰিছিল। ডেকা ফুকন, ডেকা বেজ আৰু বাগ্মীবৰ ফুকনৰ আন্দোলনৰ ফলত 'ডেকাদল দলদোপ হেন্দোলদোপ' হোৱা কথা কোনে নাজানে ?

ফুকন এজন ওজস্বী বক্তা। সেয়েহে তেওঁক বাগ্মীবৰ বোলা হৈছিল। এসময়ত অসমত দুজন সুবক্তা আছিল — নামনিত দেশভক্ত তৰুণৰাম ফুকন আৰু উজনিত নীলমণি ফুকন। দুয়োজনেই সভা-শুৱনী, আৰু দুয়োজনেই বক্তৃতাৰে ৰাইজৰ মনত সাঁচ বহুৱাইছিল। বাগ্মীবৰ ফুকনে ওৰে জীৱনত সকবৰ অনেক সভা-সমিতিত বক্তৃতা দিছিল। সাহিত্য অকাডেমীক তেওঁ একালত সক্ৰিয় সদস্য আছিল। ইয়াৰ উপৰি তেওঁ বিশ্বশান্তি কংগ্ৰেছৰ প্ৰতিনিধিস্বৰূপে মস্কোলৈ (১৯৬২) যায়, এফ্ৰো এছিয়ান সম্মিলনত (১৯৬৮)যোগ দিয়ে। তেওঁ বিশ্বশান্তি কংগ্ৰেছৰ প্ৰতিনিধিস্বৰূপে জাৰ্মানী, মস্কো আৰু টাছকেন্দ (১৯৬৯) ভ্ৰমণ কৰে। তেওঁ বাৰ্লিনৰ অভিজ্ঞতা প্ৰসঙ্গত তৰুণ শক্তিক কয়, "জাতিটো জীয়াই থাকে এই নতুনকৈ উঠি অহা ডেকা শক্তিত। কাজেই তোমালোকে তৰুণ শক্তিক নিশকতীয়া নকৰিবা। নিজৰ শাৰীৰিক, মানসিক,

আধ্যাত্মিক দুৰ্বলতাৰে তৰুণ শক্তিটোক বিকল নকৰিবা, বিকলাঙ্গ নকৰিবা; আৰু তোমালোকৰ ভৱিষ্যত সদায় উজ্জ্বল, এইটো বিশ্বাসেৰে কাম কৰিবা। মনৰ আনন্দ, শৰীৰৰ শক্তি আৰু নৈতিক স্থিৰতা এই তিনিটাই হৈছে জীৱন।" এই উক্তিত ফুকনৰ চাৰিত্ৰিক বৈশিষ্ট্য প্ৰকাশ পাইছে। তৰুণ শক্তি তেওঁৰ আশাৰ স্থল। বাৰ্লিনলৈ গৈ তেওঁ জাতীয় জীৱন সমৃদ্ধ কৰাৰ প্ৰেৰণা পালে। ফুকনৰ মতে "বুৰঞ্জী বৰ্তমানৰ দাপোণস্বৰূপ। যিসকলে আত্ম-বিশ্বাস হেৰুৱাইছে, কপাল গুণি হাত সাৱটি বহি আছে, তেওঁলোকক বুৰঞ্জীয়ে দাপোণৰ আগলৈ আনি দেখুৱাব খোজে-তেওঁলোক বাঘ নে বোন্দা ?"

ফুকন ডাঙৰীয়া আশুতোষ সদৃশ-তেওঁ আপোনভোলা লোক। কেতিয়াবা কাৰবাৰ ওপৰত খং উঠিব পাৰে; কিন্তু যিজনৰ ওপৰত খং উঠে, সেই জনে যদি ফুকনৰ ওচৰত দোষ স্বীকাৰ কৰে বা সেও হয়, তেতিয়া ফুকন ডাঙৰীয়াৰ ক্ৰোধ ভাব আঁতৰি যায়। গতিকে তেওঁৰ খং খেৰৰ জুইৰ নিচিনা।

ফুকনে লিখিছে, "কৰ্তব্য পালন এটা জাতিৰ অমোঘ কৱচ, অব্যৰ্থ অস্ত্ৰ, অৱশ্যম্ভাৱী জয় লাভ। এই কৰ্তব্য-জ্ঞান যি জাতিৰ মাজত যিমান প্ৰবল, সেই জাতিয়েই সিমান দূৰ প্ৰধান হৈ উঠে" (চিন্তামণি)। ফুকনৰ নিজৰো কৰ্তব্যবোধ যথেষ্ট আছিল। তেওঁ যিদৰে সময়মতে চলিছিল, সেইদৰে কোনো লোকক সময় দিলে তেওঁ নিৰ্দ্দিষ্ট সময়ত নিৰ্দ্দিষ্ট স্থানত উপস্থিত হৈছিল; কৰিবলগীয়া কাম সময়মতে কৰিছিল। আমি দুই-এবাৰ ফুকন ডাঙৰীয়াৰ লগত যাওঁতে দেখা পাইছিলোঁ ফুকনৰ বয়স হ'লেও তেওঁ ডেকাৰ দৰেহে কাম কৰিছিল। তেওঁ কোনো কামতে এলাহ নকৰিছিল। সেয়েহে তেওঁ লিখিছে, "এলাহ জীৱনৰ পিছ ফালৰপৰা মৰা হাঁচিটো। ই দিয়া খোজটোকো পিছলৈ আনে। ... অৱসাদেই জীৱনৰ অৱসানৰ পূৰ্ব লক্ষণ বুলিব পাৰি।"

এবাৰ সম্প্ৰীতিমূলক ভ্ৰমণত আমি (বাগ্মীবৰ ফুকন, প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগ আৰু মই) কাছাৰ জিলালৈ গৈছিলোঁ। ১৯৬০ চনৰ ভাষা-আন্দোলনৰ উত্তৰ কাল। কাছাৰৰ নানা ঠাইত ফুৰিলোঁ। আমি শিলচৰ এবাৰ আগদিনা সন্ধিয়া শিলচৰ সাহিত্য সভাৰ উদ্যোগত এখন সভা আহ্বান কৰা হৈছিল। সেই সভালৈ স্থানীয় কেবাজনো সম্ভ্ৰান্ত ব্যক্তিক নিমন্ত্ৰণ কৰা হৈছিল। সেইদিনা হৰিপ্ৰসাদ নেওগ আৰু মই ফুকনৰ বিৰলে লগ ধৰি কলোঁ যেন তেখেতে বঙালীসকলক উদ্দেশ্য কৰি কোনো অপ্ৰীতিমূলক কথা নকয়। সভা আৰম্ভ হ'লত ফুকন ডাঙৰীয়াই বক্তৃতা-প্ৰসঙ্গত সুৰমা উপত্যকাৰ কেবাজনো ব্যক্তিৰ লগত (তাৰ ভিতৰত অনেকেই মৃত) তেওঁ কি দৰে (কংগ্ৰেছৰ হকে

বা বিধান সভাৰ মজিয়াত) একেলগে কাম কৰিছিল, সেইসকলৰ কথা সুঁৱৰি আবেগপূৰ্ণভাবে এটি বক্তৃতা দিয়ে। সভাত এজন প্ৰবীণ বঙালী অধ্যাপকে ক'লে যে ফুকনৰ শাৰীৰ 'জায়েণ্ট' দেশত নাইকিয়া হৈ আহিছে; এইটো 'পিগমি'ৰহে যুগ। বক্তাজনে ফুকনৰ বক্তৃতাৰ ভূয়সী প্ৰশংসা কৰে। আমি থকা ঠাইলৈ উভতি যোৱাৰ পিছত ফুকন ডাঙৰীয়াই আমাক ক'লে, "তোমালোকে ভয় কৰিছিলা মই কিবা 'আবল-তাবল' কওঁ বুলি। দেখিলানে মোৰ বক্তৃতা বঙালীসকলে কেনেদৰে প্ৰশংসা কৰিলে ? মই তেওঁলোকৰ ধাতু বুজি পাওঁ। তেওঁলোকে গুণীৰ মোল বুজে।" ... ফুকন ডাঙৰীয়াই এই কথা পাছত কেইবাজনো ব্যক্তিৰ আগত কৈছিল।

বাগ্মীবৰ ফুকন ৰাজনৈতিক নেতা নহয় ; কিন্তু ৰাজনৈতিক নেতাৰ গুণ তেওঁৰ গাত নথকা নহয়। তেওঁ পোনতে আছিল উদাৰপন্থী। দৈনিক বাতৰিৰ সম্পাদক থকা কালত অসম সংৰক্ষিণী সভাৰ প্ৰচাৰ কাৰ্য্যত উঠি পৰি লাগে। তাৰ পিছতহে কংগ্ৰেছত যোগ দিয়ে। তেওঁ ১৯৪২ চনত কাৰাবৰণ কৰে। তেওঁ এবাৰ (১৯২১ চন) অসম কাউন্সিলৰ সদস্য নিৰ্বাচিত হৈছিল। ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছত তেওঁ দুবাৰকৈ (১৯৪৮,১৯৫২) অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। বিধান সভাৰ সদস্যৰূপে তেওঁ দলৰ আনুগত্য প্ৰকাশ কৰাতকৈ নিজৰ বিচাৰ-বুদ্ধি অনুযায়ীহে চালিত হৈছিল। আজি মেঘালয় ৰাজ্য হৈছে। এই ৰাজ্য সৃষ্টি হোৱাৰ পূৰ্বে তাৰ বিৰুদ্ধে জনমত সৃষ্টি হৈছিল। সাহিত্য সভায়ো তাৰ বিৰুদ্ধে মত প্ৰকাশ কৰিছিল। ফুকন ডাঙৰীয়াই পাৰ্বত্য ৰাজ্যৰ প্ৰস্তাৱৰ বিৰোধিতা কৰি এখন পুস্তিকা প্ৰকাশ কৰে। অসম খণ্ড-বিখণ্ড কৰা পৰিকল্পনা তেওঁৰ প্ৰাণে সহিব নোৱাৰিছিল।

ফুকন ডাঙৰীয়া ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ যথাৰ্থ উত্তৰাধিকাৰী। সেইকাৰণে অসমৰ স্বাৰ্থৰ উপৰি অসমীয়া ভাষা-সাহিত্যক সৰ্বতোপ্ৰকাৰে ৰক্ষা কৰি তাৰ উন্নতি সাধন কৰা তেওঁৰ জীৱনৰ মহামন্ত্ৰ আছিল। তেওঁ অসম আৰু অসমীয়াৰ জাতীয় স্বাৰ্থত টোপ পৰিবলৈ নিদি অহৰহ সংগ্ৰাম কৰিছিল। অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা তেওঁ দৃঢ়ভাৱে কৈছিল — "ইংৰাজৰ আমোলত অসমৰ সীমাৰ ঢাপ মাৰোঁতে কাৰ কেইটা কৌটিকলীয়া বাৰীৰ ঢাপ খহিল, কাৰ পিতনি এখন আহি চাৰি ঢাপৰ ভিতৰত সোমাল, তালৈ ভ্ৰুক্ষেপ নকৰি, জধে-মধে গোলকগঞ্জতে অসমৰ সীমাৰ ঢাপ মৰা হ'ল যদিও, অসমীয়া ভাষা আৰু সাহিত্যৰ বৰগছজোপাৰ শিপা খান্দিলে ঢাপৰ সিপাৰে ৰংপুৰ, জলপাইগুৰি, কোচবিহাৰলৈ এতিয়াও ওলাব। পুৰণি কামৰূপ

ৰাজ্যৰ সাকৰা মাটিয়ে তাক এতিয়াও তলে তলে শিপাই ৰাখিছে। এনে জোপা বৰগছ দুডাল ৰঘুমলাই মাৰিব নোৱাৰে। এটা আঁজোৰৰ বন। কেৱল সকলোৰে সমানে বল দি আঁজোৰ এটা মাৰিলেই হয়" (শিৱসাগৰ, ১৯৪৪)। কেনে দৃঢ় মন! ডিব্ৰুগড়ত অনুষ্ঠিত হোৱা (১৯৪৭) অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলনত সভাপতিৰূপে তেওঁ কয় —"... অসমীয়া সংস্কৃতিৰ এটা নতুন ৰূপ আহিছে বুলি যেন কোনে কাণে কাণে কৈ গ'ল। পৰ্বতৰ বুকুত লাগি তাৰেই প্ৰতিধ্বনি হৈছে। লুইতৰ পাৰত তাতেই ৰিং মাৰ গৈছে। অসমৰ সুপ্ত লুপ্ত গৌৰৱে সাৰ পাই নিজৰ তন্দ্ৰাৱস্থাৰ কথা ভাবি লাজ পাইছে। জাতিৰ অগ্ৰদূত ভৱিষ্যতৰ কাণে কাণে মাতৃৰ অমোঘ বাণী শুনাই থৈ আহিবলৈ আকৌ জয়-যাত্ৰা আৰম্ভ কৰিছে। দ্বিধাৰ ঠাই নাই; অবিশ্বাসৰ, বিশ্বাসঘাতকতাৰ কথা শুনি পাপত লিপ্ত হ'বৰ এইটো ক্ষণ নহয়।" তেওঁ কৰ্তব্যৰ কথা সোঁৱৰাই দিয়ে।

এবাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ এজন সদস্যই বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়াৰ পৰিবৰ্তে ইংৰাজী হ'ব লাগে বুলি এটা প্ৰস্তাৱ দিলে। ফুকনে যোৰহাটৰ দুজন সদস্যক তেওঁকো লগত নিবৰ কাৰণে ক'লে; কিয়নো ফুকন ডাঙৰীয়াৰ স্বাস্থ্য পৰি আহিছে। ফুকনে সেইবাৰ ক'ৰ্টৰ সভালৈ গৈ প্ৰায় এঘণ্টা কাল শিক্ষাৰ মাধ্যম অসমীয়াকে ৰাখিব লাগে বুলি অকাট্য যুক্তি দাঙি ধৰিলে। ফুকনৰ আঁকোৰগোজ মনোভাবৰ কাৰণে বিশ্ববিদ্যালয়ত পূৰ্বৰ ব্যৱস্থায়েই বাহাল থাকিল। ফুকন ডিব্ৰুগড়লৈ গৈছিল কেৱল মাত্ৰ উক্ত প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈহে।

ফুকন ডাঙৰীয়াৰ মতে মাতৃভূমি স্বৰ্গতকৈও শ্ৰেষ্ঠ —

দুখীয়াৰ ভগা পঁজা একোখনি তীৰ্থ তাত
একোখনি পূণ্যৰ আশ্ৰম।

সেয়েহে অসম সাহিত্য সভাৰ হীৰক জয়ন্তী উৎসৱত (১৯৭৭) শেষ ভাষণ দি ফুকন ডাঙৰীয়াই কৈছিল —"মোৰ মৃত্যু যদি অসমৰ বাহিৰত ক'ৰবাত হয়, তোমালোকক কৈছোঁ-ৰেলৰ তৃতীয় শ্ৰেণীৰ ডবাত হ'লেও মোৰ মৰা শটো তোমালোকে যেনেতেনে আনি গোলকগঞ্জৰ ইপাৰে অসমৰ মাটিলৈ দলিয়াই দিবাইক। মই যেন অসমৰ ধূলিৰ লগত মিলি থাকিব পাৰোঁ।" মাতৃভূমিৰ প্ৰতি কেনে অকৃত্ৰিম অনুৰাগ !

ফুকন অসম সাহিত্য সভাৰ সৈতে ইয়াৰ জন্মলগ্নৰেপৰা জড়িত। তেওঁ অসম সাহিত্য সভাৰ প্ৰায় কেইখন বাৰ্ষিক সন্মিলনত যোগ দিছিল। ১৯৫৩

চনতড° সূৰ্যকুমাৰ ভূঞাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ দ্বাবিংশ অধিৱেশন অনুষ্ঠিত হয়। সেই অধিৱেশনৰ বিষয়-বাছনী সভা সক্ৰিয়াৰ পৰা পুৱতি নিশালৈকে বহে। এবাৰ আজীৱন সভ্যৰ প্ৰতিনিধিত্ব প্ৰসঙ্গত নিয়মাৱলী সংশোধনৰ কথা উঠিল। এই প্ৰসঙ্গত বাগ্মীবৰ ফুকন আৰু শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ ভিতৰত বহুত সময় কথাৰ কটা-কটি চলিল। ফুকনেও বয়সৰ ব্যৱধান পাহৰি নিজৰ অভিমত প্ৰতিপন্ন কৰিবৰ কাৰণে চেষ্টা কৰিবলৈ ধৰিলে। অৱশ্যে শেহত শ্ৰীমান গোস্বামীৰ সংশোধনীটো সামান্য সাল-সলনি কৰি গ্ৰহণ কৰা হ'ল। তেতিয়াৰ প্ৰধান সম্পাদক কেশৱনাৰায়ণ দত্তই বিষয়-বাছনী সভাত সম্পাদকৰ প্ৰতিবেদনৰ লগত পৰীক্ষিত হিচাপ দাখিল নধৰিলে। পিছদিনা মুকলি অধিৱেশনত প্ৰধান সম্পাদকে প্ৰতিবেদন পাঠ কৰাৰ পিছত প্ৰতিবেদনখন গ্ৰহণ কৰা লৈ সমস্যাৰ উদ্ভৱ হ'ল। প্ৰধান সম্পাদকে কি কাৰণত হিচাপ দাখিল ধৰিব নোৱাৰিলে, তাক বিবৰি ক'লে। বিদায়ী সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰীয়েও প্ৰধান সম্পাদকৰ মতকে সমৰ্থন কৰি প্ৰতিবেদন গ্ৰহণ কৰিব লাগে বুলি অভিমত প্ৰকাশ কৰিলে। ফুকন ডাঙৰীয়াই সম্পাদকৰ প্ৰতিবেদন গ্ৰহণ কৰিব নোৱাৰি বুলি সমৰ্থনত যুক্তি প্ৰদৰ্শন কৰিলে। সভাপতি বিমোৰত পৰিল। শেহত তেওঁ দুয়োৰে মাজত থিয় দি ক'লে, "আপোনালোক দুয়ো প্ৰবীণ সাহিত্যিক, দুয়ো শীৰ্ষ স্থানীয় ব্যক্তি। আপোনালোক ক্ষন্তেক নিজ নিজ আসনত বহি কথাটো প্ৰতিনিধিসকললৈ এৰি দিয়ক।" ড° ভূঞাৰ বিনয়-বচনত দুয়োগৰাকী সন্মানিত ব্যক্তি বহি পৰিল। পৰিবেশ সলনি হ'ল।

মুঠৰ ওপৰত, বাগ্মীবৰ নীলমণি ফুকন অসাধাৰণ ব্যক্তিত্বসম্পন্ন লোক আছিল। তেওঁৰ ব্যক্তিত্বই তেওঁক জাতীয় নেতাৰ সন্মান দিলে। তেওঁ অসম সাহিত্য সভাৰ লাইখুটাস্বৰূপ আছিল। ওখ, বিশাল বপু, পকা থেকেৰাৰ নিচিনা বৰণ, শিশুৰ দৰে সৰল, ওখ মন, উজ্জ্বল নেত্ৰ, শুভ্ৰ বস্ত্ৰ পৰিহিত বাগ্মীবৰ ফুকন ডাঙৰীয়াৰ ব্যক্তিত্বই অসমীয়া জাতিক যেন আৱৰি ৰাখিছিল। সেয়েহে অসম ৰাজ্য আৰু অসমীয়া ভাষা-সাহিত্যৰ কোনো সমস্যা উদ্ভৱ হ'লে ফুকন ডাঙৰীয়াই আগ-ভাগ লৈ সমস্যা সমাধানত সহায় কৰিছিল। এনে এজন গুণী-জ্ঞানী পিতামহসদৃশ পুৰুষৰ মৃত্যুত আমাৰ জাতীয় জীৱন আৰু ভাষা-সাহিত্যৰ অপূৰণীয় ক্ষতি হ'ল।

# যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা

চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আদিয়ে ইংৰাজী নৱন্যাস কবিসকলক অনুকৰণ কৰি যি কাব্যৰ সূচনা কৰিলে তাৰ সাৰ্থক প্ৰকাশ হৈছে যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত। দুৱৰাক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া 'শ্যেলী' বুলি অভিহিত কৰিছে। দুৱৰাই পাশ্চাত্য সাহিত্য অধ্যয়ন কৰি সেই কবিসকলৰ ভাবাদৰ্শৰ দ্বাৰা পুষ্ট হৈ অসমীয়া সাহিত্যত যি মিঠা সুৰীয়া কবিতা ৰচনা কৰিলে তাৰ দ্বাৰা তেওঁ কাব্য-সাহিত্যত এখন সুকীয়া আসন লাভ কৰিব। অসম সাহিত্য সভাৰ চতুৰ্বিংশতি অধিৱেশনৰ সভাপতি আসনৰ পৰা তেওঁ কৈছিল— "বাহিৰৰ জগতৰ চিন্তাক আমাৰ কবিতাত ঠাই দিয়াত আমাৰ কোনো আপত্তি নাই। কাৰণ সেইটো যদি পাপ হয়, সেই পাপত মযো বৰ বেচিকৈ পাপী হব লাগিব। বনগীতৰ পৰা শ্যেলীলৈকে ওমৰ খায়মৰ পৰা জাৰ্ম্মান কবি হাইনেলৈকে সকলোৰে ফুলনিত মই বিচৰণ কৰিছোঁ। কিন্তু যদি কৰবাৰ পৰা এটি তলসৰা ফুল আনিছোঁ তাক মোৰ প্ৰাণেৰে ৰহণাই তুলিবৰ বাবে যত্ন কৰিছোঁ।" সেই কাৰণে বিদেশী কাব্য সাহিত্য অধ্যয়ন কৰি সেইবোৰ 'ছাড়ে হিয়জুৰে অসমীয়া কৰিবলৈ' তেওঁ চেষ্টা কৰিছিল।

দুৱৰাক সাধাৰণতে গীতি-কবি আখ্যা দিয়া হয়। গীতি -কবিতাত দুৱৰাৰ ব্যক্তিগত কবি-মানসৰ প্ৰতিফলন দেখা যায়। তেওঁ সেই সময়ৰ নিৰপেক্ষ, সঙ্গীতময়ী, ৰসাত্মক ৰচনাত অন্তৰৰ অনুভূতি মধুৰ ভাষাৰে প্ৰকাশ কৰিছে। কবিয়ে যেন নিজৰ সুৰত, নিজৰ ছন্দত, নিজৰ মনৰ কথা কৈছে। সেয়েহে 'আপোন সুৰ' শীৰ্ষক কবিতাত আত্ম-কেন্দ্ৰিক কবিয়ে তেওঁৰ কাব্যিক মতবাদৰ আভাস দিছে।

অকলে আপোন মনে বহি নিৰলাত
বচোঁ মই নিজানৰ গান
সঙ্গীহীন বিহগীৰ আকুল সুৰত
আকাশত ভাহি উঠে তান।

তেওঁ বিশ্বাস কৰে,

হাঁহি আৰু চকুলোৰ কৰুণ মিলন
এয়ে হ'ল মানৱ জীৱন? (ইন্দ্ৰধনু)

সেইকাৰণে তেওঁ কৈছে,

'যিমান দীঘল হক আগুৱা তথাপি
সুখৰ দুখৰ বোজা নাই।  *(এই বাটে নাহিবা দুনাই)*

'আপোন সুৰ' আৰু' বনফুল' কাব্যত কবিৰ ব্যক্তিগত আবেগ-অনুভূতি প্ৰকাশ পাইছে। 'নাৱৰীয়া যায় ভটিয়াই' কবিতাত কবিয়ে শৈশৱৰ মধুৰ সোঁৱৰণী স্মৰণ কৰোতে দিখৌ পাৰৰ চেনেহৰ ঘৰখনিৰ এটি সুন্দৰ বৰ্ণনা দিছে—

এতিয়াও পুৱাৰ কিৰণে,
বাঁহনিৰ মাজে সুৰুঙাই
জালী কটা বিহুৰ আঁচল
চোতালত পাৰি থৈ যায়।

সকলো মধুৰ আকৰ্ষণ এৰি 'নাৱৰীয়া তল মূৰ কৰি উটি যায় 'সোঁতৰ মুখত' আৰু 'নাও তাৰ চলিছে সোঁতত সুন্দৰৰ পোহৰ ধিয়াই'। এই যাত্ৰাত বেজাৰ নাই, আছে কেৱল প্ৰশান্ত ভাব।

'শূন্য পৰিচয়' কবিতাৰ আৰম্ভণিৰ কথাই পাঠকৰ অন্তৰ স্পৰ্শ কৰে— 'মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে সেউজীয়া বননিৰ বৰণেৰে ঢকা। অন্তৰ ভলোৰা ছবি অতীতৰ স্মৃতি লৈ বুকুৰ তেজেৰে আছে অন্তৰতে অকা।' কবিয়ে অন্তৰৰ ভাৱৰ তীব্ৰতা প্ৰকাশ কৰিবৰ কাৰণে জেতুকা পাতৰ উপমা ব্যৱহাৰ কৰিছে। সংসাৰত সকলোৱে ভোগ কৰিছে, কিন্তু কবি স্নেহৰ পৰা বঞ্চিত —

সকলোৱে পায় সকলোটি
কাৰো একো নেহেৰাই
মাথো মোৰ সুৰ'
জীৱনত নেবাজে দুনাই।  *(হেৰোৱা সুৰ)*

মনত নিৰানন্দ ভাৱে দেখা দিয়া (A joy has taken flight) শ্যেলীয়েও আনৰ সুখ আৰু নিজৰ দুখ অনুভৱ কৰি কৈছিল —

Smiling they live, and call life pleasure;
To me that cup has been dealt in another measure.

দুৱৰা প্ৰেমৰ কবি। তেওঁৰ কবিতাত প্ৰেম আৰু সৌন্দৰ্য্য ফুলৰ বৰ্ণ আৰু সৌৰভৰ দৰে ওতঃপ্ৰোত ভাৱে জড়িত। তেওঁ 'প্ৰেমৰ সপোন দেখে, প্ৰেমৰ কবিতা লিখে'। প্ৰেমসাগৰত উটি-বুৰি তেওঁ ব্যৰ্থ মনোৰথ হৈছে।

গতিকে মিলনৰ আকাশত অতৃপ্তিৰ ভাব প্ৰত্যাখ্যান ব্যথাজনিত নিসঙ্গ জীৱন। গভীৰ মনোবেদনা, অভিমান আদিয়ে, ইন্দ্ৰধনুৰ সাত ৰঙৰ দৰে অন্তৰৰ অনুভূতি প্ৰকাশ কৰে। 'শিলটিৰো সপোন ভাগিল' কবিতাত প্ৰতীকৰ সহায়েৰে কবিয়ে যেন জীৱনৰ এটি অতীত অধ্যায়ৰ ইঙ্গিত দিছে। কবিয়ে জীৱন যুদ্ধত জৰ্জ্জৰিত হৈ কৈছে—

দিঠকৰ দানৱৰ নিকৰুণ পৰশত
নেভাঙিবা কৰি চূৰমাৰ
সপোনৰ সৰগ আমাৰ। *(তুমি মোৰ নাভাঙিবা ভুল)*

দুৰৱাৰ কবিতাৰ ঘাই সুৰ হৈছে কৰুণ। এই বিষয়ত কবি দুৰৱা আৰু শ্যেলীৰ যে কিছু সাদৃশ্য আছে তাক ওপৰত উল্লেখ কৰা হৈছে। দুৰৱাৰ কৰুণ সুৰৰ মূলতে হৈছে ব্যৰ্থ-প্ৰেম আৰু নিঃসঙ্গ জীৱন। তেওঁ কৈছে,

সুৰ মোৰ উলটি আহিল
জগতত হৃদয় নেপাই,
অন্তৰতে বহি মোৰ নিতে
বিষাদৰ বাঁহীটি বজায়॥ *(জীৱনৰ সুৰ)*

নিজা বুলি নাই মোৰ
এচমকা ঠাই
জগতত অকলশৰীয়া
পুৰাতেই মেলি নাও অকলে সোঁতত
লুইতত হলো নাৱৰীয়া। *(এটি উৰি যোৱা ৰাজহাঁহলৈ)*

আনৰ প্ৰেম-প্ৰীতিত কবি পতিয়ন নাযায়, কিয়নো সেইবোৰ মৰীচিকা সদৃশ।

কেতিয়াবা কোনো জনে আহি
অযাচিতে ঢালি দিয়ে হিয়াৰ সম্ভাৰ
খন্তেকীয়া লগ লৈ যায় উজনায়,
মুখত বিৰিঙে মোৰ হাঁহি।
আহি আহি থাকোঁতেই
কেনিবাদি হঠাতে লুকায়
মুখৰ হাঁহিটি মাৰ যায়।

সেই কাৰণে কবিয়ে ভাবে যে তেওঁ 'জগতত অকলশৰীয়া।' জীৱনৰ মধুৰ মহিমা হেৰুৱাই তেওঁ বেজাৰ অনুভৱ কৰে।

এই কথা এইখিনিতে ক'ব লাগিব যে দুৰৰাৰ কাব্যৰ মূল সুৰ করুণ হলেও কবি নিৰাশাবাদী নহয়। কবি নিৰাশাবাদী হোৱা হলে একেটা সুৰতে বিভিন্ন কবিতাত পুনৰাবৃত্তি হ'লহেঁতেন। দুই এটা কবিতাত নিৰাশাৰ ছাঁ থাকিলেও সি স্থায়ী নহয়।

এটি উৰি যোৱা ৰাজহাঁহলৈ, দূৰণিৰ সুৰ, অতীতক নাযাবা পাহৰি, শূন্য পৰিচয়,নাৱৰীয়া যায় ভটিয়াই, সোণোৱালী দেশ আদি কবিতাত নৈৰাশ্যৰ সুৰ নাই। ওমৰ আৰু হাফিজৰ কাব্য অধ্যয়ন কৰাৰ কাৰণে এই সুৰ তল পৰিবও পাৰে। সেই কাৰণে করুণৰ উপৰি দুৰৰাৰ কোনো কোনো কবিতাত অতীন্দিয়বাদৰ স্পৰ্শ পৰিছে। দুৰৰাৰ কাব্যত যে নিৰাশাবাদ নাই তাক প্ৰতিপন্ন কৰিবৰ কাৰণে তলত কেইটামান উদ্ধৃতি দিয়া হ'ল —

সংসাৰৰ লীলা খেলা সামৰি সুতৰি থ'ই
হাঁহিমুখে কৰিম প্ৰয়াণ
অতদিনে বই অহা প্ৰেমৰ কবিতা ধাৰা
সেইদিনা হ'ব অৱসান। (অৱসান)

জগতৰ চেনেহৰ সুৰে
বই বই মাতে বিঙিয়াই
নাও তাৰ চলিছে সোঁতত
সুদূৰৰ পোহৰ খিয়াই। (নাৱৰীয়া যায় ভটিয়াই)

দুৰৰাৰ কবিতাৰ বাটৰুৱাই জীৱন উপভোগ কৰি আশা নিৰাশাৰ মাজেদি আন্ধাৰ বাটত স্মৃতিৰ শ্মশানলৈ আগবাঢ়ে —

তাৰ মাজেদি যায় বাটৰুৱা মোৰ
সুখৰ দুখৰ গান শুনি
আশা-নিৰাশাৰ ৰেখ বুকুৰ মাজত আঁকি লই অকলে আপুনি।
সুখৰ দুখৰ গান শুনি ॥ (অতীতক নাযাবা পাহৰি)
সকলো সামৰি লই বুকুৰ মাজত বাটৰুৱা যায় বহুদূৰ। (আপোন সুৰ)
আন্ধাৰে পোহৰে হাঁহি কান্দোনত বাটৰুৱা আগুৱায়। (বাটৰ শেষত)

দুৰৰাক সাধাৰণতে প্ৰণয়-কবি বা প্ৰেমিক কবি বুলি কলেও কিছুমান কবিতাত পাৰ্থিব প্ৰেম আধ্যাত্মিক স্তৰলৈ উঠিছে; আৰু অতীন্দ্ৰিয়বাদৰ স্পৰ্শই

দুৰ্বাৰ কবিতাক অনিৰ্বচনীয় সৌন্দৰ্য্য দান কৰিছে। কবিয়ে মুকলি মনেৰে জাগতিক মায়া মমতা এৰি সোণোৱালী দেশৰ ফালে যাত্ৰা কৰিছে। ইয়াত আক্ষেপ নাই, অনুশোচনা নাই, অভিমান নাই। আছে কেৱল শান্তি আৰু তৃপ্তিৰ বেঙুণি।

সোণোৱালী উজ্জ্বল পোহৰে আতৰাব যত দুখ-ক্লেশ।

*(সোণোৱালী দেশ)*

দূৰত জিলিকে সঁউ মধুৰ পোহৰ সেয়ে দিব বাট উজলাই।

*(এটি উৰি যোৱা ৰাজহাঁহলৈ)*

জীৱনৰ ব্যৰ্থতাৰ কাৰণে বিষাদৰ ভাৱে দুৰ্বাৰ কবিতাত প্ৰাধান্য লাভ কৰিলেও ('দুখ শোক যাতনাৰে ভৰা ই জীৱন দুখৰ আধাৰ'-তোমালৈ) ওমৰৰ প্ৰভাৱৰ ফলত ব্যথিত মানৱৰ প্ৰতি সহানুভূতি প্ৰকাশ পাইছে আৰু হাফিজৰ দৰ্শনে নিৰাশাৰ ভাব তল পেলাইছে। কোনো কোনো কবিতাত সুদূৰৰ মধুৰ আহ্বান কবিৰ কাণত পৰে। এই প্ৰসঙ্গত দুৰ্বাৰ নাৱৰীয়ালৈ কবিতাসমূহ বৈশিষ্ট্যপূৰ্ণ। অধ্যক্ষ হেম বৰুৱাই কৈছে, "দুৰ্বাৰ নাৱৰীয়া আৰু পাহৰণি শ্ৰেণীৰ কবিতাসমূহ জীৱন-সমুদ্ৰত উপণ্ডি থকা আত্মাৰ নৌকা যাত্ৰা! ...ঈশজ্যোতি শূন্য প্ৰেৰণাহীন মানৱ-জীৱন হৈছে উদ্দেশ্যহীন চক্ৰ।সেই কাৰণে নাৱিক বা গুৰিয়াল হৈছে মানৱ-জীৱনৰ বিধাতা-ভগৱানৰ প্ৰতীক" (সাহিত্য আৰু সাহিত্য)। এই কবিতাৰ ওপৰত টেনিচনৰ প্ৰভাৱ স্পষ্ট আৰু এইবোৰত কবিৰ ব্যক্তিবাদী দৰ্শনে ভুমুকি মাৰিছে। নাৱৰীয়া, অতীতক নাযাবা পাহৰি, সোণোৱালী দেশ আদি কবিতাত কবিয়ে ৰূপ-ৰস-গন্ধ-স্পৰ্শময়ী অপৰূপা প্ৰকৃতিৰ সমাহিত সৌন্দৰ্য্য উপভোগ কৰি নিৰাশাৰ মাজত তৃপ্তি লাভ কৰিছে। 'এখুজি দুখুজি কৰি উদাস পৰাণ', 'দুদিনীয়া সংসাৰৰ আলহী ঘৰ', আন্ধাৰত কেনি কোনে জানে ক'ত চলে জীৱনৰ ৰথ' আদি শাৰীত ওমৰৰ প্ৰভাৱ পৰিলক্ষিত হয়। দুৰ্বাৰ 'মিলনৰ সুৰ' কাব্য খনি চুফী ৰহস্যবাদৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা। ইয়াত জীৱাত্মাৰ পৰমাত্মাৰ সৈতে মিলনৰ তীব্ৰ হেঁপাহ প্ৰকাশ পাইছে। অসীমৰ স্ফুলিঙ্গ অনুভৱ কৰি কবিয়ে কৈছে,

সোণৰ শিকলি নিলা আঁতৰাই
জীৱন মৰুত বোৱালা বান,
সকলোটি কাঢ়ি দিলা সকলোটি
তোলালা হিয়াত মধুৰ তান। *(মিলনৰ সুৰ)*

কবিয়ে হাফিজৰ সুৰত কৈছে,

মহা গায়কৰ বাঁহীৰ সুৰত

কবিৰ প্ৰাণত কঁপিলে সুৰ

মন্দাকিনীৰ স্নিগ্ধ ধাৰাই

জীৱন শ্ৰান্তি কৰিলে দূৰ। *(মিলনৰ সুৰ)*

দুৱৰা আত্ম-সমাহিত কবি। তেওঁ প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনা নকৰি নিজৰ মনৰ ভাৱ প্ৰকাশ কৰিছে। কিন্তু পৃথিৱীৰ চিৰন্তন ৰূপ পাহৰা কবিৰ পক্ষে সম্ভৱ নহয়।

শুৱনী ধৰণী চেনেহৰ খনি

জীৱনৰ লীলাভূমি,

নিতে নিতে মোৰ লাহৰিলাহৰ।

যোগোৱা সমল তুমি। *(চফুলো)*

সন্ধিয়াৰ বেলিটিৰ হেঙুলি বৰণ পখীৰ সঙ্গীত, মৌ-মাখিৰ গুঞ্জন, ফুলৰ সুষমা, লুইতৰ ৰূপালি চাপৰি, তৰা-বন্থা ৰাতি, ক'লা ডাৱৰৰ শাৰী এই সকলোৱে অনিৰ্ব্বচনীয় সৌন্দৰ্য্যৰ সৃষ্টি কৰে। পখিলাৰ দৰে কবি সৌন্দৰ্য্য-সন্ধানী। তেওঁ এখন চিঠিত (১৪।৪।৪৭) আমালৈ লিখিছিল, '...দুকূল ডকা পানীৰে বুকুত নানা তৰহৰ জাঁজীলৈ কোবাল সোঁতেৰে বৈ যোৱা বৰনৈ হৰৰ মন জীৱনত কেতিয়াও আশা কৰা নাছিলোঁ। মাথোন এটি সৰু পৰ্ব্বতীয়া জুৰিৰ দৰে সূৰুযৰ সোণালী কিৰণত নাচি নাচি গছ-লতাৰ মাজেদি মানুহৰ চকুৰ আঁৰে আঁৰে বৈ যাবলৈহে ধাউতি।" কবিৰ সাধনাৰ কথা কবিতাত প্ৰকাশ পাইছে।

দুৱৰাৰ কবিতাৰ সৌন্দৰ্য্য হৈছে ইয়াৰ মিঠা ভাষা। কথা-কবিতাৰ পৰা আৰম্ভ কৰি ওমৰ তীৰ্থলৈকে তেওঁৰ ভাষা সহজ, সৰল আৰু অনাড়ম্বৰ। তেওঁৰ স্বভাব যিদৰে ফুলৰ পাপৰিতকৈ কোমল সেইদৰে তেওঁৰ ভাষাও কোমল, আৰু মধুৰ। 'পুৱাৰ কিৰণ নামে জোনাকে সুষমা ঢালে, সমীৰত পমি যায়', 'নিয়তিৰ নিদাৰুণ কঠোৰ হাতত ভাব মোৰ ভাষাহীন হ'ল, —এনে উক্তিবোৰৰ কল্পচিত্ৰ আৰু মনোৰম। অনুভূতিপূৰ্ণ সহজ-সৰল ভাষাই ছন্দৰ সাৱলীল গতিত অনুপম সৌন্দৰ্য্যৰ সৃষ্টি কৰে।

মুঠৰ ওপৰত কবি যতীন্দ্ৰনাথ দুৱৰাই অন্তৰৰ অনুভূতি সহজ-সৰল ভাষাত প্ৰকাশ কৰাৰ কাৰণে তেওঁৰ গীতি কবিতাসমূহ ছবিতকৈও মনোৰম আৰু অন্তৰ পৰশা, আৰু কোনো কোনো কবিতাত অনিৰ্ব্বচনীয় সৌন্দৰ্য্যৰ

সৃষ্টি কৰে। এই আনন্দদানেই সাহিত্যৰ চৰম পৰিণতি। ৰবীন্দ্ৰ নাথ ঠাকুৰে কৈছে, "এই আনন্দ দেওৱা ছাড়া সাহিত্যৰো অন্য কোনো উদ্দেশ্য আছে বলে জানিনে।"

যতীন্দ্ৰনাথ দুৱৰাক 'ভাঙনি সাহিত্যৰ ওজা' বুলিব পাৰি। তেওঁৰ ভাঙনিৰ মূলৰ 'কঠিন আৱৰণ' হেৰাই গলেও তাৰ প্ৰাণ নেহেৰায়। বিদেশী কবিতা অসমীয়ালৈ ভাঙনি কৰোতে 'দেশ অনুযায়ী সাজৰ অলপ সলনি হ'বই' এই কথা দুৱৰাই স্বীকাৰ কৰিছে। দুৱৰাই অনুবাদ কৰা কবিতাকেইটা অসমীয়া সাহিত্যত অনুপম।

অষ্টাদশ শতিকাৰ ইংৰাজ কবি টমাচ গ্ৰেৰ (১৭১৬-৭১ খ্ৰীঃ) 'ইলিজি'ত কৰুণ সুৰ বাজি উঠিছে। এই কবিতাটোৰ ছাঁ লৈ দুৱৰাই 'এখন গাঁৱৰ মৰিশালিৰ ওচৰত' নামৰ কবিতাটো (বাঁহী, তৃতীয় বছৰ ষষ্ঠ সংখ্যা) ৰচনা কৰিছে। কবিতাটো পঢ়িলে মৌলিক যেন লাগে। উদাহৰণ স্বৰূপে কেইটামান তুলনামূলক উদ্ধৃতি দিয়া হ'ল।

কাষৰ দ'লৰ পৰা ডবা শঙ্খ বাজি
    সন্ধিয়াৰ দিছেহি জাননী,
ঘৰলৈ উভতিছে গৰখীয়াটিয়ে
    পলুৱাই ভাগৰ আমনি।

The curfew tolls the knell of parting day,
    The lowing herd wind slowly o'er the lea,
The ploughman homeward plods his weary way,
    And leaves the world to darkness, and to me.

ৰজা-প্ৰজা ধনী-দুখীয়া যতে যেয়ে থাকা
    শেষ দশা সবাৰ সমান।
অনিত্য সংসাৰ এই নশ্বৰ, জীৱন
    শেষ ঠাই সুন্দৰ শ্মশান।

The boast of heraldry, the pomp of power,
    And all that beauty, all that wealth e'ar gave,
Awaits alike the inevitable hour
    The paths of glory lead but to the grave.

কতজনে সাহ্ পিতে গদাধৰ হৈ
মূৰ তুলি আছিল গাঁৱত।
নীৰৱে বজাই বীণা কতবা শঙ্কৰ
শেষ শান্তি ললে শ্মশানত।

Some village- Hampden, that with dauntless breast
The little tyrant of his fields withstood,
Some mute inglorious Milton here may rest,
Some Cromwell, guiltless of his country's blood.

দুৰৰাৰ 'সপোনৰ সুৰ' কবিতাটি শ্যেলীৰ 'মিউটেবিলিটি' (Muatability) শীৰ্ষক কবিতাটিৰ মুকলি ভাঙনি। কবিৰ প্ৰাণৰ অনুভূতিৰে ধ্বনিত হৈছে-

The flower that smiles to-day
To-morrow dies;
All that me wish to stay
Tempts and then flies.

আজি মোৰ হঁহা ফুল পাহি
কালিলৈ লেৰেলি শুকায়
আজি যাক বুকৰে সাৱটো
কালিলৈ কেনিবা পলায়।

নাৱৰীয়া কবিতাটো টেনিচৰ 'ক্ৰচিং দি বাৰ' (Crossing the bar) কবিতাৰ সুন্দৰ ভাঙনি।

মাৰ গলে ৰঙা সৰু তৰাটিয়ে
দিয়ে মোক সাদৰৰ শেষ আৱাহন,
ওলাম যেতিয়া মই সাগৰৰ পিনে
নুশুনো ঘাটত যেন কৰুণ ক্ৰন্দন।

Sunset and evening star,
And one clear call for me !
And may there be no moaning of the bar,
When I put out to sea.

দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোঁতে যদি নিয়ে মোক বহু দূৰলৈ
ভয় নাই- নাৱৰীয়া বহি কাষতেই-
নাওখনি নিব মোৰ নিজ দেশলৈ।

For tho' from out our boume of Time and Place
The flood may bear, me far,
I hope to see my Pilot face to face
When I have crost the bar.

পাৰশ্যৰ খোৰাছান প্ৰদেশত জন্ম গ্ৰহণ কৰা একাধাৰে কবি, দাৰ্শনিক আৰু জোতিৰ্বিদ ওমৰৰ ৰোবাইয়াৎসমূহ দুৱৰাই সহজ-সৰল ভাষাত অনুবাদ কৰিছে। ওমৰ সম্পৰ্কে দুৱৰাই 'নিবেদন'ত কৈছে, "বৈজ্ঞানিকৰ বিশ্লেষণ প্ৰথা, কবিৰ গভীৰ দৃষ্টি, দাৰ্শনিকৰ জ্ঞান, সকলো গোটাই লৈ সৃষ্টি তত্ত্বৰ গভীৰতম প্ৰদেশলৈ চাই ওমৰে দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ, গভীৰ আন্ধাৰ। মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান এয়ে ওমৰ আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওঁৰ মানৱ জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান। ... কিন্তু সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণ স্পৰ্শী তীব্ৰ করুণ সুৰ।" দুৱৰাৰ ওমৰতীৰ্থ পঢ়িলে ভাঙনি যেন নালাগে। ভাঙনিৰ দুটামান তুলনামূলক উদ্ধৃতি দিয়া হ'ল।

সোণালী ৰথত আলোকি বিমান
মাৰিলে সূৰুযে সোণৰ কাঁড়
পলাল আন্ধাৰ হৰিনীয়ে যেনে
হয় নিমিষতে চকুৰ আঁৰ
ৰাজ কাৰেঙক চুমিছে পোহৰে
উঠিছে মঙ্গল প্ৰভাতী গান
জীৱন্ত জগত উঠা উঠা হেৰা
এতিয়া কিয় নিৰ্জীৱ প্ৰাণ ?

AWAKE ! for Moming in the Bowl of night
Has flung the Stone that puts the Stars to Flight:
And Lo ! the Hunter of the East has caught
The Sultan's Turret in a Noose of Light.

ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত ভবিষ্য সুখ -দুখ ভয়
আজিৰ ভাৱনা উটাই নিয়া।
আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হ'ব ?
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থব !

Ah, my Beloved, fill the Cup that clears
TO-DAY of past Regets and future Fears -
Tommorrow ? — Why, Tommorrow I may be
Myself with Yesterday's Sev'n Thousand Years.

আহা তেন্তে হেৰা খায়ামৰ সতে
এৰা জ্ঞানীলৈ জ্ঞানৰ ঠাই
এটি কথা মোৰ ৰাখিবা মনত
পলে পলে সখা জীৱন যায়।
এই জগতত এয়ে মাথোঁ সঁচা
বাকী সকলোটি তেনেই ভুল
এবাৰ সৰিলে সৃষ্টিৰ বুকুত
নুফুলে দুনাই জীৱন ফুল।

Oh, come with old Khayyam, and leave the Wise
To talk; one thing is certain, that life flies;
One thing is certain, and the Rest is Lies;
The Flower that once has blown for ever dies.

মূঠৰ ওপৰত ওমৰ তীৰ্থৰ অনুবাদৰ ভাষা সহজ, সৰল অথচ ভাৱ মূলৰ অনুগ্ৰামী আৰু পংক্তিসমূহৰ এটি স্বাভাৱিক গতি আছে।

অসমীয়া সাহিত্যলৈ দুৰ্বাৰ উল্লেখযোগ্য বৰঙণি হৈছে তেওঁৰ 'কথা কবিতা। ড° বাণীকান্ত কাকতিৰ ভাষাত ই নোহোৱা নোপোজা কবিতাৰ পুথি। কথা কবিতা বা গদ্য কবিতা জন্ম হয় উনৈশ শতিকাত কছ সাহিত্যিক ইভান

টুৰ্গেনেভৰ হাতত। 'কথা কবিতাৰ লক্ষ্য হৈছে ৰূপ বা দৃশ্য বস্তুত সজীৱতা আৰোপ কৰা'। গদ্য কবিতাৰ কেইটামান বৈশিষ্ট্য ধৰা পৰে। যেনেঃ-(১) ই অনুভূতি প্ৰধান আৰু ভাবাবেগ পূৰ্ণ, (২) ইয়াত চিন্তা আৰু কল্পনাই প্ৰাধান্য লাভ কৰে,(৩) কম শব্দ প্ৰয়োগৰ দ্বাৰা অধিক ভাব আৰু চিত্ৰ স্পষ্ট কৰা, (৪) ই বহুত ক্ষেত্ৰতে প্ৰতীকাত্মক বা ৰূপকাত্মক আৰু ইয়াত ৰমনীয়তা থাকে, (৫) ইয়াৰ ভাষা ভাবপূৰ্ণ, চিত্ৰাত্মক আৰু ধ্বনিমূলক।

ৰূপক বা প্ৰতীকৰ সহায়েৰে দুৱৰাই জীৱনৰ সৌন্দৰ্য্য আৰু ঘাত-প্ৰতিঘাতৰ ঠায়ে ঠায়ে ইঙ্গিত দিছে। কথা কবিতা পঢ়িলে এনে ধাৰণা হয় যেন আপোন সুৰ আৰু বনফুলত সন্নিবেশ কৰা দুই এটা কবিতা কথা কবিতাৰ ৰূপ স্বৰূপে কৰা হৈছে। কথা কবিতা দুকুৰি গদ্য কবিতাৰ সমষ্টি। মানুহৰ উপৰি চৰাই চিৰিকতি, ফুল, প্ৰকৃতি আদিক কেন্দ্ৰ কৰি কথা কবিতা ৰচনা কৰা হৈছে। 'দৈবী' কথা কবিতাত কবিয়ে কল্পনা সুন্দৰীক 'যৌৱনৰ লাৱন্যময়ী সুন্দৰী' বুলি সাদৰেৰে অভ্যৰ্থনা কৰিছে, কিয়নো এই সুন্দৰীয়ে সৌন্দৰ্য্যৰ সুষমা ঢালি কবিৰ জীৱনৰ নৱ প্ৰভাত আৰম্ভ কৰিছে। এটি টিপচি চৰাই, এহালি পাৰ, পখিলা, কেতেকী আদি কথা কবিতাত বিহগ জীৱন আৰু মানৱ জীৱনৰ ভিতৰত এটা সমন্বয় স্থাপন কৰা হৈছে। টিপচিটোৱে পোৱালীটো ৰক্ষা কৰা দেখি কবিয়ে কৈছে— "এই প্ৰেমতেই জীৱন চলি আছে আৰু এই প্ৰেমতেই জীৱনৰ উন্নতি।" ধুমুহাৰ পৰা ৰক্ষা পৰা পাৰ হালিক দেখি কবিয়ে মন্তব্য কৰিছে, "বাস্তৱিকতে সিহঁত কেনে সুখী সিহঁতৰ সুখতে ময়ো সুখী যদিও মই চিৰকাল অকলশৰীয়া। এই অকলশৰীয়া ভাব কবিৰ কেইবাটাও কবিতাত প্ৰকাশ পাইছে। গোলাপ ফুলৰ বুকত জুৰণি লৈ চিৰকাললৈ চকুমুদা 'পখিলা'টোৰ আন্তৰ্দ্দাহী বেদনা বৰ মৰ্ম্মস্পৰ্শী। আনন্দ, সপোন, উৎসাহ আদি কথা কবিতাৰ চিত্ৰও মনোৰম। সপোন কথা কবিতাত নিয়তিৰ প্ৰভাৱৰ চিত্ৰ অঙ্কিত কৰা হৈছে। 'মোৰ শেষ পাঠ' কথা কবিতাটো এলফা দাদেৰ (Alphouse Daudet) ছাঁলৈ লেখা হলেও (বাঁহী, অষ্টাদশ বছৰ অষ্টম) ইয়াক মৰ্ম্মস্পৰ্শী ভাষাত ৰচনা কৰা হৈছে। মাতৃভাষাক প্ৰসঙ্গত কোৱা হৈছে কোনো এটা অইনৰ তলতীয়া জাতিয়ে যেতিয়ালৈকে নিজৰ মাতৃভাষাক বুকুৰে আকোৱালি ধৰি থাকে তেতিয়ালৈকে শত্ৰুৱে বন্দীশালত দুৱাৰৰ সাঁচাৰ কাঠিটি তেওঁলোকৰ হাতৰ পৰা নাপায়। 'শিল্পী' কথা কবিতাত কবিৰ জীৱন যেন ৰূপায়িত হৈছে, আজীৱন সৌন্দৰ্য্যৰ নীৰৱ সাধনা কৰা শিল্পীয়ে বিশ্বৰ সৌন্দৰ্য্যক শিলৰ বুকুত সজীৱ কৰি ৰাখিবলৈ চেষ্টা কৰে। শিল্পীয়ে পাষাণ প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰিলেও ধুমুহাৰ প্ৰকোপত প্ৰতিমা লৰা দেখি তেওঁৰ অন্তৰত অনন্ত

সৌন্দৰ্য্যৰ জোৱাৰ উঠিল। আৰু হৃদয় ৰক্তেৰে প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা কৰিছে। 'সীমায়ো দিয়েহি ধৰা' শীৰ্ষক কথা কবিতাৰ বৰগীতৰ উক্তি "মই এই টোকাৰী লৈ গীত গাঁও বতাহৰ চেৱে চেৱে টৌ তুলি তুলি মোৰ গীত ওপৰলৈ উঠি অনন্তৰ সঙ্গীত তৰঙ্গত মিহলি হৈ মোৰ অন্তৰত বাজি উঠে" যেন কবিৰ প্ৰাণৰ কথা। বাটৰুৱা কবিতাত কবিয়ে উপলব্ধি কৰি কৈছে, "একে সন্ধ্যাতেই বা একে পুৱাতেই জগত শেষ হৈ নাযায়— অৰুণোদয় জীৱনৰ এটি শুকতৰা মাথোন"। সোণবৰণীয়া দেশ 'অনন্ত সুখ সৌন্দৰ্য্যৰ আধাৰ সপোন পুৰীৰ' সদৃশ হলেও ই মানুহৰ কাৰণে আদৰ্শ হৈয়ে থাকিব। 'পোহৰ' কথা কবিতাত পোহৰ আৰু সৌন্দৰ্য্যৰ পূজাৰী কবিৰ আদৰ্শ অভিব্যক্ত হৈছে। এই কবিতাটোৰ বিষয়ে দুৱৰাদেৱে আমালৈ এখন চিঠিত (২৫।১।৫৬) লিখিছিল, "কুসংস্কাৰ আৰু অন্ধবিশ্বাসে মানুহক কেনে আন্ধাৰত থয় আৰু নিজৰটোকে ভাল বুলি খামোচ মাৰি ধৰি থাকি গতিশীল জগতৰ উন্নতিৰ বাটত আগুৱাবলৈ নিশিকে। এনে এটা ভাৱ লৈয়েই 'পোহৰ'টো লেখিছিলোঁ। জ্ঞানৰ পোহৰ পৰিলে মানুহৰ চকু মুকলি হয় আৰু তেতিয়া নিজৰ অন্ধ বিশ্বাসবোৰ আতৰি যায়। সময় পৰিবৰ্ত্তনশীল আৰু পৰিবৰ্ত্তনৰ লগে লগে মানুহৰো পৰিবৰ্ত্তন আহি পৰে" ইত্যাদি।

'আৰও আলো আৰও আলো মোৰ প্ৰাণে প্ৰভূ ঢালো সুৰে সুৰে বাশী পূৰে, মোৰে আৰও আৰও আৰও দাও প্ৰাণ'। নিজৰ লিখা সম্বন্ধে নিজে কবলৈ বৰ টান পাওঁ। এই প্ৰবন্ধটো হাতে লিখা অৱস্থাত থাকোতে শেহত তাৰ লগতে এটা গান লগাই দিছিলোঁ পিছে কথা কবিতাত গুচাই দিলো। "কোনে আজি মাতে, বাঁহী বাজে সুতানে, সুৰ লহৰী আকাশ ভৰি, উঠে তালে তালে, কি গান কেনি ভাঁহি আহে।"

সপোন মাজতে কোনে হাঁহে।
উলাহে মোৰ পৰাণ নাচে, নাচে গানে গানে।
পোহৰ নামে ভুৱন জুৰি
মন মোৰ আজি নিয়ে হৰি,
নতুন গীতি নতুন তানে বাজে প্ৰাণে প্ৰাণে।

(সেই গানটো পোহৰক সাবটা মানুহবোৰে ঘৰলই উলটি আহোতে বাটে বাটে গাই আহিছিল।) কবিৰ ভাব জগতৰ মানুহৰ পক্ষে আচহুৱা তেওঁ কয়, "পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব। তেতিয়াহে বুজিব মই বলিয়া নহওঁ।"

কথা কবিতা যিদৰে ভাব সমৃদ্ধ সেইদৰে ইয়াৰ ভাষাৰো এটা গতি

আছে। সহজ-সৰল আৰু সুৰদী ভাষাই ইয়াৰ সৌষ্ঠৱ বঢ়াইছে। যেনেঃ আবেলি ফুলনিৰ মাজে মাজে কোঁৱৰ আৰু কুঁৱৰীয়ে ৰংমনেৰে ফুৰিছে পশ্চিমমুখীয়া সূৰুযৰ সোণোৱালী আভাৰে ফুলনি জকমকাব লাগিছে। নানা বৰণীয়া নানা তৰহৰ পদুম ফুল ফুলি পুখুৰী শুৱাই পৰিছে। বতাহত নাচি নাচি থকা পানী সূৰুযৰ কিৰণত চিক্‌মিকাব লাগিছে। ৰিব্‌ৰিব্‌কৈ বতাহ বৈছে। ফুলৰ গোন্ধ চুৰ কৰি চাৰিওফালে বিলাই দিছে। দশোদিশ গোন্ধত আমোল মোল।" তেওঁ কম কথাৰে মনোৰম চিত্ৰ আঁকিব পাৰে, "নিতে নিতে মূহূৰ্ত্তে মূহূৰ্ত্তে জগতৰ যত সৌন্দৰ্য্যৰ খেলা চলিছে, সকলোৰেই তেওঁৰ মনৰ মাজত এটি আনন্দৰ ৰেখা বহুৱাই যায়। আন্ধাৰ পোহৰৰ কুকু-ভা খেলা বতাহ ডাৱৰৰ খেমালি, বাৰিষাৰ ক'লা ডাৱৰৰ বুকুত বিজুলীৰ চিক্‌মিক হাঁহি, পূৰ্ণিমাৰ ৰূপৰ জোনাক —সকলোৰেই তেওঁৰ হৃদয়ত আনন্দৰ ঢৌ তোলে' (শিল্পী)। সন্ধিয়াৰ বৰ্ণনাও মনোৰম— 'বেলি মাৰ ৰহণেৰে ৰাঙলী হৈ আছে, তাৰ ৰঙালী জেউতি বতাহত নাচি থকা ব্ৰহ্মপুত্ৰৰ পানীত তিৰবিৰাব লাগিছে। সমুখত পোহৰ, পাছৰ ফালে লাহে লাহে আন্ধাৰ নামি আহিছে, দিন আৰু ৰাতিৰ সন্মিলন, বিদায়ৰ শেষ কৰুণ দৃশ্য" (এটি গীত)। কথা কবিতাৰ কোনো কোনো ঠাইত জাগতিক সত্যও প্ৰকাশ পাইছে। যেনে ঃ "দুদিনীয়া ধন-সম্পত্তি, দুদিনীয়া সুখ— সকলো পানীৰ মাজত উঠা বুৰবুৰণিৰ দৰে খন্তেকতে মাৰ যায়। থকা তুমি আজি বুকুৰ বান্ধ বুলি হিয়া মোকোলাই দিছা, কাইলৈ তোমাৰ, দুৰৱস্থাত তেৱেঁই তোমাৰ প্ৰধান শত্ৰু হ'ব" (ভিক্ষা)। (২) 'উচ্চ আদৰ্শ ভৈয়ামৰ মুকলি পথাৰৰ সেউজীয়া ধাননিৰ মাজত ল'ৰাৰ খেমালি আৰু চৰাইৰ গানত জহ-জাৰ বাৰিষাৰ মাজেদি সুখে-দুখে জীৱনৰ বাট বোলা মানুহৰ সংসাৰত" (মন্দিৰ)।

মুঠৰ ওপৰত কথা কবিতা অসমীয়া সাহিত্যত অভিনৱ পুথি। ইয়াত স্বকীয় আদৰ্শক সৌন্দৰ্য্যৰ সাজেৰে সজাইছে । কল্পনা আৰু আবেগৰে বোলোৱা চিত্ৰ সম্ভাৰৰ যাদুকৰী ভাষাৰ স্পৰ্শত সমুজ্জ্বল হৈ উঠি কথা-কবিতাক আলৌকিক সৌন্দৰ্য্য দান কৰিছে।

# নমস্য ব্যক্তি কুমুদেশ্বৰ বৰঠাকুৰ

১৯৪৭ চনৰ কথা। জুন মাহ। তেতিয়া মই শ্বিলঙৰ অসমীয়া ল'ৰাৰ এম-ই স্কুলত শিক্ষকতা কৰি আছিলোঁ। এনেতে মোক চৰকাৰে এটা চাকৰি যাচিলে-তুৰা চৰকাৰী হাইস্কুলৰ সহকাৰী শিক্ষক। ৭ তাৰিখে শ্বিলং এৰি ধুবুৰী হৈ নাৱেৰে মণিকাচৰলৈ(মানকাছৰ) গলোঁ আৰু তাৰ পৰা বাছেৰে তুৰালৈ গলোঁ। সময় দুপৰীয়া। পৰিচিত লোক কোনো নাই। সিফালে স্কুল ছুটী হ'ল, কিয়নো সেই ঠাইত পুৱা স্কুল বহে। স্কুলখন টিলা এটাৰ ওপৰত আৰু তাৰ ওচৰতে প্ৰধান শিক্ষকৰ আৱাস। উপায়হীন হৈ প্ৰধান শিক্ষকৰ বাসভৱনলৈ গলোঁ। অৱশ্যে কুমুদেশ্বৰ বৰঠাকুৰ সেই ঘৰত থকাৰ কথা এজন দোকানীয়ে কৈছিল। বৰঠাকুৰ ছাৰ ওলাই আহি মোৰ পৰিচয় সুধিলে। মুখখনলৈ চালোঁ। কি দেখিলোঁ।

বহল কপাল, আয়ত নেত্ৰ, হাঁহিমুখীয়া, চকুত উজ্জ্বল দীপ্তি, বিশাল বক্ষ, নিপোটল কায়-এয়ে তেওঁৰ অৱয়ব। খন্তেকতে আপোন কৰিলে। তেওঁৰ লগতে দুদিনমান থাকিবলৈ ক'লে।

তেওঁ তালৈ অহা এমাহমান হৈছিল। তেওঁ অকলে, ৰন্ধা-বঢ়া নিজে কৰে। মানুহজন প্ৰগল্‌ভ আৰু কথা চহকী। তেওঁ মোৰ আগত কোৱা দুই এটা কথাই মানুহজনক জনাত সহায় কৰিলে।

কুমুদেশ্বৰ বৰঠাকুৰ বি-এ, বি-টি, বিদ্যাবিনোদ (১৮৯৩-১৯৬৬ চন) বৃত্তিত আছিল শিক্ষা বিভাগৰ লোক। জীৱনটো কটালে সহকাৰী উপ-পৰিদৰ্শক আৰু উপ-পৰিদৰ্শক ৰূপে। কেতিয়াবা গ্ৰহ বিতুষ্ট হলে শিক্ষকতা কৰিব লগা হয়। তাৰ কাৰণ কেইবাটাও।

## তিনিটা চিন

বৰঠাকুৰ এজন আবিষ্কাৰক। তেওঁ তিনিটা চিনেৰে বৰ্ণমালা আৰু ভাষা শিকাৰ উপায় উদ্ভাৱন কৰিলে। এই চিন তিনিটা হৈছে OCI -শূন্য-কাঁচিজোন-দণ্ড বা বিন্দু-কাঁচিদাৰ কেউটা বহুৱাই ধৰিলে হব এডাল 'ত্ৰিশূল', যাক হাতত লৈ 'ত্ৰিশূলী' হৈ জগতৰ নিৰক্ষৰৰূপী দানৱক ধ্বংস কৰিব লাগে। আশা আছে, যে এই তিনিটা চিনে পৃথিৱীৰ নিৰক্ষৰতা বিদূৰ কৰিব"(মোৰ কথা,১৯৬৪ পৃঃ৫৮)। সেই তিনিটা চিনেৰে সংস্কৃত, আৰবী, অসমীয়া, বঙলা, গুজৰাটী,

ইংৰাজী, লেটিন আদি ভাষা শিকাব পাৰি।

বৰঠাকুৰে ১৯৩৫ চনত নাগপুৰত বহা নিখিল ভাৰত শিক্ষা সন্মিলনৰ একাদশ অধিৱেশনৰ শাখা সভাত (Sectional conference) তেওঁৰ 'তিনিটা চিন' দেখুৱাই প্ৰশংসা পাইছিল। তেওঁ সদৌ অসম শিক্ষক সন্মিলন আৰু সৰ্বভাৰতীয় শিক্ষামূলক; ঔদ্যোগিক আৰু কৃষি বিষয়ক প্ৰদৰ্শনীতো সেই চিন তিনিটাৰে কিদৰে ভাষা শিকিব পাৰি তাক দেখুৱাই প্ৰশংসিত হৈছিল। বৰঠাকুৰে ১৯৩৫ চনত নাগপুৰত দেখুৱাৰ আগলৈকে 'নাইনিতালৰ দেৱীদত্ত শৰ্মাই হজবৰল কৰি ছাবিবশটা চিনেৰে আখৰ সজা তৈয়াৰ' কৰিছিল। অসম আৰু ভাৰতৰ বাতৰিকাকত সমূহে বৰঠাকুৰৰ আৱিষ্কাৰক শলাগিবলৈ ধৰিলে। তেওঁ সেই চিন তিনিটা 'পেটেণ্ট কৰিবলৈ' ১৯৩৪ চনৰ পৰা কেইবাবাৰো কলিকতালৈ গৈছিল। খৰচান্ত হ'ল ; কিন্তু সফল নহ'ল। তেওঁৰ ওপৰৱালা এজনে কৈছিল, "পেটেণ্ট্ যদি নিজে কাৰ্য্যকৰী কৰে তেন্তে বহুত ধন লাগিব। সেই ধন আপোনাৰ নাই। 'ৰাইট্'-ক্ষমতাটো মোক দি দিয়ক। চাকৰিত আপোনাৰ যে উন্নতি হ'বই, সুখে-স্বচ্ছন্দে দিন নিয়াব পাৰিব" (মোৰ কথা, পৃঃ ১৬)।

বৰঠাকুৰ ১৯৬৬ চনৰ ৮ নৱেম্বৰৰ পুৱা ঢুকাল। তেওঁ সেই বছৰ অক্টোবৰৰ ২ তাৰিখে পুৱা(ৰক্তচাপত ভোগা মানুহ,পুৱা ফুৰাৰ ছলেৰে দুই এঘৰলৈ আহে) তেওঁৰ ৰূজামৈদামৰ ঘৰৰ পৰা মোৰ ঘৰলৈ আহি 'তিনিটা চিন' পেটেণ্ট কৰা সম্পৰ্কে তেওঁক সহায় কৰিবলৈ কয়। সেই সময়ত মোৰ কলিকতালৈ যোৱাৰ কথা আছিল ; কিন্তু সি হৈ নুঠিল। গতিকে মোৰ হিতাকাঙ্ক্ষী এজনক সহায় কৰিব নোৱাৰি বেয়া লাগিল। তেওঁৰ আশা পূৰণ নহ'ল। তেওঁ অন্তৰৰ কথা কৈ গৈছে 'স্কুল পৰিদৰ্শন, মন্তব্য লিখা, ওপৰৱালাৰ সন্তোষ বিধান, ৰাইজৰ জেঙা মৰা, নৈষ্ঠিকতা ৰাখি চলা, চফৰ ফুৰা আৰু ভাগৰ মৰাৰ পিছত কিমান সময় থাকে,সি সহজে অনুমেয়। জিৰণি লোৱাৰ মনত নপৰে, মাথোন এটা কথাই মনত লাগি থাকে - সেইটো আখৰ সহজ কৰা" (মোৰ কথা)।

## পুথিভঁৰাল আন্দোলনৰ পুৰোধা

তেওঁ অসম লাইব্ৰেৰী সঙ্ঘৰ প্ৰাণ প্ৰতিষ্ঠা কৰে। সেই সময়ত বৰোদাৰ চলন্ত পুথিভঁৰালৰ কথা মানুহৰ মুখে মুখে। বৰঠাকুৰে বৰোদালৈ গৈ সেই ৰাজ্যৰ পুথিভঁৰালৰ ব্যৱস্থা চালে। সেই আদৰ্শই তেওঁকো প্ৰেৰণা দিলে। চলন্ত লাইব্ৰেৰীৰ কাৰ্য্যপ্ৰণালী সম্পৰ্কে তেওঁ লিখিছে, "ইফালে-সিফালে যাওঁতে দেখিলো- একোখন গাড়ীত কিতাপ সজাই লৈ গৈছে বা একোটাই একো

বোজা বান্ধি নিছে আৰু মুখেৰে লগৰ কিতাপবোৰৰ নাম উচ্চাৰণ কৰি, তাৰ বিৱৰণ দিছে।...কোনো ঠাইত আকৌ বৈ সমবেত জনতাক কিতাপবোৰ বিলাই দি এঘণ্টামান পঢ়া বা চোৱাৰ পাছত সেইবোৰ আকৌ গোটাই লৈ গৈছে। এইদৰেই মানুহক কিতাপ মনৰ (Book minded) কৰিছে"(মোৰ কথা, পৃঃ৫৮)।

১৯৩৭ চনত গুৱাহাটীত অসম সাহিত্য সভাৰ সপ্তদশ অধিৱেশনৰ আয়োজন চলিছে। বৰঠাকুৰ বৰোদাৰ পৰা ঘূৰি অহাৰ পিছত অভ্যৰ্থনা সমিতিৰ সভাপতি গোপীনাথ বৰদলৈয়ে তেওঁক 'কিবা এটা কৰক' বোলাত, তেওঁ সন্মিলনৰ লগতে অসম লাইব্ৰেৰী শাখা খোলাৰ প্ৰস্তাৱ মঞ্জুৰ হ'ল। বৰঠাকুৰ সেই শাখাৰ সম্পাদক হ'ল। ৰাজ্যজুৰি পুথিভঁৰাল স্থাপনৰ ঢৌ উঠিল। পুথিভঁৰাল সভাৰ সভাপতি হ'ল ৰামেশ্বৰ বৰুৱা (তেতিয়া অৱসৰ প্ৰাপ্ত শিক্ষক)। "অধিৱেশন বৰ সমাৰোহেৰে হ'ল। বহু ঠাইৰ পৰা প্ৰতিনিধিসকল আহিছিল। আমাৰ ছাত্ৰ-বৰ্গও প্ৰতিনিধি হ'ল" (মোৰ কথা, পৃঃ ৬২)। তেওঁ পুনৰ সম্পাদক হ'ল। পুথি-ভঁৰাল স্থাপনৰ আন্দোলন গাৱেঁ-ভূঁয়ে বিয়পি পৰিল। "কেলভিন আদিৰ চিনেমাৰ পৰ্দ্দাত লাইব্ৰেৰীৰ বিষয়ে সৰু-সুৰা জাননী দিয়া হ'ল। স্থানীয় সকলো কাকতে — তিনিদিনীয়া, সাপ্তাহিক মাহিলী, অসমীয়া-জয়ন্তী-সেৱক কংগ্ৰেছ আদিয়ে এনে চুটি কথা প্ৰকাশ কৰিছিল। নতুন অসমীয়াৰ সুযোগ্য সম্পাদক শ্ৰীযুত হৰেন্দ্ৰনাথ বৰুৱা বি-এল দেৱৰ নাম (তেতিয়া অবিবাহিত) বিশেষ ভাৱে উল্লেখযোগ্য" (মোৰ কথা, পৃঃ ৬৩)। 'কিতাপ-ভিক্ষা' আৰু 'বহুতো গাৱঁত মুষ্টি-ভিক্ষাও চলিল।' গুৱাহাটীত জ্ঞানদাভিৰাম বৰুৱাৰ সভাপতিত্বত অসম লাইব্ৰেৰী সঙ্ঘৰ দ্বিতীয় অধিৱেশন বহে।

বৰঠাকুৰ এইদৰে পুথিভঁৰাল আন্দোলনত জড়িত হোৱাৰ কাৰণে ওপৰৱালাই ভাল পোৱা নাছিল। তেওঁক গুৱাহাটীৰপৰা গোৱালপাৰালৈ বদলি কৰিলে। তথাপি পুথিভঁৰাল আন্দোলনৰ ব্যাপকতা কম নহ'ল। তেওঁ চাকৰিৰ পৰা ১৯৪৮ চনত অৱসৰ লৈ তেজপুৰৰ ওচৰৰ বেছেৰিয়াত সদৌ অসম লাইব্ৰেৰী সঙ্ঘৰ তৃতীয় অধিৱেশন পাতিলে; সভাপতি কামাখ্যা প্ৰসাদ ত্ৰিপাঠী। বৰঠাকুৰে পুথিভঁৰাল আন্দোলনৰ সম্প্ৰসাৰণত একচিত্তে লাগিবলৈ ধৰিলে। অসমৰ পুথিভঁৰাল আন্দোলনৰ জন্মদাতা স্বৰূপে তেওঁৰ নাম যুগমীয়া হৈ থাকিব।

কুমুদেশ্বৰ বৰঠাকুৰ ভাষা-সাহিত্যৰ পূজাৰী। তেওঁ সোণাপতি দেৱ শৰ্ম্মা আৰু মহীচন্দ্ৰ বৰাৰে লগ লাগি(কুসোম) 'মাণিক'(মাণিক চন্দ্ৰ বৰুৱা)

নামৰ জীৱনী ৰচনা কৰিছিল। তেওঁ ৰচনা কৰা পুথিসমূহ হৈছে—চেক্সপীয়েৰ(১৯৩১),সাধুৰ ভঁৰাল, জয়মতী কাহিনী(১৯১৯),কালিদাস, মেঘদূতম্(১৯১৯), ঢোৰোক পণ্ডিত(ধেমেলীয়া নাটক ১৯২৭), বেদবাণী (১৯৩৩), কোঁৱৰ ভৰত, ৰত্নকৌমুদী (প্ৰথম খণ্ড ১৯৩৮),ঝাঞ্চীৰ ৰাণী লক্ষ্মীবাই (১৯৬০), ইত্যাদি।

## ৰহস্যান্বেষী উপন্যাসৰ বাটককীয়া

তেওঁ আমাৰ ভাষাত চোৰাংচোৱা বা ৰহস্যান্বেষী (ডিটেক্‌টিভ) উপন্যাসৰ পথ-প্ৰদৰ্শক। তেওঁ অভাৱত পৰিহে অসমীয়া কনেন্ ডয়েল্ হ'বলগীয়া হ'ল। গুৱাহাটীত বিদ্যালয়ৰ সহকাৰী উপ-পৰিদৰ্শকৰ কাম কৰি থাকোতে তেওঁ পুথিভঁৰাল আন্দোলন আৰু তিনিটা চিনৰ আৱিষ্কাৰ কাৰ্য্যৰ বাবে ওপৰৱালাৰ কু-দৃষ্টিত পৰিল। তেওঁক বদলি কৰিলে দূৰ ঠাইলৈ। তেওঁ ছুটী লৈ থাকিল। চলা টান হ'ল। এনে অৱস্থাত তেওঁ বাধ্য হৈ শ্বাৰলক হোমচ্‌ৰ আৰ্হিৰে গোলাই চোৰক (চৰ্দাৰ) কেন্দ্ৰ কৰি কেইখনমান চোৰাংচোৱা-উপন্যাস ৰচনা কৰিলে। তেওঁ লিখিছে, "চাৰিখন বেদৰ কথা লিখা 'বেদবাণী'ৰ পাঁচশ কপিৰ পঞ্চাশখন দহ-পোন্ধৰ বছৰত বিক্ৰী নহয়। য'ত এনে দুৰৱস্থা ত'ত ডিটেক্টিভ কথাহি গা কৰিব পাৰে। ইংলেণ্ডত কনেন ডয়েলৰ শ্বাৰলক হোম্‌চ খ্যাত ডিটেক্টিভ কাহিনীয়ে ইংৰাজী সাহিত্যত ওখ আসন গ্ৰহণ কৰিছিল। তেতিয়া গুৱাহাটীৰ 'অসমীয়া অফিচ'ত মোৰ পয়ত্ৰিশ টকামান জমা আছে। তাকে পুঁজি কৰি লৈ প্ৰাতঃস্মৰণীয় চন্দ্ৰকুমাৰ আগৰৱালাৰ তত্ত্বৱধানত 'দুই দাৰোগা' আদি দু-অনীয়া দুই ফৰ্মাৰ ডিটেক্টিভ উলিয়াইছিলোঁ। এই জাত কিতাপৰ দুহেজাৰ কপি বিক্ৰী হ্‌বলৈ দুমাহ সময়েই নালাগিছিল। আগৰৱালা, ৰজনী বৰদলৈ আদি আমাৰ বিশিষ্ট সকলে আমি থকা থানিকালৈ গৈ প্ৰশংসা আৰু আশীষ জনালে। বৰদলৈ ডাঙৰীয়াই কৈছিল— "অসমীয়াত নোহোৱা কথা উলিয়ালা। ইয়াত ডিটেকটিভৰ ঠাই নাই বুলিছিলোঁ। বহুতো সভা-সমিতিত কৈছিলোঁ; অসম্ভৱক তুমি সম্ভৱ কৰিলা। এখন পূৰাকৈ বিক্ৰী নহওঁতেই তাৰ পিছৰখন গ্ৰাহক হয়" (মোৰ কথা, পৃঃ ১৭-২৭)। ডিটেক্‌টিভ উপন্যাসত বুদ্ধিমত্তাৰ প্ৰাধান্য পৰিলক্ষিত হয়। সেই কাৰণে তেওঁ পোনতে যথেষ্ট পৰিশ্ৰম কৰিব লগা হৈছিল। কিন্তু "হাত আহিলত এনে উপন্যাস লিখাই কথা যেন নলগা হৈছিল-মাথোন Turning point (ঘোৰ-পাক লগা সময়ত আৰু মানসিক সংঘৰ্ষত psychological terms অত) যি অলপ সময় লাগে" (কুমুদেশ্বৰ বৰঠাকুৰ)। এই উপন্যাস সমূহ পঢ়ি কোনো কোনো মহলে লেখকৰ ওপৰত মকৰ্দমা ৰজু কৰিবলৈ

ৰেজিষ্টাৰী নটিচ দিছিল। কিন্তু শেহত 'তেওঁলোকে ক্ষতিপূৰণ দি কথাটো মাৰ নিয়াইছিল'। কিতাপ লেখা প্ৰসংগত তেওঁ কৈছে, 'এই সময়ত দিনে চাৰি পাঁচ ঘণ্টাকৈ মই শোৱা নাই আৰু অলপো সময় অনাহকত কটোৱা নাই কাৰণ, তেতিয়া সময় টকা বুলি বুজিছোঁ"(মোৰ কথা)। তেওঁৰ উপন্যাসসমূহ হ'ল — গোলাই চোৰ, প্ৰিয়ে, পুতুমাইৰ বিয়া, তেজপিয়া, ভাকৌ, লাওচ, ব্লেক-মাৰ্কেট ইত্যাদি প্ৰায় সত্তৰখন উপন্যাস । সিবোৰ এক ফৰ্মাৰ পৰা দহ ফৰ্মাৰ পুথি। বেটুপাতৰ ওপৰত 'অসমীয়া সামাজিক ডিটেক্টিভ কাহিনী' (নামটোৰ ওপৰত সৰুকৈ) নং-১' এইদৰে লিখা আছিল। প্ৰকাশক সকল আছিল যোৰহাটৰ বৰকটকী কোং, গোলাঘাটৰ যদুমণি প্ৰেছ, তেজপুৰৰ ভট্টাচাৰ্য্য প্ৰেছ আৰু বি-আৰ কলিতা এণ্ড কোং, গুৱাহাটীৰ জয়ন্তী আৰ্ট প্ৰেছ আৰু পদ্ম প্ৰকাশ, নগাঁৱৰ পুথিঘৰ আৰু শ্বিলঙৰ চপলা বুক ষ্টল।

## সংগীত সাধক

তেওঁ সংগীতত নিপুণ আছিল। তেওঁ ১৯২০ চনত ডিব্ৰুগড়ত বহা অসম সাহিত্য সভাৰ লগতে সংগীত শাখাৰ অধিবেশনৰ পতাত আগভাগ লৈছিল। তেওঁ নগাঁৱত চাকৰি কৰোঁতে সংগীত চৰ্চাৰ সুবিধা পাইছিল। তেওঁ তেওঁৰ কন্যা দুগৰাকীৰ হতুৱাই কলিকতাৰ চেনোলা গ্ৰামোফোন কোম্পানীত আইনাম, বিয়ানাম আদি বাণীবদ্ধ কৰাইছিল আৰু সেই কোম্পানীয়ে বাণীবদ্ধ কৰা 'কমলা-কুঁৱৰী' উপাখ্যানত তেওঁ যথেষ্ট সহায় কৰিছিল।

কল্‌ৰিজৰ এন্‌চেন্ট মেৰিনাৰৰ নিচিনাকৈ অনৰ্গল কথা কৈ মানুহক মুহিব পৰা বিৰল প্ৰতিভাৰ অধিকাৰী কুমুদেশ্বৰ বৰঠাকুৰ এজন প্ৰকৃত শিক্ষাবিদ, সাহিত্যিক আৰু সংস্কৃতি-পৰায়ণ ব্যক্তিআছিল। চৰকাৰী চাকৰিৰ মাজত সুৰুঙা উলিয়াই তিনিটা চিনেৰে ভাষা শিকাৰ কৌশল আবিষ্কৰ্ত্তা, পুথিভঁৰাল আন্দোলনৰ গুৰিধৰোঁতো আৰু চোৰাংচোৱা বা ডিটেক্টিভ উপন্যাসৰ বাটকটীয়া কুমুদেশ্বৰ বৰঠাকুৰ এজন বিৰল প্ৰতিভাৰ অধিকাৰী আছিল। ৰজাঘৰীয়া সহায় নোপোৱাকৈ আৰু ওপৰৱালাৰ সহানুভূতিৰপৰা বঞ্চিত হৈও তেওঁ একাগ্ৰচিত্তে সহজে ভাষা-শিকা কৌশলটো বাস্তৱত ৰূপ দিয়াৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল।

শিক্ষাব্ৰতী আৰু উচ্চ চিন্তাসম্পন্ন ব্যক্তি কুমুদেশ্বৰ বৰঠাকুৰৰ স্মৃতিত অৰ্ঘ্য নিবেদন কৰিলোঁ।

জয়তু কুমুদেশ্বৰ বৰঠাকুৰ॥

# বেণুধৰ শৰ্ম্মাৰ সাহিত্য-প্ৰতিভা

বেণুধৰ শৰ্মাক সাধাৰণতে বুৰঞ্জীবিদ বুলি আখ্যা দিয়া হয় ; কিন্তু বুৰঞ্জীক সাহিত্যৰ প্ৰলেপ সানি ৰসোত্তীৰ্ণ কৰাতহে তেওঁৰ কৃতিত্ব। সেই ফালৰপৰা বেণুধৰ শৰ্মাৰ(১৮৯৪-১৯৮১) গদ্যৰীতিক 'বেণুধৰী গদ্য' বুলিব পাৰি। তেওঁতেই আৰম্ভ, তেওঁতেই শেষ।

শৰ্মাৰ 'ৰবিঞ্চন ক্ৰুচ' পুথিখন প্ৰকাশৰ বছৰটোৱেই মোৰো জন্মৰ শক। সেইখনেই তেওঁৰ প্ৰথম পুথি। মই তেওঁক ১৯৩৩ চনত ছাত্ৰাৱস্থাৰে পৰা মৃত্যুৰ ছমাহৰ আগলৈকে বিভিন্ন সময়ত লগ পাইছিলোঁ। তেওঁৰ নখ-দৰ্পণত অসমৰ বিভিন্ন জিলাৰ গাওঁ ভূঁইৰ মানুহৰ আঁতি-গুৰি; ঠাইৰ নামৰ ইতিহাসো সঞ্চিত হৈ আছে। কেতিয়াবা চাইকেলত, কেতিয়াবা খোজ কাঢ়ি, কেতিয়াবা ৰেল বা বাছেৰে অসমৰ গাৱেঁ-নগৰে ঘূৰি ফুৰি তেওঁ ঐতিহাসিক সমল, পুথি-পাজি আদি সংগ্ৰহ কৰিছিল। এনেদৰে কঠোৰ শ্ৰম কৰি তথ্য পাতি সংগ্ৰহ কৰা লোকৰ সংখ্যা সীমিত। আনকি 'হাতীমহলৰ আৰণ্যক কালছোৱাত' বুৰঞ্জীৰো চৰ্চ্চা কৰিছিল; মৌখিক গীত সংগ্ৰহ কৰিছিল। "ফেঁচাই যি দৰে আন্ধাৰতহে দেখে, বেণুধৰ শৰ্মায়ো সেইদৰে বুৰঞ্জীৰ আন্ধাৰ খোঁটালিতহে মচ খোৱা আখৰখিনি (কি যাদুমন্ত্ৰ জানে নাজানো) দেখিবলৈ পায়" (নীলমণি ফুকন)।

বেণুধৰ শৰ্মাই অসমীয়া সাহিত্যৰ কেইবাটাও দিশত বৰঙণি যোগাইছে। তেওঁৰ ৰচনাৱলী হৈছে ৰবিঞ্চন ক্ৰুচ'(১৯১৮),জৱহৰলাল নেহৰুৰ আত্মজীৱনী, ৰাংপতা (১৯৪৩),মঙ্গলতিৰ কণ্ঠিমালা (১৯৪৬, কনান ডয়েলৰ অনুবাদ), সাতাৱন ছাল(১৯৪৭), গঙ্গাগোবিন্দ ফুকন (১৯৪৮), মণিৰাম দেৱান (১৯৫০), দূৰবীণ(১৯৫১),কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত (১৯৫৯), লাতুমণি (১৯৫৯), দুণৰি(১৯৬৩),অৰ্ঘ্যাৱলী(১৯৬৪),দক্ষিণপাট সত্ৰৰ বুৰঞ্জী (১৯৬৬),ফুলচন্দন (১৯৬৮), মৰমৰ কাৰেং(১৯৬৮, চুটিগল্প) চটাই চ'ৰাৰ কথা,( ১৯৬৯),পণ্ডিত হেমচন্দ্ৰ গোস্বামী(১৯৭১), হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী (সম্পাদনা ১৯৭১),মণিৰাম দেৱানৰ গীত (১৯৭৬,সং)। ইংৰাজীঃ Wade's Account of Assam (১৯২৭), কংগ্ৰেছ গাইড্ (১৯২৬), Rebellion of 1857 vis Assam(১৯৫৭) প্ৰভৃতি। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ(১৯৫৬) আৰু অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ

সভাপতিৰ অভিভাষণ(১৯৫৩)। ইয়াৰ উপৰি বিভিন্ন আলোচনীত অনেক প্ৰবন্ধ সিঁচৰতি হৈ আছে।

বেণুধৰ শৰ্মাৰ মণিৰাম দেৱান এখন উল্লেখযোগ্য জীৱনী। এইখন তেওঁৰ কীৰ্ত্তিস্তম্ভ। তেওঁ মণিৰাম দেৱানক জাতীয় বীৰ বুলি প্ৰতিষ্ঠা কৰে। মণিৰাম দেৱান গ্ৰন্থৰ আৰম্ভণিতে কৈছে, "মণিৰাম দেৱান, — এই নামটো শুনিলেই বিজুলী চমকে দেখা দিয়েহি ইংৰাজ আমোলৰ একেজন ৰাজনীতি বিশাৰদ বিদ্ৰোহী অমৰ পুৰুষৰ আলেখ্যই, -যাৰ ওপৰত কত কুৰি বছৰ পাৰ হৈ গ'ল, দুৰ্দান্ত কালৰ কুটিল গতিয়েও আজিলৈকে মৰিচা পেলাব পৰা নাই। তাৰ পাছত আহে সেইজন মানুহৰে ফাঁচী যোৱা কথা যাৰ তনুত্যাগ ৰাজনীতিত সোমাব নোৱৰা পৰাধীন জাতিলৈ ভৱিষ্যতৰ নিমিত্তে দেশোদ্ধাৰৰ বীজ ৰোপণ কৰি থৈ গ'ল। জীৱনৰ আদি ছোৱাত যিজনে এখোজ আগলৈ এখোজ পিছলৈ দি বৃটিচৰ সাৰথি হৈছিল, বৃটিচৰ পৰা সাগৰ সঙ্কাশ ৰাষ্ট্ৰজ্ঞান, ৰাষ্ট্ৰতন্ত্ৰ আৰু চাণক্য সদৃশ সলিশিয়ান কৌশল আয়ত্ত কৰিছিল, মণিৰাম দেৱান বুলিলে সেই জনলৈকে মনত পৰে।" ভাষাৰ ওজস্বিতা, শব্দচয়ন আদিলৈ মন কৰিলে শৰ্মাৰ গদ্য-শৈলীৰ বৈশিষ্ট্য চকুত পৰে।

'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ' পুথিৰ বাবে তেওঁ সাহিত্য অকাডেমিৰ বঁটা লাভ কৰে। ইয়াত এফালে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ নিচিনা দেশনেতাসকলৰ জীৱনৰ সৰু বৰ বহুত ঘটনা বৰ্ণিত হৈছে, আনফালে ঘটাই মহৰী, চিংফৌ খহুৱা মেধি, খোলাকটি মেধি আদিৰ ঘৰৰ কথাও মনোগ্ৰাহীভাৱে বৰ্ণোৱা হৈছে। আন কি কথন ভঙ্গীৰ স্বাভাৱিকতালৈ মন কৰক। "...গাভৰু এজনীয়ে চোতালৰ মূৰলৈকে জোৰাই কাটনীৰে তাঁত বাটিৰ সূতা অনিয়াইছে। সোমবৰক তাই আগৰে পৰা চিনি পায় আৰু দেখিলেই জোকায়। তাক জয়ধ্বনি দি যোৱা দেখি ছোৱালীজনীয়ে পেংচালি কৰি সুধিলে, "হেৰ' চিমলাই, তই যে টেটু ফালি চিঞৰি ফুৰিছ, স্বৰাজ নো কাহানিকৈ পাবি ?" স্বৰাজবলিয়া সোমবৰে টপৰাই তাইক মুখি থ'লে, "আইটী অ',তোকে যেনিবা এতিয়া নিওঁ বুলিলোঁ, নিওঁ বুলিলেই নিব পাৰিম জানো? তয়ে বা যাবি ? আজি লংটো কাইলৈ ডালচেনিকণ, পৰহিলৈ জাকিত চোলা এটা, চৌথাদিনলৈ গোন্ধ তেল একণ দিলেহে তোৰ মনটি ঘূৰিব হ'বলা ? তাৰ পাছত হে তই যোৱা-নোযোৱা কথা।" (ক,কা,ৰ'দত)।

পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু গঙ্গাগোবিন্দ ফুকন এই দুজনৰ জীৱনীতো অনেক তথ্যপাতি পোৱা যায়। খান আব্দুল গফৰ খান(১৯৪৩) এখন চমু জীৱনী। অৰ্ঘ্যাৱলী গ্ৰন্থত তেওঁ বৰেণ্য ব্যক্তি কেইজনমানৰ স্মৃতি

চাৰণ কৰিছে। আৱাহনত প্ৰকাশিত আৰু পাছত দূৰবীণত সন্নিৱিষ্ট 'দেশদ্ৰোহী কোন' প্ৰবন্ধটোৱে এসময়ত আলোড়নৰ সৃষ্টি কৰিছিল। 'দূৰবীণত' অতীতৰ বুৰঞ্জী নতুন ৰূপত দাঙি ধৰিছে, অৱশ্যে যুক্তিৰে।

তেওঁৰ ৰাংপতা আৰু লাতুমণি নামৰ সাধুৰ পুথি দুখন সৰু-বৰ সকলোৱে পঢ়ি আনন্দ পায়। কথকতা, নিভাঁজ শব্দ প্ৰয়োগ আৰু পাঠকক অতীতমুখি কৰা আদি এই দুখন পুথিৰ বৈশিষ্ট্য। পটন্তৰ, জতুৱা ঠাঁচ আৰু খণ্ড-বাক্যৰ প্ৰয়োগে ভাষাক সমৃদ্ধ কৰিছে। দক্ষিণপাট সত্ৰৰ বুৰঞ্জী শীৰ্ষক পুথিখনৰ ৰচনা ভঙ্গীও আকৰ্ষণীয়। তেওঁৰ অনুবাদ গ্ৰন্থৰো এটা বিশেষ মূল্য আছে, যেন মৌলিক গ্ৰন্থ। ৰবিঞ্চন ক্ৰুচ' (গিৰীন্দ্ৰ নাথৰ সৈতে যুটীয়া ৰচনা), বঙ্গমুৱা নৌযাত্ৰাৰ আপদীয়া কাহিনী (১৯৫৭) আৰু মঙ্গলতিৰ কণ্ঠিমালা তাৰ উজ্জ্বল নিদৰ্শন।

অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ আৰু বুৰঞ্জী শাখা সভাপতিৰ অভিভাষণ এই দুয়োখন অভিভাষণ তথ্যসমৃদ্ধ, দেশপ্ৰেমৰ অনুৰাগেৰে উদ্দীপ্ত।

তেওঁৰ ৰচনা-শৈলী বৈশিষ্ট্যপূৰ্ণ। সেই শৈলীৰ নিজস্ব স্বাদে পাঠকক আনন্দ দান কৰে। ওপৰত কোৱা হৈছে যে জতুৱা ঠাঁচ, পটন্তৰ, যোজনা আদিৰ প্ৰয়োগে তেওঁৰ ভাষাক এটা আয়তন দিছে। তেওঁৰ গদ্যৰ কালিকা চাওক— "পাণ্ডু-কংগ্ৰেছৰ বিৰাট আয়োজন সুপ্ৰশংসাৰে সুসম্পন্ন কৰাত, অমায়িক ৰোহিণী কুমাৰ হাতীবৰুৱা, দৰিদ্ৰ নাৰায়ণ অমিয় কুমাৰ দাস, চৌকম বুদ্ধিৰ চূড়ামণি লক্ষ্মীধৰ শৰ্মা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, ভীষ্মপ্ৰতিম দৃঢ়প্ৰতিজ্ঞ ধনীৰাম তালুকদাৰ, বুদ্ধি-কৌশলৰ ৰহঘৰা শ্ৰীযুত দেবেশ্বৰ শৰ্মাকে মুখ্য কৰি ডেকা তৰপ সেৱক আজৰি নোহোৱা উদ্যমেৰে টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছিল। হাতীবৰুৱাৰ সৰহভাগ দিন-ৰাতি যে গুৱাহাটী-কলিকতাৰ সোঁমাজতেই গৈছিল। সম্পাদকৰ কৰিবলগীয়া কামৰ সম্পূৰ্ণ বোজাটো তেওঁৰ মূৰতেই হাতে মূৰে পৰাত, সকলো কথাতে হাতীবৰুৱা নহ'লে নহৈছিল। কলিকতাৰ কোন ঠাইত ইলেক্ট্ৰিক বাল্ব এটা সস্তাকৈ পায়, তাকো হাতীবৰুৱায়েই তদ্বিৰ কৰিব লাগিছিল। তেতিয়া অমিয় কুমাৰ দাস আছিল 'অসমীয়া' কাকতৰ সম্পাদক। কংগ্ৰেছ অধিবেশনৰ কাম চোৱাৰ উপৰিও, তেওঁ 'অসমীয়া'খন মহাসভাৰ কেইদিন দৈনিককৈ উলিয়াইছিল। দাসৰো উশাহ-স্ফুৰ্ত্তিয়েই নাছিল! মুঠৰ ওপৰতে, কংগ্ৰেছ নগৰ নিৰ্মাণে, মণ্ডপ গঠন, প্ৰদৰ্শনীৰ ৰভাতোলান, কলেৰে পানী যোগান— এইবোৰ কাম কৰোঁতে গোটেই অসমীয়া শক্তিটো যেন কেৰেলুৱাৰ দৰে পাণ্ডুতেই মেৰপাতি আছিল। পাণ্ডু কংগ্ৰেছেই সকলোৰে মনৰ কুঁৱলি গুচাই পেলালে" (মজিয়াৰ পৰা মেজলৈ, পৃঃ ৪৭৯)। বৰ্ণনা যিদৰে প্ৰাঞ্জল সেইদৰে ভাষাও গতিশীল আৰু বৈশিষ্ট্যপূৰ্ণ।

# ভৱানন্দ পাঠক ৰূপে ড° বাণীকান্ত কাকতি

ড° বাণীকান্ত কাকতিক লক্ষ্মীনাথ বেজবৰুৱাই 'পণ্ডিতাগ্রগণ্য' বুলিছে। "গোটেই জীৱনজুৰি 'Books were his dukedom', বিদ্যাচৰ্চ্চা আৰু পাণ্ডিত্যত একাণপতীয়া সাধনাৰ কি ফল তাৰে তেওঁ এটি জীৱন্ত উদাহৰণ আছিল।" (ড° সূৰ্য্য কুমাৰ ভূঞা)

ড° বাণীকান্ত কাকতিয়ে ভৱানন্দ পাঠক ছদ্মনামত লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত 'বাঁহী'ত(দশম, একাদশ বছৰ) কেইটামান গভীৰ শাস্ত্ৰজ্ঞানৰ পৰিচয় জ্ঞাপক প্ৰবন্ধ লিখিছিল। কিয় লিখিবলগীয়া হ'ল তাৰো ইতিহাস আছে।

ঔপন্যাসিক ৰজনীকান্ত বৰদলৈয়ে ১৯২০ চনত(১৮৪২ শক, জেঠ) 'অসম প্ৰদীপিকা' নামৰ এখনি মাহেকীয়া আলোচনী ডিব্ৰুগড়ৰ পৰা সম্পাদনা কৰি প্ৰকাশ কৰিছিল। আলোচনীখনে ঘোষণা কৰা অনুযায়ী-"সাহিত্য-নীতি, ধৰ্ম, দৰ্শন, বিজ্ঞান প্ৰধানকৈ আলোচনা কৰিব। কৃষি, শিল্প, বাণিজ্য আৰু অ'ৰ-ত'ৰ বিবিধ বাতৰি আৰু সমালোচনাও থাকিব। ৰাজনীতিয়ে ইয়াত ঠাই নাপায়" (পৃঃ ২, ১ম বছৰ ১ম সংখ্যা)। বৰদলৈয়ে চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত এই আলোচনী উলিয়ায়। এই সংখ্যাত তেওঁ ডিব্ৰুগড়ত দামোদৰদেৱৰ তিথি উপলক্ষে পাঠ কৰা প্ৰবন্ধটি প্ৰকাশ কৰে।

এই কাকতখনে স্পষ্টভাৱে শ্ৰীদামোদৰদেৱৰ জীৱন আৰু ধৰ্মৰ ওপৰত গুৰুত্ব দিছিল। "আজি ন-দহ বছৰ দামোদৰ পন্থীৰ ওপৰত যে কিমান অযথা আক্ৰমণ হৈছে, সেইবিলাক কবলৈ গলে এক মহাভাৰত হব। দামোদৰপন্থী সকলে এই কেইবছৰে কোনো মাতকে মতা নাই..." (বিবিধ-'বাতৰি আৰু সমালোচনা' ঃ অঃ প্ৰঃ ১ম বছৰ, ৩য় সংখ্যা, পৃঃ ১১০)। 'অসম প্ৰদীপিকা'ৰ এনে দৃষ্টিভঙ্গীৰ ফলতেই মহাপুৰুষীয়া ধৰ্ম আৰু দামোদৰপন্থী সম্পৰ্কেবাদানুবাদ হৈছিল।

'বাঁহী' আৰু 'অসমীয়া' কাকতে বৈষ্ণৱ ধৰ্ম তথা মহাপুৰুষীয়া ধৰ্মৰ তত্ত্ব সম্পৰ্কে আলোচনা কৰে। এই 'বাঁহী' কাকততে ড° বাণীকান্ত কাকতিয়ে ভবানন্দ পাঠক নাম লৈ হিন্দু ধৰ্ম, বৈষ্ণৱ ধৰ্ম আদি বিবিধ প্ৰবন্ধ লিখে।

প্ৰবন্ধটোৰ শিতান আছিল 'বিজুলী' (অসম প্ৰদীপিকাৰ বিপৰীতে)। যেনে-বিজুলী — দশম প্ৰকাশ, বৈদিক, বিশ্বামিত্ৰ, বিজুলী — অনন্ত কন্দলি আৰু আচাৰ্য্য ৰামানুজৰ শূদ্ৰৰ ওচৰত উচ্ছিষ্ট ভিক্ষা ইত্যাদি।

'অসম প্ৰদীপিকা'ৰ পক্ষে আছিল যশস্পতি শৰ্মা। তেওঁ প্ৰথম বছৰ, দ্বাদশ সংখ্যা 'অসম প্ৰদীপিকা'ত নিজৰ পৰিচয় প্ৰসঙ্গত কৈছে —

১। আমাৰ পৰিচয়। আমি যিদিনাই প্ৰদীপিকা কাকতত প্ৰবন্ধ লেখিবলৈ আৰম্ভ কৰিলোঁ সেইদিনাই কামৰূপী পৰিচয় দিয়া হৈছিল। ...যশস্পতি বেনামী নহয় - কামৰূপ জিলাৰ বড়ীগোগা মৌজাত আমাৰ ঘৰ। নলবাৰীৰ পৰা অগ্নিকোণ ফালে ১১ /১২ মাইল মান আহিলে আমাৰ ঘৰ পাব। সংস্কৃত অধ্যাপনা আমাৰ ব্যৱসায়। আমাৰ বয়স ৩৮ বছৰৰ ওপৰ হৈছে। (যশস্পতি দেউ আৰু 'বাঁহী, পৃঃ ৫৫৮)।

'অসম প্ৰদীপিকা'ই আক্ৰমণ কৰি লেখা কথাৰ চানেকি তলত উদ্ধৃত কৰা হ'ল।

১। এইবাৰ একাদশ বছৰৰ দ্বিতীয় সংখ্যা বাঁহীত সম্পাদক বেজবৰুৱা ডাঙৰীয়াই আমাক লেটিয়াই সুৰুচি আৰু সুযুক্তিৰ চিনাকি ভালকৈয়ে দিছে। জ্যেষ্ঠটোৱে বেছি গালি-গালাজ নকৰে, মাজে মাজে দুই-এটা গেমেহা কিল মাথোন শোধায়। কিন্তু সৰুটোৱে হাতেৰে বলে নোৱাৰি মুখেৰে যিমান পাৰে তাৰ পোটক লয়। এৰা সহোদৰৰ ভিতৰতে যেতিয়াই এনেকুৱা তেনেস্থলত আমি দুইও দেশী ভাইৰ ভিতৰতো সেয়ে হলে তাত একো আচৰিত নাই। আমাৰ 'বাঁহী'ৰ সম্পাদকৰ সেয়ে গতি হোৱা যেন দেখিছোঁ। (অঃ প্ৰঃ ২য় বছৰ, ১ম সংখ্যা, পৃঃ ৬২১)

২। আমি ৪ৰ্থ সংখ্যা প্ৰদীপিকাত কৈছিলোঁ যে -আজিকালি মহাপুৰুষীয়া সম্প্ৰদায়লৈ সহানুভূতি থকা দুই-এজনৰ অস্ত্ৰ হৈছে গালি-গালাজ। আমাৰ কোৱা কথা আখৰে আখৰে ফলিয়াইছে। উদাহৰণ-'বাঁহী'ৰ সম্পাদক। 'বাঁহী'ত মহাপুৰুষীয়া পন্থৰ নব্য ভব্য গব্য ব্যাখ্যাকাৰক সকলৰ যুক্তিৰ পোহৰ দেখি নিৰপেক্ষী পাঠক সকলে কি ভাবিছে কব নোৱাৰোঁ; কিন্তু আমাৰ মনেৰে হ'লে, এই বঁহীয়া দলৰ নব্য ভব্যগব্য ব্যাখ্যাই পবিত্ৰ মহাপুৰুষীয়া ধৰ্মৰ গ্লানিহে কৰিছে যেন পাইছোঁ। (অঃ প্ৰঃ ২-১, পৃঃ ৬২২)

একেদৰে বেজবৰুৱাৰ 'বাঁহী'ৰ পৰাও চানেকি উদ্ধৃত কৰা হ'ল।

১। চাকি দেৱীৰ গঙ্গালাভ হৈছে বুলি " এই চিনটি তেওঁৰ নামৰ আগত দিছে। এনে বুলি যেন কোনেও নাভাবে। তেওঁৰ দেৱীত্ব লাভ হৈছে দেখিহে সন্মানাৰ্থে ইয়াক ব্যৱহাৰ কৰা হৈছে ; ইতি ভাবাৰ্থ। দেৱীৰ বৰপূজাৰীয়ে

বছৰক বিদায় দি কৈছে-'জন্মৰ দিনাৰ পৰা দেৱীয়ে নানা কোলাহল ঢাল খোলৰ শব্দ, নিন্দা-স্তুতি শুনিছে।' পূজাৰীদেৱে নাজানে যে জন্মত বিষ্ট আছিল, সেইবাবে এই অনিষ্ট। তাৰ উপৰি দেখা গ'ল যে সন্তানৰ দন্ত সহিত জন্ম (চাকি দেৱীৰ বছৰ বিদায়, বাঁহী, ১২শ বছৰ ৪ৰ্থ সংখ্যা)।

২। বৰদলৈয়ে আমাক বাতৰি দিছে যে -আল্লিবাঢ়ি, পৃথুতিপাৰ, মঙ্গলদৈৰ বামুন্দি আৰু নগাঁও চকীৰ এখন সত্ৰৰ অধিবাসীসকল গ্ৰহবিপ্ৰহে'-অৰ্থাৎ বামুণ নহয়। খবৰটো পাই আমি বৰদলৈৰ ওচৰত বাধিত হ'লো আৰু ৪৪৪০ বামুণ, শূদিৰ অধিকাৰৰ সত্ৰৰ ভিতৰত ৪ খন গ্ৰহবিপ্ৰ অধিকাৰৰ সত্ৰৰ নাম বৰদলৈৰ পৰা পাই কৃতাৰ্থ হলো। আজি 'exception prove the rule' এই সূত্ৰ আমি এই case অত প্ৰয়োগ নকৰো বুলি assurance দিলোঁ। তেওঁ আৰু এফেৰা খবৰ দিয়াহেঁতেন আমি আৰু কৃতাৰ্থ হলোহেঁতেন। সেইটি হৈছে তেওঁলোকে বামুণ শিষ্যসকলক তেওঁলোকৰ 'নিজৰ ঠেঙ্গত পেলাই শৰণ লগায় নে ? নাই যদি লেঠাই মৰিল (জেঠাৰ গেমেহা কিল, বাঁহী, ১১শবছৰ, ষষ্ঠ সংখ্যা)।

বাঁহীৰ পক্ষ সমৰ্থন কৰি বাণীকান্ত কাকতিয়ে ভবানন্দ পাঠক ছদ্মনামত অনেক তত্বমূলক ঘাইকৈ ধৰ্মমূলক প্ৰবন্ধ লিখিছিল। এই ভবানন্দ পাঠকক আক্ৰমণ কৰি 'অসম প্ৰদীপিকা'ই লিখিছিল-"পাঠকদেৱ আমি দেখিছোঁ আপুনি বহুৰূপী। তাহানিখন পাঠকসকল আছিল দৰাচলতে পাঠক। আপুনি দেখোন এবাৰ ঘোৰ তান্ত্ৰিক কাপালিক ভক্ত-পহুমাৰি আনি পূৰ্ণাহুতি দিয়া বিধৰ। আনবাৰ আপুনি সত্য সনাতন হিন্দু ধৰ্মকে অযাচিতভাৱে সমৰ্থন কৰে। আকৌ দেখোন মাজে মাজে উপনিষদৰ ভাৰখন কান্ধৰ পৰা নমাই লৈ মাতি মাতি শুনায় যে-শূদ্ৰ, দাসীপুত্ৰ এই সকলো ব্ৰাহ্মণৰ গুৰু হব পাৰে। আপোনৰ মতলবটো কি? আপুনি পুত্ৰক বা দাসীপুত্ৰক বা নমশূদ্ৰক মূলগুৰু পাতি সেই গুৰুতে ব্ৰাহ্মণ, কায়স্থ, কলিতা সকলোকে শৰণ ভজন দিয়াই এটা নতুন বঁহীয়া সম্প্ৰদায় সৃষ্টি কৰিব খুজিছে নেকি ?" (অঃ প্ৰঃ ২য় বছৰ, ৪ৰ্থ সংখ্যা, পৃঃ ৪০৫)।

ভবানন্দ পাঠকক কৰা সমালোচনাৰ পৰাই তেওঁ যে প্ৰাচীন কালৰে পৰা বৰ্ত্তমানলৈকে সনাতন ধৰ্মৰ আৰু বৈষ্ণৱ ধৰ্মৰ বিষয়ে আলোকসন্ধানী প্ৰবন্ধ লিখিছিল, সেই কথা স্পষ্ট হৈ পৰে। তেওঁৰ ধৰ্ম শাস্ত্ৰৰ ওপৰত কেনে গভীৰ জ্ঞান !

তেওঁৰ প্ৰবন্ধসমূহৰ আৰ্হি স্বৰূপে তলত উদ্ধৃতি দিয়া হ'ল-

১। গায়ত্ৰী মন্ত্ৰ বেচেৰা ক্ষত্ৰিয় বিশ্বামিত্ৰ ঋষিক মনুৰ বচন উদ্ধাৰ কৰি 'জাতি ব্ৰাহ্মণ প্ৰমাণ কৰিবলৈ যোৱা 'প্ৰদীপিকা' আৰু 'বাম মিলে না বোলা' যশস্পতি

বাপুৰ প্ৰতি সহায় কৰুণাৰ উদ্ৰেক হয়। কণাই কণাক বাট দেখুৱায়। চাকিদেৱী নিজে কণা, চাকি বাহনো তথৈবচ, দামোদৰ পন্থীসকল যাব লাগিছে কোন পিনে ? 'অন্ধেনৈব নীয়মানাঃ যথান্ধাঃ।' শৌনকৰ বৃহদেৱতা ঐতৰেয় ব্ৰাহ্মণ আৰু ভাৰতীয় বৈদিক পণ্ডিতসকলৰ আলোচনাৰ পৰা ক্ষত্ৰিয় বিশ্বামিত্ৰ ঋষিৰ কাহিনী তুলি দিয়া হ'ল' (বৈদিক বিশ্বামিত্ৰ, বাঁহী, দ্বাদশ বছৰ, চতুৰ্থ সংখ্যা)।
২। সন্ন্যাসমাৰ্গীৰ দৃষ্টি কেৱল মোক্ষৰ ওপৰত; কিন্তু ভগৱানৰ দৃষ্টি মোক্ষ আৰু লোক সংগ্ৰহ অৰ্থাৎ সমাজ জীৱন দুইৰো ওপৰত। সমাজ ধাৰণ আৰু পোষণৰ বাবে জ্ঞান-বিজ্ঞানযুক্ত পুৰুষ, নাইবা ৰণত তৰোৱালৰ জোৰ দেখাওঁতা ক্ষত্ৰিয়, তেনেকৈ খেতিয়ক, বৈশ্য, মজুৰ, কমাৰ, বাঢ়ৈ, কুমাৰ, এনেকি মাংস-বিক্ৰয়ী ব্যাধৰো আৱশ্যকতা আছে ; এতেকে কৰ্ম এৰি নিদিলে যদি মোক্ষ নিমিলে, তেনেহলে সকলো মানুহে নিজ নিজ ব্যৱসায় এৰি দি সন্ন্যাসী হ'ব লাগিল (গীতা আৰু বৰ্ণাশ্ৰম, বাঁহী, ১১শ বছৰ, ৮ম সংখ্যা)।
৩। দৈত্যাৰিক ঢাল স্বৰূপে ব্যৱহাৰ কৰিছো, ৰামচৰণকো তৰোৱাল স্বৰূপে ব্যৱহাৰ কৰো বুলি ভয় পাই কিবা মৎলব গাঁপি লোভ দেখুৱাব লাগিছে বা ?' - হে বীৰ কেশৰী, তেনে শঙ্কা নকৰিব ; অলপ 'বিজুলী' মৌ পি লৈ চাকি দেৱীকো এঢোক এঢোক খুৱাই গলে সকলো আশঙ্কা দূৰ হব। এতেকে হে চাকিদেৱী তুমিও 'মুঞ্চ মুঞ্চ মানং চাকে ! যাবদ্মধু দদাম্যহম্। অভিমান কাতিকৈ নথৈ এঢোক বিজুলী মৌ গিলি লবা (বিজুলী, বাঁহী, ১১শ বছৰ, সংখ্যা)।

মুঠতে ড° বাণীকান্ত কাকতিয়ে একালত 'বাঁহী'ৰ ফলীয়া হৈ 'অসম প্ৰদীপিকা'ৰ বিৰুদ্ধে কাপসদৃশ তৰোৱালেৰে যি ৰণ কৰিছিল, সেই ৰণত তেওঁ গভীৰ শাস্ত্ৰজ্ঞানৰ টোণৰপৰা শৰ সন্ধান কৰি বিপক্ষক শলঠেকত পেলাইছিল।

# পদ্মধৰ চলিহাৰ সাহিত্যিক বৰঙণি

প্ৰবীণ সাহিত্যিক আৰু সঙ্গীত সুকুমাৰ কলাসেৱী পদ্মধৰ চলিহাৰ বিয়োগত অসম আকাশৰ এটি উজ্জ্বল নক্ষত্ৰ খহি পৰিল। চলিহাৰ গান, কবিতা আৰু নাটকে এসময়ত অপূৰ্ব্ব সমাদৰ লাভ কৰিছিল। স্বাধীনচিতীয়া আৰু দেশহিত ব্ৰতী চলিহাই সাহিত্য ৰচনাৰ উপৰিও সাংবাদিক, শিক্ষাবিদ আৰু সংগঠকৰূপে দেশৰ উন্নতিত বিশেষ বৰঙণি দিছিল।

গীতিকাৰৰূপে পদ্মধৰ চলিহাৰ বিশেষ খ্যাতি আছিল। বিংশ শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত তেওঁৰ গীতসমূহ সৰবৰহী হৈছিল। ১৮৮৪ চনত ভাৰতীয় জাতীয় কংগ্ৰেছ স্থাপনৰ লগে লগে দেশত ৰাজনৈতিক চেতনাৰ এক পৰিৱেশ সৃষ্টি হয়। ভাৰতেন্দু হৰিশ্চন্দ্ৰ, দ্বিজেন্দ্ৰলাল ৰায়ৰ নাটকৰ গীতসমূহে জাতীয় চৈতন্য জাগ্ৰত কৰে। মৈথিলীশৰণ গুপ্তৰ ভাৰত-ভাৰতী (১৯১৩), স্বদেশ সঙ্গীত (১৯২৫) আদি কবিতা পুথিয়েও ৰাজনৈতিক চেতনাৰ উন্মেষত পৰ্ব্বত বিশেষ ইন্ধন যোগায়। ১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত দেশবাসী সঙ্ঘবদ্ধ হোৱাৰ কথা জৱহৰলাল নেহৰুৱে তেওঁৰ আত্মজীৱনীত গৌৰৱেৰে উল্লেখ কৰিছে— Nineteen-twenty one and round about it was an extraordinary period for the country. There was a strange mixture of nationalism and religion and mysticism. Mahatma Gandhi seemed to cast a spell on all classes and groups of people and drew them into one motley crowd struggling into one direction. এই যুগৰ সাহিত্যত জাতীয় আশা-আকাঙ্ক্ষা প্ৰতিবিম্বিত হোৱা দেখা যায়।

চলিহাই 'জীৱন-দৰ্শন' শীৰ্ষক কাবিতাটোত কৈছে,

প্ৰাণ ধৰি যদি দিব পাৰোঁ নিতে শতেক প্ৰাণত চেতনা দান,<br>
তেতিয়াহে হব ধন্য জীৱন, তেতিয়াহে ৰব গৌৰৱ মান।

*(জীৱন বীণৰ সুৰ)*

'শতেক প্ৰাণত চেতনা দান'ৰ উদ্দেশ্যে তেওঁ কিছুমান গান আৰু কবিতা ৰচনা কৰে। তেওঁ বিশ্বাস কৰিছিল যে 'জাতীয় জাগৰণ আৰু জাতীয় ভাবৰ বিকাশত সঙ্গীতৰ ঠাই অতি ওখ'(গীতি-লহৰীঃপাতনি)। তেওঁৰ গীত আৰু কবিতাৰ পুথি হৈছে ফুলনি(১৯১৫),স্বৰাজ সঙ্গীত (১৯২১),গীতি-লহৰী,(১৯২৩),

শৰাই (১৯২৮) আৰু ৰংপুৰে কথা কয় (১৯৫৬)।

স্বৰাজ-সঙ্গীতৰ গীতসমূহ এসময়ত মানুহৰ মুখে মুখে চলি আহিছিল। এই পুথি ৰচনা-প্ৰসঙ্গত তেওঁ কৈছে, "তেতিয়া মই ৰচা উদ্দীপনামূলক জাতীয় সঙ্গীতবোৰ অসমৰ সকলো ঠাইতে শোভাযাত্ৰা, সভা-সমিতি, ভাওনা, সমদল আদিত প্ৰচলিত হৈ বিৰাট জাগৰণৰ সৃষ্টি কৰিলে। সেইবোৰ মই স্বৰাজ-সঙ্গীত নাম দি পুথিৰ আকাৰে ছপাই উলিয়ালোঁ" (জীৱন-বীণৰ সুৰ)। স্বৰাজ-সঙ্গীত পুথিৰ গীতৰ সন্দৰ্ভত প্ৰবীণ সাহিত্যিক বেণুধৰ শৰ্মাই 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' শীৰ্ষক পুথিত মন্তব্য কৰিছে, "শ্ৰীযুত পদ্মধৰ চলিহাই স্বৰাজৰ গীত ৰচনা কৰিলে। সেই গীতবিলাক ইমান সৰবৰহী হৈছিল যে ডিব্ৰুগড়ৰ পৰা গুৱালপাৰালৈকে পৰ্ব্বতে-পাষণ্ডে, পথাৰে-সমাৰে, সভাই-সমিতিয়ে, ভাওনা-সমদলে, হুচৰি-মেজিয়ে তাৰ ধ্বনিহৈ মুখৰিত হৈছিল। চলিহাদেৱৰ সঙ্গীতে স্বৰাজৰ প্ৰতি বিমনাজনৰ মনো গলাই পেলাইছিল।" মুঠৰ ওপৰত স্বৰাজ-সঙ্গীতৰ গীতসমূহত যি উদ্দীপনাময়ী সুৰৰ মূৰ্চ্ছনা উঠিল সি হেজাৰ প্ৰাণত বিদ্ৰোহৰ বহ্নি জ্বলালে।

ফুলনিৰ (৩য় তাঙৰণ) পাতনিত লেখকে কৈছে, "এটি মুমূৰ্ষু জাতিৰ প্ৰাণত সঞ্জীৱনী শক্তি ঢলাৰ ঘাই উপায় — সঙ্গীত আৰু নাট্য কলাৰ অনুশীলন।" এই পুথিৰ গীতসমূহ বিষয় অনুসৰি পাঁচোটা ভাগত (ভক্তি-ফুল, জাতি-ফুল, শোক-ফুল, প্ৰণয়-ফুল আৰু ৰগৰ-ফুল) ভগোৱা হৈছে। চেনেহী জননী বন্দে, অসম কাম্যভূমি, চেনেহী জন্মভূমি আদি গীতবোৰ দেশপ্ৰেমমূলক —

ভাৰতবৰ্ষ আমাৰ হৰ্ষ আমাৰ গৰ্ব্ব আমাৰ মান।
শক্তিদায়িনী মাতৃ আমাৰ, স্বৰ্গ তীৰ্থস্থান॥

এই গীতটো এসময়ত অনেক সভা-সমিতিত গোৱা হৈছিল। 'হাঁহে ফুলনি, হাঁহে ধৰণী, চেনেহী সখী হে !' আৰু '(মই) নাপিত নামধাৰী ; টলৌ টলৌ ঘুৰি ফুৰো জোলোঙাটি আঁৰি' এই দুটা গীতো সমানে সৰবৰহী হৈছিল।

গীতি-লহৰীৰ গীতসমূহ বিষয় অনুসাৰে ভক্তি-লহৰী, জাতীয়-লহৰী, শোক-লহৰী, প্ৰীতি-লহৰী আৰু ৰহস্য-লহৰী এই পাঁচোটা ভাগত শ্ৰেণীবদ্ধ কৰা হৈছে। মাতৃ-বন্দনা গীতটো শ্ৰুতিমধুৰ —

অতীত কীৰ্ত্তি মণ্ডিতং
মহৰ্ষি আৰ্য্য বন্দিতং
কৰ্পূৰবাগ ৰঞ্জিতং
নমামি মাতৃ চৰণন।

দেশহিতব্ৰতত ব্ৰতী গীতিকাৰে কৈছে,

হিয়াৰ ৰক্তে তোমাৰ ভক্তে

পূজিব তোমাক চেনেহী আই।

চোৰাচোঁ এবাৰ চেনেহ চকুৰে,

দিয়া চৰণত এবাৰ ঠাই। (মাতৃ-ভাষা)

'শৰাই' কবিতা পুথিৰ একুৰি ছটা কবিতাৰ ভিতৰত 'তুমিহে করুণাময়', 'স্বদেশ প্ৰেম', 'কাপুৰুষ', 'বডিছিয়া' আৰু 'প্ৰেম-তত্ত্ব' অনুবাদমূলক। লেখক অনুবাদত কৃতকাৰ্য্য হৈছে। তলত 'স্বদেশ প্ৰেম' আৰু প্ৰেম-তত্ত্ব' কবিতাৰ উদ্ধৃতিয়ে এই কথাৰ প্ৰমাণ দিয়ে।

ধৰেনে জনম কেৱে এই মৰতত

শিলাময় কৰি তাৰ হিয়া,

এয়ে মোৰ জন্মভূমি বুলি মনে মনে

এবাৰো যি কোৱা নাইকিয়া ? (চাৰ ৱাল্টাৰ স্কট)

জুৰিবোৰ মিলেগৈ নইৰ লগত,

নইবোৰ মিলেগৈ মহাসাগৰত

শূইনৰ বায়ুবোৰ ইটিয়ে সিটিয়ে

মিলি আছে কিবা এটি মধুৰ গতিৰে। (শেলী)

বুদ্ধদেৱ, আনন্দৰাম বৰুৱা, কালিদাস আৰু স্বৰ্গীয় গোপাল কৃষ্ণ গোখলে কবিতাকেইটা চতুৰ্দ্দশপদী কবিতাৰ আৰ্হিত লিখা হৈছে। 'বৰদোৱা' এটা সৰবৰহী কবিতা, আৰু এই কবিতাত কবিৰ ভক্তিকাতৰ অন্তৰ প্ৰকাশ পাইছে।

এয়ে সেই তক শঙ্কৰ শিলিখা,

শ্ৰীশঙ্কৰৰ কীৰিতি স্তম্ভ,

আজিও বাজিছে কাম্য ভূমিত,

চূৰ্ণ কৰিছে কালৰ দম্ভ।

ইয়াতে আঁউজি কৰিলে শঙ্কৰে

অমিয়া প্ৰসূতা লিখনি বৃষ্টি,

ৰচিলে দুলড়ী ভটিমা লেচাৰি

কৰিলে সাহিত্য জগত সৃষ্টি।

দোওৱা পথিক দোওৱা হে শিৱ,

প্ৰণিপাতে পাবা প্ৰাণত শান্তি

এয়ে ভকতৰ        কল্পতৰু যে
এয়ে পাৰিজাত স্বৰগ কান্তি।

সপোন, আশা, সুখ আৰু দুখ, জোন-বেলি জোনাকী পৰুৱা, মিলন আদি কবিতা কেইটা ভাব সমৃদ্ধ। জীৱনৰ মূল তত্ত্ব প্ৰসঙ্গত তেওঁ কৈছে ঃ

দিঠক-সপোন আৰু জীৱন-মৰণ
সুখ-দুখ বিচ্ছেদ-মিলন
উঠন-পতন আৰু জয়-পৰাজয়
তাকে লই এই বিশ্বখন        *(সপোন)*

সংসাৰ যাত্ৰাত আশাই মানুহক জীয়াই ৰাখে।

তই ডাৱৰৰে ছটা ক'লা আকাশত
বেলিৰ ৰেণুটি;
তই নিৰাশা জঞ্জালপূৰ্ণ নিবাসত
মোহন বেণুটি।        *(আশা)*

কবিয়ে জোনাকী পৰুৱাৰ পৰা গভীৰ শিক্ষা লাভ কৰিব পাৰে —

নিমাত-নিতালভাৱে মনৰ শান্তিৰে
নিৰিচাৰি সহায় সাৰথি
জিলিকনি ফেৰি লৈ কৰিছো নীৰলে
স্ৰজোঁতাৰ মঙ্গল আঁৰতি।        *(জোনাকী পৰুৱা)*

'সত্যাগ্ৰহ মহাপন্থা'ৰ আঁচনিৰে দীন-নৰনাৰায়ণক আগুৱাই নিয়া অৱতাৰী পুৰুষ মহাত্মা গান্ধীৰ তেওঁ গুণ-কীৰ্ত্তন কৰিছে।

এহাতে শক্তিৰ গদা হিমালয় ভেদী
ইহাতে ধৰিছা শান্তি-শুকুলা-নিচান।
এহাতে থাপিছা পুণ্য ধৰমৰ বেদী
ইহাতে কৰিছা সত্য সাম্যৰ বিধান।
...    ...    ...    ...
মোহিনী শক্তিত মুগ্ধ 'মোহন দাসৰ'
সাতশত্ৰু পৰাজিত প্ৰেম প্ৰভাৱত
ফুলে ধৰা পোহৰেৰে 'কৰম চাঁদৰ'
'গান্ধীৰ' সুগন্ধ যশো প্লাৱিত জগত।

'ৰংপুৰে কথা কয়' নামৰ কবিতা পুথিখন লেখকৰ মতে স্বগতোক্তি (dramatic monologue)। ইয়াত তেওঁৰ অতীত ৰংপুৰ তথা অসমৰ প্ৰাচিন

ভাস্কর্য আৰু স্থাপত্য বিদ্যাৰ প্ৰতি মোহ প্ৰতিফলিত হৈছে।

মুঠৰ ওপৰত গীত আৰু কবিতাৰ পুথিয়ে তেওঁৰ কবিত্ব শক্তিৰ পৰিচয় দিয়ে, কিন্তু কৰ্ম্মক্ষেত্ৰ বহুমুখী হোৱাৰ কাৰণে সম্ভৱ তেওঁ একাণপতীয়াকৈ সাহিত্য চৰ্চ্চা কৰিব নোৱাৰিলে। সেয়েহে তেওঁৰ ডেকা কালতে কাব্য জীৱনৰ সামৰণি পৰে। তেওঁৰ কবিতাত ভাব, ভাষা আৰু ছন্দৰ সাৱলীল গতি দেখা যায়।

চলিহাই অসমীয়াত সৰহুকৈ নাটক ৰচনা কৰা নাই, কিন্তু যি তিনিখন নাটক ৰচনা কৰিছে সেয়ে আধুনিক নাট্য-সাহিত্যৰ বুৰঞ্জীত তেওঁৰ নাম যাউতিযুগীয়া কৰিব। আধুনিক অসমীয়া নাটকৰ চালুকীয়া অৱস্থাত তেওঁ দুখন ধেমেলীয়া আৰু এখন গম্ভীৰ নাটকেৰে মাতৃভাষালৈ অৰ্ঘ্য নিবেদন কৰে। তেওঁ এজন কৃতী অভিনেতা। ইয়াৰ উপৰি প্ৰভূত অধ্যয়ন আৰু সহজ সৰল ভাষাই নাটকেইখন আকৰ্ষণীয় কৰি তুলিছে।

'নিমন্ত্ৰণ' বা ইতো নষ্টঃ ততো ভ্ৰষ্টঃ (১৯১৭ চন) নামৰ তিনি অঙ্কীয়া ধেমেলীয়া নাটকখনি চলিহাৰ প্ৰথম বৰঙণি। "ধেমেলীয়া ৰচনাত লেখকে হাত দিয়া এয়ে প্ৰথম" — এই বুলি তেওঁ স্বীকাৰ কৰিছে। পুৰণি গল্প এটা অৱলম্বন কৰি নাটকখন ৰচনা কৰা হৈছে। ভাটীৰপৰা ৰজাৰ মহোৎসৱলৈ অহা চাৰিজন পণ্ডিতৰ — ১। ৰাঘৱেন্দ্ৰজিৎ বেদান্তবাচস্পতি দৰ্শনালঙ্কাৰ কবিকণ্ঠা ভৰণম্ (দাৰ্শনিক), ২। নক্ষত্ৰচন্দ্ৰ জ্যোতিষী জ্যোতিৰ্ষাণৱ-মণ্ডল- মহিমা-ৰত্নাকৰ (জ্যোতিষী), ৩। নৱজলধৰাভিৰাম শৰ্ম্মা কবিকঙ্কণ-আয়ুৰ্ব্বেদ চূড়ামণি সমগ্ৰ শৰীৰ-ব্যাধি-বিকাৰ-নিস্তাৰক (বৈদ্য) আৰু (৪) অনাদি অনন্ত শৰ্ম্মণ-সিদ্ধান্তকৌমুদী তৰ্কালঙ্কাৰ ব্যাকৰণ-জলৌধি-কৰ্ণধাৰ (বৈয়াকৰণিক)-পাণ্ডিত্যৰ ওপৰতে ভিত্তি কৰি হাস্যৰসৰ নিজৰা বোৱাইছে। দাৰ্শনিকে তেল কিনি দাৰ্শনিক চিন্তাত মগ্ন হোৱা, জ্যোতিষীয়ে খৰি আনিবলৈ গৈ শুভ ক্ষণৰ কাৰণে গছৰ ডালত বহি থকা, বৈদ্যই বজাৰলৈ গৈ কেৱল এক অনাৰ ছাল কোমোৰা কিনা আৰু বৈয়াকৰণিকে উতলা ভাত পেলোৱা, আধা কেঁচা পণ্ডিতসকলৰ এনেবোৰ কাৰ্য্যত যি বিসঙ্গতিয়ে দেখা দিছে তাৰ দ্বাৰা হাস্যৰসৰ সৃষ্টি হৈছে। দাৰ্শনিকৰ উপলব্ধিতো হাস্যৰসৰ সমল আছে — "অহো। সেই দেখিছে মই এই সিদ্ধান্তত উপস্থিত হৈছো যে বিপদসেনানীদলে দলে দলে আগমন কৰে। মই এটা দাৰ্শনিক তথ্য আলোচনা কৰোঁতে তৈল ভূমণ্ডলত পতিত হল। বৈয়াকৰণিক মহাশয়ে অন্নপাক কৰোঁতে অন্নবোৰে অপৱিত্ৰ শব্দ উচ্চাৰণ কৰা শুনি যষ্টিৰে প্ৰহাৰ কৰি নষ্ট কৰিলে - অহো ! বিড়ম্বনা ! গতস্য শোচনা

নাস্তি। সম্প্ৰতি আমাৰ জ্যোতিষী মহাশয়ক অন্বেষণ কৰি আবিষ্কাৰ কৰা যাওক।" 'বৃক্ষশাখোপৰি দোদুল্যমান হৈ' থকা জ্যোতিষীক গছৰ পৰা 'অৱতৰণ কৰাই' অনাৰ পিছত 'আমাৰ পঞ্চভূত্ত লৈ স্বদেশলৈ প্ৰত্যাগমন কৰিব পাৰিলেই নিজকেই ধন্য মানিম' বোলা বৈদ্যৰ উক্তিত হাস্যৰসৰ উপাদান আছে। সংস্কৃত নাটকৰ বিদূষকৰ আৰ্হিত এই নাটকৰ বিদূষকৰ চৰিত্ৰটি অঙ্কন কৰা হৈছে। "মানুহে কয় বোলে অল্পবিদ্যা ভয়ঙ্কৰী। এতিয়া দেখিলে নহয় স্বৰ্গদেৱ, কেতিয়াবা কেতিয়াবা মহাবিদ্যাও ভয়ঙ্কৰী।" বিদূষকৰ এই উক্তিৰ পৰা নাটকৰ সাৰমৰ্ম্ম উপলব্ধি কৰিব পাৰি। বিষয়-জঞ্জালত অনভিজ্ঞ পণ্ডিতসকলৰ গতি-গোত্ৰত ৰজাই বিচূৰ্ত্তি খালেও আলহী বুলি তেওঁলোকক একো ক'ব নোৱাৰে। পণ্ডিতসকলৰ নাম আৰু উপাধিতো হাস্য-ৰসৰ ব্যঞ্জনা আছে।

তেওঁৰ দ্বিতীয় ধেমেলীয়া নাটকখন হৈছে 'কেনেমজা' (১৯২৩)। লেখকে ইয়াক 'ধেমেলীয়া গীতি-নাট্য' বুলিছে। এইখন এক অঙ্কীয়া নাটকত সাতোটা দৃশ্য আছে। অঙ্কীয়া নাটৰ দৰে এই নাটকৰ গীতসমূহৰ পৰা নাটকৰ বিষয়-বস্তুৰ আভাস পাব পাৰি। কাছিমে তাৰ ঘৈণীয়েক জুলেখাৰ সহায়ত ধন ঘটাৰ এটা অভিনৱ 'ফিকিৰ' উলিয়ালে। "সন্ধিয়া লক্ষ্ণৌৰ বাঈজীৰ নাচ-গানৰ মজলিচ হ'ব আৰু যাৰে ইচ্ছা টিকট কিনি সিহঁতৰ ঘৰলৈ গলেই চাবগৈ পাৰিব"-এই বুলি কৈ জুলেখাই ধনী মানুহৰ ঘৰত টিকট বেচে। তাই নৃত্য-গীতৰ দ্বাৰা তেওঁলোকক ভুলায়। এইদৰে সিহঁত চহকী হয়। একেদিনাই ৭৪৫ টকা পায় আৰু শেহত দুয়ো আনন্দত গায় —

বাঃ বাঃ বাঃ বাঃ কাছিম জুলেখা
গৰীব গুচি হলো আমি কিমান ধনী চা। *(৭ম দৃশ্য)*

জুলেখাৰ চৰিত্ৰত বেশ্যাৰ লক্ষণ আছে। তাইৰ নৃত্য-গীত আৰু বচন ভঙ্গীত শৃঙ্গাৰ ৰসৰ এটা প্ৰবাহ আছে। তাইৰ নৃত্য-গীতত ভোল গৈ মিঃ কেৰগেৰীয়া কিদৰে মতলীয়া হৈছে তাক 'চালাম হুজুৰ কৰিয়ে মেহেৰবাণী' শীৰ্ষক দ্বৈত সঙ্গীতৰ পৰাই বুজিব পাৰি ! উজীৰ, নবাব, ভোগেশ্বৰ, সুৰেশ বাবু, শগুণ কেঞা আদিক জুলেখাই লুকুৱাই ৰখা দৃশ্যবোৰ অবাস্তৱ হলেও সেইবোৰে দৰ্শকক আনন্দ দিয়ে। এই নাটকত আলৌকিক অবাস্তৱ কথাৰ সংমিশ্ৰণ কম আৰু ই নিমন্ত্ৰণতকৈ অধিক উন্নত।

শেক্সপীয়েৰৰ 'ৰোমিও জুলিয়েট' নাটকৰ ছাঁ লৈ ভাৰতীয় পটভূমিত অমৰ-লীলা (১৯২০ চন) নামৰ পাঁচ অঙ্কীয়া নাটকখন ৰচনা কৰা হৈছে। এই নাটকখন ৰচনা সন্দৰ্ভত নাট্যকাৰে পাতনিত কৈছে, "শেক্সপীয়েৰ

নাটকাৱলীৰ ভিতৰত 'ৰোমিও জুলিয়েট' এখন সুপ্ৰসিদ্ধ নাটক। .... এই সুপ্ৰসিদ্ধ নাটকখনিৰ গভীৰ আৰু মৰ্ম্মস্পৰ্শী ভাববিলাকৰ আমাৰ সাহিত্যৰ অন্তৰ্ভুক্ত হোৱা বাঞ্ছনীয় বুলি ভাবি তাৰে ছাঁ লৈ ক্ষুদ্ৰ শক্তি অনুসৰি এই নাটকখনি লিখিলোঁ। ঘটনাৰ স্থূল আৰু চৰিত্ৰবিলাক ৰাজপুত দেশীয় কৰাই সুবিধাজনক দেখা হ'ল। ভাৰতীয় সমাজৰ উপযোগী কৰি 'প্লটৰ' ঠায়ে ঠায়ে পৰিবৰ্ত্তন কৰা হৈছে।"

ৰাজপুত সেনাপতি গোবিন্দ সিংহই (মূল নাটকৰ কেপুলেট্) বসন্তোৎসৱলৈ বিভিন্ন লোকক নিমন্ত্ৰণ কৰে। অতিথিসকলৰ লগত ভীমসিংহৰ (মূলত মণ্টেগু) পুতেক অমৰসিংহও (মূলত ৰোমিও) গোবিন্দসিংহৰ ঘৰলৈ যায়। অমৰসিংহই দূৰৈৰ পৰা লীলাৰ (জুলিয়েট) সৌন্দৰ্য্য-মাধুৰী পান কৰে। অমৰে গোবিন্দসিংহৰ জীয়েক লীলাৰ প্ৰতি অনুৰাগৰ কথা তেওঁৰ বন্ধু ভৈৰৱসিংহৰ আগত ব্যক্ত কৰে। গোবিন্দসিংহই বিজয়ৰ সৈতে লীলাৰ বিবাহ স্থিৰ কৰে। লীলাৰ ধাই তিলকাই অমৰ আৰু লীলাৰ গুপ্ত প্ৰণয়ৰ কথা জানে। অমৰ ৰঘুনন্দন স্বামীৰ (মূলত ফ্ৰায়াৰ লৰেন্স) ওচৰলৈ যায় আৰু লীলাৰ সৈতে তেওঁৰ গন্ধৰ্ব্ব বিবাহ সম্পাদন কৰিবৰ কাৰণে অনুৰোধ কৰে। বাবাজী সন্মত হয়। তেওঁ আশ্ৰমত উভয়কে 'শাস্ত্ৰৰ বিধানমতে' মিলন ঘটায়। পিছত কল্যাণ, অমৰ আৰু অনন্তৰ ভিতৰত অস্ত্ৰ-চালনা হয়। আৰু শেহত অনন্তৰ হাতত কল্যাণৰ মৃত্যু হয়। সেই আপাহতে উদয়পুৰৰ ৰজা যশোৱন্ত সিংহই (মূলতে ভেৰোণাৰ কোঁৱৰ এস্কেলাচ্) অমৰক 'নিৰ্ব্বাসন আজ্ঞা' দিয়ে। ইফালে বিজয় আৰু লীলাৰ বিবাহৰ দিন ধাৰ্য্য হয়। লীলাই পূৰ্ব্বৰ পৰিকল্পনা অনুযায়ী নিৰ্দিষ্ট দিনত বাবাজীৰ ঔষধ সেৱন কৰি 'বিয়াল্লিশ দণ্ড ধৰি'(মূল নাটকত ৪২ ঘণ্টা) অচেতন হয়। বাবাজীয়ে দয়ানন্দক অমৰৰ ওচৰলৈ প্ৰেৰণ কৰে কিন্তু মেঁৱাৰলৈ যাওঁতে বাটতে বন্দী হ'বলগীয়া হয়। গতিকে অমৰে বাবাজীৰ পৰা কোনো বাৰ্ত্তা নাপালে।তেওঁ অভিৰামৰ মুখে লীলাৰ মৃত্যুৰ বাতৰি পাই উদয়পুৰলৈ ঘূৰি আহে। অমৰ মৰিশালিত উপস্থিত হৈ বিহ খাই শেষ নিশ্বাস ত্যাগ কৰে, আৰু পিছত লীলা সেই ঠাইলৈ আহি অমৰৰ হাতৰ তৰোৱালখনলৈ ডিঙিত ৰেপ দি মৰে। এয়ে নাটকীয় কাহিনী।

শ্যেক্সপীয়েৰৰ 'ৰোমিও জুলিয়েট'ত আদিৰ পৰা অন্তলৈকে গীতি-কবিতাৰ সৌন্দৰ্য্য (lyrical beauty) বিয়পি পৰিছে। এই নাটকখনিয়ে অসমীয়া ৰূপ পৰিগ্ৰহ কৰিলেও মাজে মাজে , "গীতি-কবিতাৰ সৌন্দৰ্য্য উপভোগ কৰিব পাৰি। মূলৰ ভাগ অক্ষত ৰাখি নাটকখনিক ন সাজ-পাৰ পিন্ধোৱা হৈছে।

ভাষা সৰল, সহজ আৰু অমিত্ৰাক্ষৰ ছন্দৰীতিও মনোৰম। উদাহৰণ স্বৰূপে তলত দুটামান উদ্ধৃতি দিয়া হ'ল। যেনেঃ-

তোমাৰ কুলেই হ'ল পৰম শতুৰু।
তোমাৰ নামেই হায়!
পিতাৰ কান্ধত বিন্ধে শেলৰ নিচিনা।
তুমিতো তুমিয়ে আছা;
হক নাম অমৰ তোমাৰ,
ক্ষতি কিনো তাত বাৰু ?
নাম নো কি ?
হাতে ভৰি মুখ বাহু
শৰীৰৰ অবয়ব একোৱে নহয়
কিনো কথা আছেনো নামত;
গোলাপক গোলাপ নুবুলি
আন নামে মাতিলেও
মধুৰ গোন্ধটি তাৰ থাকিব একেই। *(২য় অঙ্ক, ৫ম দৃশ্য)*

'Tis but thy name that is my enemy ;
Thou art thyself, though not a Montague.
What's Montague? it is nor hand, nor foot,
Nor arm, nor face, nor any other part,
Belonging to a man. O,be some other name !
What's in a name ? That which we call a rose
By any other name would smell as sweet; *(Act II, Scene II)*

যোৱা শীঘ্ৰে অস্তাচললৈ
সূৰ্য্যৰথবাহী হেৰা বেগাল তুৰঙ্গ।
আনাগে নিশা দেবী তমসাবসনা।
আহাঁ আহাঁ সুন্দৰ যামিনী!

আহাঁ সখী! লৈ আহাঁ প্ৰাণেশ্বৰ মোৰ।
গত প্ৰাণ হয় যদি প্ৰাণৰ অমৰ,

স্বৰ্গলৈ লৈ গৈ
খণ্ড খণ্ড কৰাঁ যেন তৰাৰ ৰূপেৰে।
তেতিয়াৰ পৰা আৰু
কোনেও নকৰে চাবাঁ সূৰ্য্যৰ অৰ্চ্চনা! *(৩য় অঙ্ক, ৫ ম দৃশ্য)*

Gallop apace, you fiery-footed steeds
Towards Phoebus' lodging; such a waggoner
As Phaethon would whip you to the west,
And bring in cloudy night immediately....

Come, gentle night, come, loving black-brow'd night,
Give me my Romeo ; and, when he shall die,
Take him and cut him out in little stars,
And he will make the face of heaven so fine
That all the world will be in love with night,
And pay no worship to the garish sun. *(Act III, Scene II)*

বাহিৰত ধুনীয়া কুসুম,
ভিতৰত বিশাল ভুজঙ্গ!
কোনে জানিছিলে বাৰু
সুন্দৰ বয়ানে সেই
লুকুৱাব এনে হেন ভীষণ সংকল্প!
মনোহৰ নৰবধী!
দেৱৰূপী দুৰ্ঘোৰ পিশাচ!
দেখাত হৰিণ কিন্তু স্বভাৱ বাঘৰ !
ঘৃণিত পদাৰ্থ কিন্তু সৰগীয় শোভা! *(৩য় অঙ্ক, ৫ম দৃশ্য)*

O serpent heart,hid with a flowring face !
Did ever dragon keep so fair a cave ?
Beautiful tyrant ! fiend angelical !

Dove-feather'd raven! woefish- ravening lamb!
Despised substance of divinest show! *(Act III, Scene II)*

প্ৰাণেশ্বৰী !
এতিয়াই নেযাবাঁ আঁতৰি।
কুকুৰাৰ ডাক সিটো নহয় নিশ্চয়;
নিয়তি পখীৰ মাত
পৰিছেহি ভয়াতুৰ কাণত তোমাৰ;
ওৰে ৰাতি গায় তাই ডালিম জোপাত ! *(৪ৰ্থ অঙ্ক, ১ম দৃশ্য)*

Wilt thou be gone? It is not yet near day;
It was the nightinςale, and not the lark,
That pierc'd the fearful hollow of thine ear;
Nightly she sings on yond pomegranate tree.
Believe me, love, it was the nightingale. *(Act III, Scene V)*

এনে ধৰণৰ ভাৱানুবাদৰ অলেখ উদাহৰণ দাঙি ধৰিব পাৰি।

ইংৰাজী নাটকৰ প্ৰস্তাৱনাৰ 'কৰাছ'ৰ পৰিবৰ্ত্তে 'অমৰ লীলা'ৰ প্ৰস্তাৱনাত সখীসকলৰ গীত দিয়া হৈছে। ইংৰাজী নাটকৰ অসমীয়া ৰূপান্তৰত অঙ্ক আৰু দৃশ্য বিভাজনৰো অনেক সালসলনি ঘটাইছে। যেনে- ৰোমিও জুলিয়েটৰ ১ম অঙ্কত পাঁচোটা দৃশ্য আছে। আৰু 'অমৰ-লীলা'ৰ ১ম অঙ্কত ৪টা দৃশ্য আছে। ইংৰাজী নাটকৰ পঞ্চম দৃশ্যটো অমৰ-লীলাৰ দ্বিতীয় অঙ্কৰ প্ৰথম দৃশ্যত আছে। অমৰ-লীলাৰ ৫ম অঙ্ক ৫ম দৃশ্যৰ সামৰণিত পট-পৰিবৰ্ত্তন নন্দন কাননৰ দেৱাঙ্গনাসকলৰ গীত সংযোজনা কৰা হৈছে। মুঠতে নিপুণ নাট্যকাৰে মুকলিভাৱে নাটকৰ অঙ্ক আৰু দৃশ্যৰ সালসলনি কৰি নাটকখনি মৌলিক নাটকৰ দৰে ৰচনা কৰিছে।

প্ৰবীণ সাহিত্যিক পদ্মধৰ চলিহাই নাটক আৰু কবিতাৰে মাতৃভাষালৈ অৰ্ঘ্য নিবেদন কৰে। বিংশ শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত তেওঁ যি বৰঙণি দি গ'ল তাৰ কাৰণে অসমীয়া সাহিত্যৰ বুৰঞ্জীত তেওঁৰ নাম স্মৰণীয় হৈ থাকিব।

# মিত্ৰদেৱ মহন্তৰ ব্যক্তিত্ব

প্ৰত্যেক ব্যক্তিৰে একোটা স্বকীয় বৈশিষ্ট্য থাকে। এই বৈশিষ্ট্য প্ৰকাশ পায় তেওঁৰ সাজপাৰ, চাল-চলন আৰু আচৰণত। এনে এজন চাৰিত্ৰিক বৈশিষ্ট্যৰ উজ্জ্বল ব্যক্তি হ'ল সাহিত্যাচাৰ্য্য মিত্ৰদেৱ মহন্ত (১৮৯৪-১৯৮৩)।

সুগোল মুখমণ্ডল, হাঁহো-হাঁহো চকুযুৰি, মৌ-সনা মিঠামাত, নাতিদীৰ্ঘ অবয়ব, শুক্ল-বস্ত্ৰ পৰিহিত, গাত চেলেং-কাপোৰ আৰু মূৰত মথুৰাপাগ— এয়ে সাহিত্যাচাৰ্য্য মহন্তদেৱৰ বহিৰাৱৰণ। হাতত লাখুটিডাল লৈ সৰ্ব্বাইবন্ধাৰ লেটুগ্ৰাম সত্ৰৰ পৰা যোৰহাট নগৰলৈ অহা বা নগৰৰ পৰা ঘূৰি যোৱা মহন্তদেৱক যিসকলে লগ পোৱাৰ সৌভাগ্য ঘটিছে, সেইসকলে তেওঁৰ মধুৰ সম্ভাষণত মোহিত নহৈ নোৱাৰে। তেওঁৰ মোহনীয় ব্যক্তিত্বই সকলোকে চুম্বকৰ দৰে আকৰ্ষণ কৰে।

যিজন মানুহে প্ৰথম সাক্ষাততে সকলো শ্ৰেণীৰ লোকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰে আৰু যিজনে বয়সৰ ব্যৱধান পাহৰি ল'ৰা-ডেকা-বুঢ়া সকলোৰে লগত বয়সোপযোগী কথাৰ বিনিময় কৰিব পাৰে সেইজন মিত্ৰদেৱ মহন্ত দৰাচলতে সকলোৰে মিত্ৰ। তেওঁ অশেষ গুণৰ আধাৰ স্বৰূপ। আদৰ্শ শিক্ষক, সুবক্তা, কবি, নাট্যকাৰ, শিশু-সাহিত্যিক, ৰসৰাজ, শিল্পী, অভিনেতা, শাস্ত্ৰবেত্তা। ধৰ্ম্মপ্ৰাণ আৰু পৰধৰ্ম্মৰ প্ৰতি সহিষ্ণু মিত্ৰদেৱ মহন্ত নিজেই এটা অনুষ্ঠান স্বৰূপ। তেওঁৰ স্মৃতি-শক্তি প্ৰখৰ আছিল। কীৰ্ত্তন, দশম, ভাগৱত আদিৰ পদ নাইবা সংস্কৃত শাস্ত্ৰ বা কাব্যৰ শ্লোক তেওঁৰ কণ্ঠস্থ। সভাই-সমিতিয়ে বক্তৃতা প্ৰসঙ্গত গলগলীয়া মাতেৰে সৰসৰীয়াকৈ সংস্কৃত শ্লোকৰ যিদৰে উদ্ধৃতি দিয়ে তাক শুনি কেতিয়াবা ভাবো যে মানুহ গৰাকীয়ে জীৱনত অলেখ শ্লোক -পদ মুখস্থ কৰিলে। পৰিণত বয়সতো তেওঁৰ স্মৃতি-শক্তি অটুট আছিল। তেওঁ আমাক কোৱা মতে একোটা শ্লোক বা পদ তিনিবাৰ পঢ়িলেই কণ্ঠস্থ হয়। তেওঁ যিমানখিনি কথা অধীত আৰু আয়ত্ত কৰিলে তাৰ তুলনাত তেওঁ চিন্তামূলক বা তত্ত্বমূলক গ্ৰন্থ ৰচনা নকৰিলে। সত্ৰৰ জীৱনটো সহজ-সৰলভাৱে গ্ৰহণ কৰা আৰু গীত-নাটৰ প্ৰতি অনুৰাগ থকাৰ কাৰণে সেইকথা চিন্তা নকৰিলে। আনকি বাৰে বাৰে অনুৰোধ কৰা সত্বেও তেওঁ আত্ম-জীৱনী নিলিখিলে।

তেওঁ এজন আদর্শ শিক্ষক। তেওঁ প্ৰায় ৩২ বছৰকাল শিক্ষকতা কৰি হাজাৰ হাজাৰ ছাত্ৰক গঢ় দিয়ে। প্ৰত্যুৎপন্নমতিসম্পন্ন, ৰাগ-দ্বেষহীন, স্মিতহাস্য আৰু সদাপ্ৰসন্ন মহন্তই ৰসিকতাৰে শ্ৰেণীৰ পৰিবেশ সজীৱ কৰি তুলিব পাৰিছিল। তেওঁৰ পাঠদান কেনে ৰসাল আৰু মনত সাঁচ বহুৱা বিধৰ আছিল তাক তলৰ উদাহৰণৰ পৰাই স্পষ্ট হ'ব। তেওঁ যোৰহাট চৰকাৰী হাইস্কুলত চাকৰি কৰাৰ আগছোৱাত কিছুকাল প্ৰফুল্লচন্দ্ৰ চেটাৰ্জী, এম-এ, সেই বিদ্যালয়ৰ প্ৰধান শিক্ষক আছিল। বঙালী হেডমাষ্টৰজনৰ বিষয়ে সমালোচনামূলক কিছু কথা 'অসমীয়া' কাকতত প্ৰকাশ হৈছিল, আৰু তেওঁ সেইটো মিত্ৰদেৱ মহন্তৰে কাম বুলি ভাবিছিল। এদিন মহন্তই তল শ্ৰেণীত ইংৰাজী ব্যাকৰণৰ (পাঠ — বিশেষ্যৰ প্ৰকৰণ) পাঠদান কৰিছে আৰু সিফালে হেডমাষ্টৰে বাৰাণ্ডাৰ একাষে মহন্তই নেদেখাকৈ তেওঁৰ পাঠদানৰ কথা শুনি আছে। পাঠদানৰ প্ৰসঙ্গত শিক্ষকে প্ৰশ্ন কৰিলে —তোমালোকৰ স্কুলৰ হেডমাষ্টৰজনৰ নাম কি ? তেওঁ কিমান পঢ়া ?

ছাত্ৰই উত্তৰ দিলে, প্ৰফুল্লচন্দ্ৰ চেটাৰ্জী ; এম-এ পাচ।

শিক্ষক ঃ সংক্ষেপে তেওঁৰ নামটোৰ আদ্যাক্ষৰসমূহ কি হ'ব ?

ছাত্ৰ ঃ পি. চি. চি।

শিক্ষক ঃ তেন্তে এই নাম আৰু উপাধি একে লগে কি হ'ব ?

ছাত্ৰ ঃ পি. চি. চি. এম. এ।

শিক্ষক ঃ তেন্তে এই বৰ্ণ কেইটাতে আমি 'নাউন্'ৰ ভাগ কেইটা পাওঁ। যেনে-প্ৰপাৰ-নাউন...।

হেডমাষ্টৰজন সেই ঠাইত কিছুপৰ ৰৈ আঁতৰি গ'ল। ঘণ্টা পৰিল। তেওঁ মিত্ৰদেৱ মহন্তক তেওঁৰ কাৰ্য্যালয়লৈ মতাই পঠালে। চেটাৰ্জীয়ে মহন্তৰ পাঠদানৰ উচ্চ প্ৰশংসা কৰে আৰু হেডমাষ্টৰৰো মহন্তৰ প্ৰতি পূৰ্ব্বৰ কুষাৰি ভাব দূৰ হ'ল। প্ৰকৃততে শ্ৰেণীত শিক্ষকজনেই উত্তম বিধি। মহন্তই ১৯২৫ চনত ঢাকা ট্ৰেইনিং কলেজত (বৰ্ত্তমান বাংলাদেশত) এল.টি. পঢ়ে। উক্ত প্ৰশিক্ষণ মহাবিদ্যালয়ৰ সমাৱৰ্ত্তন উৎসৱৰ ভাষণত অধ্যক্ষ মাইকেল ওৱেস্টে কৈছিল যে 'ভাল শিক্ষক বুলি ছাত্ৰসকলে দিয়া নিদৰ্শন পত্ৰখনিহে অধিক মূল্যৱান।' সেয়েহে আজিও শিক্ষক মহন্তদেৱৰ কথা ছাত্ৰৰ মুখে মুখে। শ্বিলঙত অৱসৰপ্ৰাপ্ত আই-এ-এচ্ শ্ৰীলক্ষেশ্বৰ শৰ্মাক লগ পাওঁতে তেওঁ মিত্ৰদেৱ মহন্তৰ পাঠদান আৰু মানুহজনৰ অমায়িক ব্যৱহাৰৰ কথা শ্ৰদ্ধাৰে স্মৰণ কৰি অনুৰাগ প্ৰকাশ কৰিছিল।

ধৰ্ম্মপ্ৰাণ মহন্তদেৱ এজন তত্ত্বপিপাসু লোক আৰু তেওঁৰ শাস্ত্ৰ-জ্ঞানো

গভীৰ। ধৰ্ম্মাচাৰ্য্য গৰাকীক শাস্ত্ৰ-বেত্তা বুলিলেহে লজ্জিতা খায়। কেনে উদাৰ! সকলো ধৰ্ম্ম-সম্প্ৰদায়ৰ প্ৰতি সহিষ্ণুতা আৰু অবিৰোধ মনোভাৱ তেওঁৰ আধ্যাত্মিক সাধনাৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য। তেওঁ সভা-সমিতিত কথা-প্ৰসঙ্গত বিভিন্ন ধৰ্ম্মগ্ৰন্থসমূহৰ সাৰ্ব্বজনীন ভাববোৰৰ উদ্ধৃতিৰে শ্ৰোতাসকলক মুগ্ধ কৰাৰ উপৰি স্বকীয় আধ্যাত্মিক উৎকৰ্ষৰ পৰকাষ্ঠা দেখুৱায়।

মিত্ৰদেৱ মহন্ত অধিকাৰে এটা সামাজিক দায়িত্বও বহন কৰে। তেওঁ উপস্থিত থকা ৰাজহুৱা সভাত সমাজৰ আভ্যন্তৰীণ খেলি-মেলি দূৰ কৰি সুস্থ সমাজ গঢ়াৰ ওপৰত গুৰুত্ব আৰোপ কৰে। বাক বিতণ্ডা আৰু অসূয়া-অপ্ৰীতিয়ে সমাজ খুলি খুলি খায়। তেওঁ যুক্তি আৰু শাস্ত্ৰৰ বচনেৰে বিপক্ষ দলৰ মতভেদ দূৰ কৰে। ধৰ্ম্মাচাৰ্য্য গৰাকীয়ে সামাজিক আৰু নৈতিক দায়িত্ব পালনৰ অৰ্থে কেতিয়াবা তিনিসজীয়া লঘোণেৰে দূৰ ঠাইলৈ গৈও সভা-সমিতিত যোগ দিয়ে। ইয়াৰ উপৰি সত্ৰাধিকাৰে শিষ্যবৰ্গক এৰি থাকে বা কেনেকৈ ?

মহন্তৰ সঙ্গে হৰি-কথা-ৰসে
মনক জিনিয়ো ভাই। *(নাম-ঘোষা)*

মহন্তদেৱ এজন শিল্পী, নাট্যকাৰ আৰু সফল অভিনেতা। খোল-তালৰ নিনাদ আৰু বৈষ্ণৱ সংস্কৃতিৰ পৰিবেশত পৰিপুষ্ট ডেকা মহন্তই পাশ্চাত্য মঞ্চক স্বাগতম জনাই নামঘৰ আৰু ৰঙ্গমঞ্চৰ মাজত সংযোগ-সেতু স্থাপন কৰে। তেওঁ 'প্ৰচ্ছন্ন পাণ্ডৱ' নাটখন নামঘৰ আৰু নাটঘৰৰ উপযোগীকৈ ৰচনা কৰে। তেওঁ অভিনেতা হিচাপে পুৰুষ-স্ত্ৰী ভূমিকা আৰু ধেমেলীয়া চৰিত্ৰত সুখ্যাতি অৰ্জ্জন কৰে। তেওঁ যোৰহাট ৰঙ্গমঞ্চত মাকৰীমেম (মহৰী নাটক), শচী (শ্ৰীবৎস চিন্তা) আদি স্ত্ৰী-চৰিত্ৰ আৰু কেন্দুকলাই (নৰনাৰায়ণ), শ্ৰীকৃষ্ণ (নৰকাসুৰ) আদি পুৰুষ চৰিত্ৰত অভিনয় কৰি একালত দৰ্শকক মুগ্ধ কৰিছিল। ১৯৩৩ চনত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা যোৰহাটলৈ আহোতে তেওঁৰ সন্মানাৰ্থে যোৰহাট থিয়েটাৰত অভিনীত 'বৈদেহী বিয়োগ' নাটকত নাট্যকাৰ মহন্তই ধোবাৰ ভূমিকাত অৱতীৰ্ণ হৈ 'নাচি নাচি স্বৰচিত 'অ পানসৈ চি-চৈ চি-চৈ' দ্বৈত সঙ্গীতটি গাই স্বয়ং বেজবৰুৱাকো মুগ্ধ কৰিছিল। আনন্দত আপ্লুত হৈ বেজবৰুৱাই কৈছিল, "মই এই দলটো লৈ কলিকতাত কিল্লাফটে কৰি আহিব পাৰো।" মহন্তই অভিনয়ৰ কৃতিত্বৰ কাৰণে সঙ্গীত নাটক অকাডেমিৰ সন্মান(১৯৬১ চন) লাভ কৰে।

মহন্তদেৱ এজন ৰসিক লোক। নিজে নেহাঁহিও আনক হঁহুৱাব পাৰে।

তেওঁৰ বচন-ভঙ্গীৰ উপৰি ধেমেলীয়া নাটকসমূহো ইয়াৰ সাক্ষী। 'কুকুৰীকণাৰ আঠমঙ্গলা' আৰু 'বিয়া বিপৰ্য্যয়' প্ৰহসন দুখনে এসময়ত জনপ্ৰিয়তা অৰ্জ্জন কৰিছিল। প্ৰহসনৰ কোনো এটা চৰিত্ৰত অৱতীৰ্ণ হৈ তেওঁ দৰ্শকক হুহুঁৱাই পেটৰ নাড়ী ছিঙে। ধেমেলীয়া নাটক অভিনয়ৰ কৃতিত্বৰ উৎস হ'ল সম্ভৱ তেওঁৰ ধেমেলীয়া স্বভাৱ আৰু উপস্থিত বুদ্ধি। তেওঁ তাহানি কলিকতাৰ হিজ মাষ্টাৰচ্ কোম্পানীত বাণীবদ্ধ কৰা 'তাই মোৰ প্ৰিয়া পানেসৈ, তাই মোৰ মনে ঘনেকৈ' ৰেকৰ্ডখনিয়ে একালত আলোড়নৰ সৃষ্টি কৰিছিল।

তেওঁ শিশুৰ দৰে সৰল আৰু অভিমানশূন্য। তেওঁ সকলো কথা সহজ-সৰলভাৱে গ্ৰহণ কৰে। সাজ-পাৰ, চলন-ফুৰণ, আচাৰ-ব্যৱহাৰ, আলাপ-আলোচনা আদি সকলো বিষয়তে তেওঁৰ এটা স্বকীয় বৈশিষ্ট্য আছিল। তেওঁ নিয়মমতে চলিছিল। মৃত্যুৰ কিছুবছৰ আগলৈকে তেওঁ ব্ৰহ্মমুহূৰ্ত্ততে শয্যা ত্যাগ কৰি নিজ গৃহৰ নাতিদূৰেদি প্ৰৱাহিত ভোগদৈ নৈত স্নান কৰিছিল। সত্ৰৰপৰা নগৰলৈ যাব লগা হ'লে সততে খোজ-কাঢ়ি অহা-যোৱা কৰিছিল। সত্ৰৰ নিত্য -নৈমিত্তিক কাম কৰাৰ উপৰি কেতিয়াবা দূৰ গাঁৱলৈ গৈ শিষ্যবৰ্গৰ লগত ধৰ্ম্মালোচনাতো মগ্ন থাকিব লগা হৈছিল। ইয়াৰ মূলতে হ'ল তেওঁৰ সহৃদয়তা, অনাড়ম্বৰ জীৱন-যাপন আৰু কঠোৰ শ্ৰম। তেওঁ জীৱনটো সহজভাৱে গ্ৰহণ কৰিছিল যেন লাগে। সেইকাৰণে বোধ হয় ধৰ্ম্মমূলক বা তত্ত্বমূলক গ্ৰন্থ ৰচনা কৰাৰ কথা চিন্তা কৰা নাছিল।

'চিৰ-চেনেহী মোৰ ভাষা জননী' গীত ৰচয়িতা, সৰ্বগুণী, সদানন্দ, আদৰ্শ শিক্ষক, ধৰ্ম্মাচাৰ্য্য আৰু অসমীয়া সাংস্কৃতিক ঐতিহ্যৰ অন্যতম ধাৰক আৰু বাহক, সৰস বক্তা, কবি, নাট্যকাৰ আৰু শিল্পী সাহিত্যাচাৰ্য্য মিত্ৰদেৱ মহন্তৰ ব্যক্তি মহিমা বিশ্লেষণ কৰা সম্ভৱপৰ নহয়। স্বনামধন্য মিত্ৰদেৱ মহন্তৰ নিচিনা সৰ্ব্বগুণী পুৰুষ বৰ কমেহে ওপজে, আৰু তেনে লোকৰ জীৱনেই অনুগামীসকলৰ আৰ্হিস্বৰূপ হৈ পৰে।

# মোৰ দৃষ্টিত নকুলচন্দ্ৰ ভূঞা

১৯৫২ চনৰ এপ্ৰিল মাহৰ ২০/২২ তাৰিখ। সময় আবেলি। মই বৰকটকী কোম্পানীৰ দুৱাৰদলি পাৰহৈ দোকানীৰ ওচৰৰ তক্তাপোচত এজন আদহীয়া মানুহ বহি থকা দেখা পালোঁ। তেওঁৰ পিন্ধনত মুগাৰ কুৰ্তা, চুৰিয়া আৰু গাত চেলেং, চুলি চুটিকৈ কটা আৰু গোঁফো চুটি। পকা-থেকেৰাৰ নিচিনা মুখমণ্ডল। চকুৰ জেউতি উজ্জ্বল। হাতত তামোলৰ টেমা। প্ৰথম দৰ্শনত কোনোবা সম্ভ্ৰান্ত ব্যক্তি যেন লাগিল।

মই তেওঁলৈ অচিনাকিৰ দৰে চোৱা দেখি বৰকটকী কোম্পানীৰ পৰিচালক বেদনাথ ঠাকুৰে মোক ক'লে, "অ' তেখেতক চিনি পোৱা নাই ? এখেত নকুলচন্দ্ৰ ভূঞা, সাহিত্যিক, বৰচাপৰি বাগিচাৰ মেনেজাৰ।" ঠাকুৰে মোৰো চিনাকি দিলে। সেই সময়ত মই যোৰহাট নৰ্মাল স্কুলত শিক্ষকতা কৰোঁ।

ভূঞাদেৱ আসাম টি কোম্পানীৰ সেইখন ডাঙৰ বাগিচাৰ ব্যৱস্থাপক। তেওঁৰ সাজ-পাৰ আৰু ব্যৱসায়ৰ ভিতৰত বিৰাট ব্যৱধান। তেওঁ মোৰ অপৰিচিত ব্যক্তি নহয়; কিয়নো তেওঁৰ গল্প ('আৱাহন'ত প্ৰকাশিত) আৰু জোনোৱালী পঢ়া মনত আছে; 'বহাগী'খনো লুকাই লুকাই দুই-তিনিবাৰ লুটিয়াইছিলোঁ। তদুপৰি তেওঁৰ চন্দ্ৰকান্ত সিংহ, বদন বৰফুকন আৰু বিদ্ৰোহী মৰাণ নাটককেইখনৰ অভিনয় ছাত্ৰ-জীৱনত উপভোগ কৰিছিলোঁ। আনকি চন্দ্ৰকান্ত সিংহ নাটকৰ এটা দৃশ্যত মানে জুই জ্বলাই গোৱা-গীতটোৱে — "ধৰি আন কাটি আন দেহি জুইত দলিয়াই। নথ'বি নথ'বি সঁচ, হেৰ, পতিয়ন নাই" ভয় সঞ্চাৰ কৰাৰ উপৰি ক্ষোভৰ সৃষ্টি কৰিছিল। মানহঁতক অমানুহ বুলিছিলোঁ। তেওঁৰ লগত কথা পাতি বৰ ভাল লাগিল। মোক চুম্বকৰ দৰে আকৰ্ষণ কৰিলে।

ফটা হক ছিটা হক পাটৰ টঙালি

ভাল হক বেয়া হক ভূঞাৰ পোৱালি — এই 'টোপা নাতিটোৱেই বৰভূঞাসকল যে মান-মৰ্য্যাদাত অতি উচ্চ সেই কথাটোকে জল্‌জল্ পট্‌পট্‌কৈ আজিও' জিলিকি আছে। এই বাৰভূঞা বংশৰ নকুলচন্দ্ৰ ভূঞাৰ সঙ্গ লাভেও মোৰ জীৱনত মচিব নোৱৰা সাঁচ বহুৱাই গ'ল। এয়া মোৰ তেওঁৰে সৈতে প্ৰথম পৰিচয়।

নকুলচন্দ্রৰ (১৮৯৫-১৯৬৮) জীৱনৰ অভিজ্ঞতাও বিচিত্র। তেওঁ ১৯১৬ চনত প্রবেশিকা পৰীক্ষাত উত্তীর্ণ হয়। সিমানতে শিক্ষা-জীৱনৰ অন্ত পৰিল। তেওঁ জীৱনোপায়ৰ কথা চিন্তা কৰিবলৈ ধৰিলে। তেওঁ দুবছৰৰ মূৰত ডিবুৰলৈ গৈ সেই ঠাইত পুথি-ভঁড়ালী কামত সোমায়। পিছত তেওঁ ডিব্রু-শদিয়া ৰেলত কেৰেণী কামত সোমায়। এই পদত থাকোঁতে ৰেল কোম্পানীৰ পৰা জলপানী লৈ তেওঁ কলিকতাত টাইপ্ ৰাইটিং, শ্বর্টহেণ্ড আৰু বুক্-কিপিঙৰ শিক্ষা লাভ কৰে। কলিকতাত ন মাহ থাকোঁতে সেই ঠাইত বহা (১৯২০) কংগ্রেছৰ এটা বিশেষ অধিবেশনত অসমৰ প্রতিনিধিৰূপে যোগদান কৰে। কলিকতাৰ পৰা ঘূৰি আহি পূর্বৰ ৰেলৰ চাকৰিত যোগ দিয়ে, আৰু কিছুদিনৰ পিছত তেজপুৰলৈ বদলি হয়। ১৯২৩ চনৰ পৰা তেজপুৰত কেইবছৰমান চাকৰি কৰি সেই কাম এৰি যোৰহাট চাহ কোম্পানীত পোনতে শিক্ষা-নবিচৰূপে কাম শিকি সেই কোম্পানীৰ চাকৰিত সোমায়। তেওঁ দোপত-দোপে উন্নতি কৰি শেহত বৰচাপৰিৰ বাগিচাৰ মেনেজাৰ পদ পায়গৈ। তেওঁ ১৯৫৪ চনত চাকৰিৰ পৰা অৱসৰ গ্রহণ কৰে।

চাকৰিকালত পোনতে তেওঁ ডিব্রুগড়ত আনন্দচন্দ্র আগৰৱালা, চন্দ্রকুমাৰ আগৰৱালা, ৰজনীকান্ত বৰদলৈৰ সান্নিধ্য লাভ কৰিছিল; কলিকতাত থাকোঁতে লগ পাইছিল বেণুধৰ শর্মা, লক্ষ্মীনাথ ফুকন, পদ্মধৰ চলিহা আদিক; আৰু তেজপুৰত থকা কালত সঙ্গ লাভ কৰিছিল পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্র গোস্বামী, দণ্ডিনাথ কলিতা, পিয়াৰি মোহন চৌধুৰী আদিৰ। তেজপুৰৰ বাণ ষ্টেজে নকুলচন্দ্র ভূঞাক নাটক ৰচনাৰ প্রেৰণা দিয়ে। তেওঁ পোনতে বাধ্যত পৰি নাটক ৰচনা কৰে।

তেওঁ অসম সাহিত্য সভাৰ লগত প্রথম কেইবছৰমান সক্রিয়ভাৱে জড়িত আছিল। কিন্তু জীৱিকাৰ ক্ষেত্রত বিভিন্ন ঠাইত থাকিবলগীয়া হোৱাৰ কাৰণে তেওঁৰ সভাৰ লগত যোগসূত্র হেৰাইছিল। চাকৰিৰ পৰা অৱসৰ গ্রহণ কৰি যোৰহাটত স্থায়ীভাৱে বসবাস কৰাত সভাৰ সৈতে তেওঁৰ পুনৰ সংযোগ ঘটিল। সন্ধিয়াপৰত চন্দ্রকান্ত সন্দিকৈ ভৱনলৈ অহাটো অভ্যাসত পৰিণত হ'ল। সেই সময়ত (অর্থাৎ যি সময়ত মই সভাৰ সহকাৰী সম্পাদক আৰু পিছত প্রধান সম্পাদক হৈ আছিলোঁ) সন্ধিয়া সভাঘৰলৈ অহাসকলৰ ভিতৰত আছিল দেৱেশ্বৰ শর্মা (ভূতপূর্ব চৰকাৰী উকিল), জেহিৰুদ্দিন আহমদ (সকলোৰে ছাৰ), নকুলচন্দ্র ভূঞা ইত্যাদি। সেই সময়ত কৃষ্ণকান্ত সন্দিকৈ আৰু সাহিত্য সভাৰ মাজত যোগসূত্র স্থাপন কৰিছিল তেওঁৰ বন্ধু ভূঞাই।

মোৰ কলেজীয়া জীৱনৰ(আই-এ শ্রেণী) কথা। সন্দিকৈ তেতিয়া

যোৰহাট কলেজৰ(বৰ্তমান জে-বি কলেজ)অধ্যক্ষ। প্ৰথম বাৰ্ষিকত পঢ়োঁ। শ্ৰীকৃষ্ণৰ ৰাসযাত্ৰাৰ সময়। আমি ছাত্ৰাবাসৰ তিনিজন ছাত্ৰই শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰত ৰাস চোৱাৰ কথা গলা-গোপা কৰিলোঁ। ৰাসৰ দিনা পুৱা ছাত্ৰাবাসৰ অধীক্ষক ফণীধৰ দত্তছাৰক লগ কৰি আমাৰ ছুটীৰ আবেদনখন মঞ্জুৰ কৰাই চূড়ান্ত অনুমতিৰ নিমিত্তে যোগেন চকীদাৰৰ হাতত দি ককিলামুখলৈ গলোঁ। টুলুঙা নাও এখনত উঠি মাজুলী পালোঁগৈ। পিছদিনা আবেলি ছাত্ৰাবাস পাই গম পালো যে আমি যাবৰ দিনা কলেজৰ অধ্যক্ষ সন্দিকৈ ছাৰে ছাত্ৰাবাসলৈ আহি আমাৰ অনুপস্থিতিৰ বুজ লৈছিল। তেখেতৰ চূড়ান্ত অনুমতি নোলোৱাকৈ যোৱাৰ কাৰণে আমাৰ শাস্তিৰ আদেশ হ'ল। মৰণত শৰণ দি পিছদিনা পুৱা ন বজাত অধ্যক্ষৰ বঙলা পালোগৈ। তেখেতক কলোঁ, "আমি ছাত্ৰাবাসৰ বিধি নজনাৰ কাৰণে এই ভুল হ'ল। ভৱিষ্যতে এনে কাম কেতিয়াও নকৰোঁ।" তেখেতে ক'লে, "মই অজ্ঞতা ক্ষমা কৰিব পাৰো, কিন্তু অবাধ্যতা সহ্য নকৰো।" তেখেতে সেইবাৰলৈ আমাক ক্ষমা কৰিলে। এই ঘটনাই মোৰ চকু মুকলি কৰিলে । নকুলচন্দ্ৰ ভূঞাৰ আগত এই কথা সন্দিকৈয়ে কৈ মন্তব্য কৰিছিলঃ "তেওঁক এসময়ত অবাধ্য বুলি ভাবিছিলোঁ কিন্তু তেওঁ তেনে নহয়।" সন্দিকৈ আৰু ভূঞা প্ৰায় সমসাময়িক, আৰু দুয়ো একে ঠাইৰে মানুহ। এই নিমিত্তে সন্দিকৈয়ে ভূঞাৰ জৰিয়তে চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু অসম সাহিত্য সভাৰ বা-বাতৰি পাইছিল। প্ৰায় ১৯৫৭ চনৰ পৰা ভূঞাদেৱে চলি-কৰি থকালৈকে সভাঘৰলৈ সন্ধিয়া আহি আছিল।

তেওঁক সন্ধিয়া ঘনাই লগ পোৱাৰ কাৰণেইনে কি ক'ব নোৱাৰোঁ মুকলি মনেৰে কথা পাতিছিলোঁ। অনেক সজ পৰামৰ্শ দিছিল। আমাৰ বয়সৰ ব্যৱধান আঁতৰি গৈছিল। তেওঁ মোক 'আপুনি' বুলি সম্বোধন কৰাত দুই-এবাৰ আপত্তি কৰিছিলোঁ, কিন্তু সেই বিষয়ে একো নকয় বা উত্তৰ নিদিয়ে।

ভূঞা যোৰহাট সাহিত্য সভাৰ এবাৰ সভাপতি আছিল, সম্পাদক বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা। কবি বৰুৱা হিচাপী নহয়। কেতিয়াবা ভূঞাই সোধে, "বৰুৱাদেৱ সভাৰ হিচাপ ৰখাৰ ব্যৱস্থা কৰে যেন। সম্পাদকেও 'ৰখা হ'ব' বুলি শলাগে। এদিন সন্ধিয়া সভাঘৰত ভূঞা, বৰুৱা, হৰিপ্ৰসাদ নেওগ আৰু এজন(সম্ভৱ দুৰ্গাধৰ শইকীয়া)। মোৰ অহাত অলপ বেলি হৈছিল। সোমাই দেখোঁ — ভূঞা আৰু বৰুৱাই নিজৰ জীৱনৰ কথা কৈছে। সাৰাংশ — ভূঞা এবাৰ মাজুলীলৈ গৈছিল। ৰহিলাই গোৱা বন-ঘোষা এটা শুনি তেওঁ মোহিত হৈছিল — নিজে দুটামান কলি গাইছিল। বৰুৱাই আপোন-পাহৰা হৈ আৰম্ভ কৰিলে দিহাত শুনা তেলটুপি চৰাইৰ গীত। খন্তেকতে লোক-

সংস্কৃতিৰ ভঁড়ালৰ যেন দুৱাৰ মেল খালে।

লোক-সংস্কৃতিৰ গৱেষণাৰ ক্ষেত্ৰত ভূঞাৰ এখন সুকীয়া আসন আছে। তেওঁ ১৯১৭ চনৰে পৰা ১৯১৯ চনলৈকে অনেক বিহুগীত সংগ্ৰহ কৰে। ১৯২৩ চনত 'বহাগী' প্ৰকাশ হয়। তেতিয়াৰ পৰা বিহুগীত আৰু বন-ঘোষাৰ সমাদৰ বাঢ়িল। "এই গৰখীয়া গীতবিলাকত পুৰণি অসমীয়া গাৱঁলীয়া জীৱনৰ সুখ-দুখ, আশা-ভয়, আদৰ্শ-আকাংক্ষা প্ৰভৃতিৰ এটি জ্বলন্ত চিত্ৰ দেখিবলৈ পোৱা যায়"(পদ্মধৰ চলিহা)।

ডেকাকালত সংগ্ৰহ কৰা এই গীতবোৰক সুবিধা পালেই গল্প বা নাটকৰ অন্তৰ্ভুক্ত কৰে। গল্পৰ শৰাইৰ অন্তৰ্ভুক্ত — কাৰ দোষত, কি ভীষণ প্ৰতিদান, ওপৰঞ্চি লাভ আদি তাৰেই নিদৰ্শন। নাটকৰ নিদৰ্শন হ'ল ৰহিলাৰ গীত (চতুৰ্থ অঙ্ক-তৃতীয় পট), ধনেশ্বৰী গীত (৩য় অঙ্ক-৪ৰ্থ পট, চন্দ্ৰকান্ত সিংহ)।

তেওঁ চাহ বাগিচাৰ কাৰ্যাধ্যক্ষৰ দায়িত্বত থাকিও বনুৱাসকলৰ প্ৰিয়ভাজন হৈছিল। চাহ শ্ৰমিকৰ মাজত ভাওনা প্ৰচলনৰ চেষ্টা কৰিছিল। দুখনমান চাহ বাগিচাত অসমীয়া ভাওনা কৰাই চাহ শ্ৰমিকসকলক অসমৰ প্ৰতি, অসমীয়া সংস্কৃতিৰ প্ৰতি আকৃষ্ট কৰিবৰ কাৰণে চেষ্টা কৰিছিল। তেওঁ যে শ্ৰমিকসকলৰ হিতাকাঙ্ক্ষী এই কথা পৰিলক্ষিত হৈছিল ১৯৬০ চনত লোকপিয়ল সংক্ৰান্ত কামত বৰচাপৰি চাহ বাগিচাত অসম সাহিত্য সভাৰ ফালৰ পৰা এখন সভা অনুষ্ঠিত কৰোঁতে। সেইদিনা সন্ধিয়া সভাৰ অন্তত দুজন চাহ শ্ৰমিক(চকিদাৰ) তেওঁৰ ওচৰলৈ আহিল। তেওঁ চিনি পাই তেওঁলোকৰ ল'ৰা-ছোৱালীৰ বা-বাতৰি সোধাৰ উপৰি আন দুজনমানৰ কথা সুধিলে। মই আচৰিত হ'লোঁ। তেওঁ চাহ শ্ৰমিকসকলৰ স্নেহৰ আৰু শ্ৰদ্ধাৰ পাত্ৰ। তেওঁলোকৰ মাজত প্ৰচলিত সাধুকথা, প্ৰবাদ আদিৰ কথাও জানিছিল। তেওঁ 'চাহ বাগিচাৰ বনুৱা' (১৯৬০) পুথিৰ পাতনিত লিখিছে, "দেৰকুৰি বছৰ, চাহ বাগিচাৰ বনুৱাসকলৰ লগত, একে পৰিয়ালৰ দৰে, থাকিবলৈ সুযোগ পাইছিলোঁ। এই সুযোগতে তেওঁবিলাকৰ বেলেগ বেলেগ জাতৰ মানুহবিলাকৰ দায়-দস্তুৰৰ আভাস ঘনিষ্ঠভাৱে জানিব পাৰিছিলোঁ।" আনকি এই শ্ৰমিকসকলে সহজে অসমীয়া শিকিব পৰাকৈ তেওঁ 'আমাৰ পাঠ' (১৯৫১) নামৰ এখন পুথি লিখিছিল আৰু সেইখন যোৰহাট টি কোম্পানীয়ে প্ৰকাশ কৰিছিল।

ভূঞা এজন ইতিহাসবিদ। ১৯১৬ চনতে প্ৰকাশ হোৱা 'বাৰভূঞা' নামৰ পুথিখন তেওঁৰ বুৰঞ্জী-চৰ্চাৰ ফল। সেইখনকে আহল-বহলকৈ লিখি ১৯৬১ চনত প্ৰকাশ কৰে। তাহানি ৰাজমোহন নাথৰ 'নুমলীগড়' প্ৰবন্ধৰ বিষয়ে বাদানুবাদ হৈছিল। ভূঞাই তাত (জয়ন্তী, প্ৰথম বছৰ) ভাগ লৈছিল। বুৰঞ্জী

বিষয়ক নানা কথা তেওঁ আমাক কৈছিল, সন্ধিয়া — চন্দ্রকান্ত সন্দিকৈ ভৱনত। সেইবোৰৰ পৰা ছেগা-চোৰোকাকৈ হ'লেও আমি যথেষ্ট উপকৃত হৈছিলোঁ। তেওঁ ড° ময়িদুল ইছলাম বৰাৰ 'বাহাৰিষ্টান-ই-ঘায়বী' নামৰ বুৰঞ্জীমূলক গ্ৰন্থখন পঢ়ি তাৰ দুই-এটা কথা মাজে-সময়ে আমাক কৈছিল। ই তেওঁৰ ঐতিহাসিক দৃষ্টিৰে ফল।

তেওঁৰ ৰচনা-ৰীতি প্ৰাঞ্জল আৰু জতুৱা। তেওঁৰ ৰচনাত মাজে মাজে প্ৰবাদ, ফকৰা আদি পোৱা যায়। তেওঁ বিহুগীতবোৰ জাৰি-জোকাৰি ব্যৱহাৰ কৰি সিবোৰক বিস্মৃতিৰ গৰ্ভৰ পৰা উদ্ধাৰ কৰে। সেইদৰে অসমীয়া যোজনাসমূহক নাটকীয় সংলাপৰ ভিতৰুৱা কৰি সিবোৰক ঐশ্বৰ্যৱন্ত কৰি তোলে। যেনে —

আগেয়ে আছিলো দালিমৰ পোহাৰী
সদৌৱে বুলিছিল বাই।
এতিয়া হ'লোহি নেজ গুৱৰী
জাকতো নিদিয়ে ঠাই।। *(নুমলী কুঁৱৰী)*

ভূঞাদেৱক মই সঞ্চালনিকৈ লগ পাওঁ অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত। বয়সৰ ব্যৱধান হেতুকে মই তেওঁক সমীহ কৰি চলিছিলোঁ। তেওঁৰ জৰিয়তে সাহিত্য সভাৰ পুৰণি কথাবোৰ জনাৰ সুবিধা হৈছিল। সততে দিহা-পৰামৰ্শ দি তেওঁ যাৱতীয় কাম নিয়াৰিকৈ কৰাত সহায় কৰিছিল। পূৰঠ অভিজ্ঞতাৰে ৰাজহুৱা দায়িত্ব কেনেকৈ পালন কৰিব লাগে তাৰ আভাস তেওঁ দিছিল।

তেওঁৰ ব্যক্তিগত পুথি-ভঁড়ালত অনেক কিতাপ, আলোচনী আদি আছিল। সেই পুথি-ভঁড়ালৰ পৰা দুই-এখন পুথি মাজে-সময়ে পঢ়িবলৈ পাইছিলোঁ। আটাইতকৈ ঘাই কথা ১৯৬৭/৬৮ চনত 'বেজবৰুৱা গ্ৰন্থাৱলী'ৰ কামত তেখেতৰ পুথি-ভঁড়ালৰ আলোচনীসমূহৰ পৰা যথেষ্ট সহায় পাইছিলোঁ। এই পুথি-ভঁড়ালটোত ভাষা-সাহিত্যৰ গৱেষকৰ নিমিত্তে অনেক আপুৰুগীয়া পুথি আছিল।

নকুলচন্দ্ৰ ভূঞা নাট্যকাৰ, গল্পকাৰ, জীৱনীকাৰ, লোক-সংস্কৃতিৰ বাটকটীয়া, শিশু-সাহিত্যিক আৰু সৰ্বতোপৰি বুৰঞ্জীবিদ। তেওঁৰ সাহিত্য-কৰ্মৰ পুনৰ্মুদ্ৰণৰ আৱশ্যক- যি নাটকসমূহে এসময়ত জাতীয় চেতনা জগাই তুলিছিল, 'বহাগী'ৰ বিহুগীতসমূহে জাতীয় জীৱন সঞ্জীৱিত কৰিছিল সেইজন পুৰুষৰ স্মৃতি কেতিয়াও মচ যাব নোৱাৰে। এনে পুৰুষৰ নাম সাহিত্যৰ ইতিহাসত স্বৰ্ণাক্ষৰে লিখা থাকিব।

# প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈঃ ব্যক্তি আৰু খ্যাতি

'জ্ঞান-সাধনাৰ মূলতে জ্ঞান-প্ৰেম আৰু জ্ঞান-স্পৃহা' এই কথাষাৰ যিজন পুৰুষে কৈ গৈছে আৰু যিজনে 'পাৰ্থিৱ খ্যাতি বতাহৰ নিশ্বাস-প্ৰশ্বাসৰ বাহিৰে একো নহয়' -ডাণ্টেৰ এই উক্তিত গুৰুত্ব আৰোপ কৰিছিল সেইজন অমায়িক, অভিমান শূন্য, শিশুৰ দৰে সৰল, প্ৰচাৰ-বিমুখ, জ্ঞান-সাধনাত ব্ৰতী, বিদগ্ধ পণ্ডিত আৰু বিশাল ব্যক্তিত্বসম্পন্ন কৃষ্ণকান্ত সন্দিকৈ বিংশ শতিকাৰ এজন মহান ব্যক্তি। এমাৰচনে এষাৰ কথা কৈছে, "যেতিয়া প্ৰকৃতিয়ে এজন মহান ব্যক্তি আঁতৰাই লৈ যায়, মানুহে উত্তৰাধিকাৰী বিচাৰি দিগন্ত ঘূৰি ফুৰে, কিন্তু কাকো নেপায় আৰু কোনো নোলায়। তেওঁৰ লগতে তেওঁৰ শাৰীও নিৰ্ব্বাপিত হয়। আন কিছুমান আৰু সম্পূৰ্ণ সুকীয়া ক্ষেত্ৰত, পিছৰ গৰাকী লোক ওলাব।" কিন্তু সন্দিকৈৰ শাৰীৰ ভাষাবিদ, অগাধ পণ্ডিত, প্ৰাচ্যবিদ, মানৱিকী, সুদক্ষ প্ৰশাসক আৰু নিৰহঙ্কাৰী লোক অদূৰ ভৱিষ্যত ওলাব বুলি আশা কৰিব নোৱাৰি। সেয়েহে বি. বি. চি.-এ (বৃটিছ ব্ৰড্‌কাষ্টিং কৰ্পোৰেশ্যন) সন্দিকৈৰ মৃত্যুৰ বাতৰি পৰিৱেশন কৰোঁতে 'এচিয়াৰ বিখ্যাত পণ্ডিত' বুলি কৈছিল।

দানবীৰ ৰাধাকান্ত সন্দিকৈ (১৮৫৭-১৯৫২) আৰু নাৰায়ণী সন্দিকৈৰ (১৮৮২-১৯৩৮) পুত্ৰ কৃষ্ণকান্ত সন্দিকৈ ১৮৯৮ চনৰ ২০ জুলাই তাৰিখে জন্ম গ্ৰহণ কৰে, আৰু ১৯৮২ চনৰ ৭ জুন তাৰিখে শেষ নিশ্বাস ত্যাগ কৰে। তেওঁ ১৯১৩ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু ১৯১৫ চনত গুৱাহাটীৰ কটন কলেজৰ পৰা আই-এ পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাত পঢ়িবলৈ যায়। তেওঁ ১৯১৭ চনত সংস্কৃত কলেজৰ পৰা অনাৰ্চ সহ বি-এ পৰীক্ষা আৰু ১৯১৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃতত বেদৰ গ্ৰুপত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম-এ পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ ১৯২০ চনত বিলাতলৈ গৈ অক্সফৰ্ড বিশ্ববিদ্যালয়ত 'মডাৰ্ণ হিষ্টৰী'ত অনাৰ্চ লৈ অধ্যয়ন কৰে আৰু ১৯২৩ চনত এম-এ পৰীক্ষাত উৰ্ত্তীণ হয়। এই সময়তে তেওঁ ফৰাচী আৰু জাৰ্মান ভাষা শিকে। তেওঁ ১৯২৩ চনৰ পৰা ১৯২৭ চনলৈকে য়ুৰোপীয় ভাষা আৰু সাহিত্য অধ্যয়নত কাল কটায়। তেওঁ পেৰিছত ৰুছ আৰু

ইটালিয়ান ভাষা, আৰু বাৰ্লিনত গ্ৰীক আৰু লেটিন ভাষা আয়ত্ত কৰে। তেওঁ উপৰুৱাকৈ স্পেনিচ ভাষা শিকে। এইদৰে গভীৰ জ্ঞানৰ অধিকাৰী হৈ তেওঁ ১৯২৭ চনত স্বদেশলৈ ঘূৰি আহে। এতিয়া অধ্যয়নেই তপস্যা হ'ল।

সন্দিকৈয়ে ১৯২৮ চনত নগাঁৱৰ উমাচৰণ গোহাঁইৰ কন্যা হেমলতা আইদেউক বিয়া কৰায়। এই মিলনৰ ফলত দুই কন্যা শ্ৰীমতী প্ৰমীলা আইদেউ শ্ৰীমতী অহল্যা আইদেউ আৰু এটি পুত্ৰ বিজয়কৃষ্ণ সন্দিকৈৰ (এম. পি.) জন্ম হয়। হেমলতা সন্দিকৈ ১৯৬১ চনত স্বৰ্গী হয়; আৰু এই ঘটনাই সন্দিকৈৰ জীৱনত গভীৰ ৰেখাপাত কৰে।

অসমৰ শিক্ষা আৰু সাহিত্য-ক্ষেত্ৰত সন্দিকৈৰ বৰঙণি অতুলনীয়। ১৯৩০ চনত স্থাপিত জগন্নাথ বৰুৱা কলেজৰ (তেতিয়া যোৰহাট কলেজ) সুদীৰ্ঘ সোতৰ বছৰ (১৯৪৭) অধ্যক্ষ আৰু ১৯৪৮ চনৰ পৰা ১৯৫৭ চনলৈকে ৯ বছৰ কাল উপাচাৰ্য্যৰ দায়িত্ব বহন কৰি তেওঁ অসমৰ উচ্চ শিক্ষাৰ ক্ষেত্ৰত বৰঙণি যোগালে। উপাচাৰ্য্যৰূপে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ক ভাৰতৰ অন্যান্য বিশ্ববিদ্যালয়ৰ সমপৰ্য্যায়লৈ উন্নীত কৰিলে। তেওঁ এজন সুদক্ষ প্ৰশাসক। তেওঁৰ নামটোৱেই যাদু-দণ্ডৰ দৰে কাম কৰিছিল। আনকি প্ৰৱেশিকা পৰীক্ষাত ল'ৰাই অসৎ উপায় অৱলম্বন কৰিবলৈ সাহ নকৰিছিল। তেওঁ ৰবকৈ ওলাই নুফুৰিছিল যদিও তেওঁৰ প্ৰভাৱ সকলোতে অনুভূত হৈছিল।

সন্দিকৈৰ পাণ্ডিত্য আৰু ব্যক্তিত্ব অতুলনীয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সমাৱৰ্তন উৎসৱত(১৯৫১) ড° সৰ্বপল্লী ৰাধাকৃষ্ণণে তেওঁক 'এজন মহান পণ্ডিত' বুলি কৈছিল। ড° আদিনাথ নেমিনাথ উপাধ্যে আৰু ড° হীৰালাল জৈনে তেওঁক 'একাডেমিক ঋষি' বুলিছে। তেওঁলোকে আৰু কৈছে, "দৰাচলতে তেওঁৰ সংস্কৃত শিক্ষাৰ প্ৰতি স্পৃহা (সত্তৰ বছৰ বয়সতো) তেওঁৰ ব্যক্তিত্বৰ এটা অংশহে; আৰু পাশ্চাত্ত্য বিশ্ববিদ্যালয়সমূহত তেওঁ শিক্ষা-সহকাৰে কৰা আত্ম-প্ৰশিক্ষণে তেওঁক কেবাটাও য়ুৰোপীয় ভাষাৰ জ্ঞান, উদাৰ ৰুচি আৰু সমালোচনামূলক দৃষ্টি-ভঙ্গীৰে সজ্জিত কৰিলে। তেওঁৰ ব্যক্তিগত পুথি-ভঁড়ালটো আমাৰ নতুন বিশ্ববিদ্যালয়সমূহৰ যি কোনো এটাৰে গৌৰৱপূৰ্ণ সংযোজন হ'ব পাৰে। ফলপ্ৰসূ অধ্যয়ন আৰু নীৰৱ গৱেষণাত গোটেই সময়খিনি অতিবাহিত কৰি তেওঁ প্ৰকৃত বাণপ্ৰস্থ পণ্ডিতৰ দৰে জীৱন যাপন কৰে আৰু স্থান সম্পৰ্কেও লাজকুৰীয়া ঃ বিদ্যা বিনয়েন শোভতে" (যশস্তিলক'ৰ ২য় তাঙৰণৰ পাতনি)। বোধ হয় এই কাৰণেই ভাৰতৰ শিক্ষাবিদ আৰু পণ্ডিতসমাজে সন্দিকৈক সমাদৰ কৰে।

তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ থকা কালত ১৯৫২ চনত ভাৰতৰ ইণ্টাৰ্-ইউনিভাৰচিটি বোৰ্ডৰ ফালৰ পৰা আহূত উপাচাৰ্য্য আৰু প্ৰতিনিধিসকলৰ বিশেষ সভাখনি তেওঁৰ সভাপতিত্বত বহে। ১৯৫৩ চনত ওৱালটায়াৰত বহা ভাৰতৰ ইণ্টাৰ-ইউনিভাৰচিটি বোৰ্ডৰ বছৰেকীয়া অধিৱেশনখনিও তেওঁৰ সভাপতিত্বত সম্পন্ন হয়।

প্ৰাচ্যবিদ সন্দিকৈয়ে ১৯৫১ চনত লক্ষ্ণৌত বহা অল্ ইণ্ডিয়া অৰিয়েণ্টেল কন্‌ফাৰেন্সৰ (প্ৰাচীন সংস্কৃত শাখা) ষোড়শ অধিৱেশনত সভাপতিৰূপে দিয়া ভাষণখিনিয়ে পণ্ডিত সমাজৰ ভূয়সী প্ৰশংসা লাভ কৰে। ভাষণত তেওঁ কয় যে "একাডেমিক্ জগতত সংস্কৃত অধ্যয়নে অনেক কাল আন্তৰ্জাতিক মৰ্য্যাদা লাভ কৰিছে। পাশ্চাত্ত্য, যাইকৈ ইংলেণ্ড, ফ্ৰান্স, জাৰ্মানি আৰু আমেৰিকাৰ পণ্ডিতসকলে সংস্কৃত সাহিত্য অধ্যয়নৰ ক্ষেত্ৰত অলেখ বৰঙণি যোগাইছে। এনে বৰঙণিয়ে ভাৰতৰ পণ্ডিতসকলৰ মাজত গভীৰ অনুৰাগ জন্মাব। কিন্তু আমাৰ যি নতুন যুগৰ সূচনা হৈছে তাত পূৰ্বৰ জাতিসমূহে সংস্কৃত সাহিত্য আৰু এছিয়াৰ সভ্যতাত ভাৰতৰ সেৱাৰ প্ৰতি এটা সহানুভূতিসূচক মনোভাৱ গ্ৰহণ কৰিব বুলি আশা কৰোঁ।" ১৯৬৯ চনত তেওঁ অল্ ইণ্ডিয়া অৰিয়েণ্টেল কন্‌ফাৰেন্সৰ শ্ৰীনগৰত বহিবলগীয়া মূল অধিৱেশনৰ সভাপতি নিৰ্বাচিত হৈছিল। কিন্তু স্বাস্থ্য অনুকূল নোহোৱাৰ বাবে তেওঁ সেই দায়িত্ব গ্ৰহণ নকৰিলে।

জ্ঞানৰ সাধক, ঋষি-তুল্য, সহজ-সৰল, অমায়িক, সময়নিষ্ঠ, নিৰহঙ্কাৰী, দৃঢ়মনা আৰু স্থিতপ্ৰজ্ঞ সন্দিকৈদেৱৰ ব্যক্তিত্ব সম্পৰ্কে ইয়াকে ক'ব পাৰি যে অগাধ পাণ্ডিত্যৰ দৰে তেওঁৰ ব্যক্তিত্বও গগনচুম্বী। চোচিয়েলিষ্ট পাৰ্টিৰ নেতা অশোক মেহতাই সন্দিকৈক লগপোৱাৰ পিছত মন্তব্য কৰিছিল, "ভাৰতত এনে বিশাল ব্যক্তিত্বসম্পন্ন উপাচাৰ্য্য মই লগ পোৱা নাই।" দৰাচলতে তেওঁৰ লগত কথা পাতিলেই তেওঁৰ ব্যক্তিত্বৰ প্ৰভাৱ অনুভৱ কৰিব পাৰি। নহ'লেনো নৱ-প্ৰতিষ্ঠিত বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য সন্দিকৈদেৱে ইণ্টাৰ্ ইউনিভাৰচিটি বোৰ্ডৰ সভাপতিৰ আসন অলঙ্কৃত কৰিব পাৰেনে?

সন্দিকৈৰ পাণ্ডিত্য প্ৰকাশ পাইছে তেওঁ সম্পাদনা কৰা দুখন সংস্কৃত গ্ৰন্থ আৰু এখন প্ৰাকৃত গ্ৰন্থত। এই গ্ৰন্থসমূহ হৈছে শ্ৰীহৰ্ষৰ নৈষধচৰিত (১৯৩৪, ১৯৫৬ আৰু ১৯৬৪), যশস্তিলক আৰু ভাৰতীয় সংস্কৃতি (১৯৪৯, ১৯৬৮) আৰু প্ৰৱৰসেনৰ সেতুবন্ধ (১৯৭৬)। যোৰহাটৰ নিচিনা এখন আওহতীয়া ঠাইত থাকি গৱেষণামূলক আৰু পাণ্ডিত্যপূৰ্ণ গ্ৰন্থকেইখন সম্পাদনা কৰা সম্ভৱপৰ হ'ল পুণাৰ ভাণ্ডাৰকাৰ অৰিয়েণ্টেল্ ৰিচাৰ্চ্ ইনষ্টিটিউটৰ কিউৰেটৰ

ডঃ পি. কে. গোড়েই আৱশ্যকীয় পাণ্ডুলিপি বা গ্ৰন্থৰ যোগান ধৰাৰ নিমিত্তে। ডঃ আদিনাথ নেমিনাথ উপাধ্যেয়েও তেওঁক সহায় কৰে।

শ্ৰীহৰ্ষৰ নৈষধচৰিতৰ (The Naishadhacarita of SRI HARSA) প্ৰথম তাঙৰণ লাহোৰৰ মতিলাল বানাৰচি দাসে ১৯৩৪ চনত প্ৰকাশ কৰে। ইয়াৰ পৃষ্ঠা সংখ্যা হ'ল ৪৩+৬১১ আৰু গ্ৰন্থখন ভাৰতত সংস্কৃতৰ গৱেষণাৰ এজন অগ্ৰগণ্য পুৰুষ আনন্দৰাম বৰুৱাৰ স্মৃতিত উৰ্ছগা কৰিছে। নৈষধচৰিত মহাকাব্য বাইশটা সৰ্গত বিভক্ত আৰু ইয়াৰ বিষয়-বস্তু হৈছে নলৰ জীৱনৰ আগ-ভাগ আৰু নল-দময়ন্তীৰ ৰোমাণ্টিক বিবাহতে কাব্যখন শেষ হৈছে। গ্ৰন্থখনিৰ বিষয়সমূহ তলত দিয়াৰ দৰে সজোৱা হৈছে ঃভূমিকাৰ (ইনট্ৰডাকচন্) বিষয়সমূহ হ'লঃ নৈষধচৰিতৰ বিষয়-বস্তু ; নৈষধচৰিতৰ ওপৰত টীকা-টীপ্পনী-চাণ্ডুপণ্ডিত, বিদ্যাধৰ,ঈশানদেৱ, নৰহৰি, বিশ্বেশ্বৰ, জিনৰাজ, মল্লিনাথ আৰু নাৰায়ণ। প্ৰথম ৬খন টীকা অপ্ৰকাশিত। (পৃঃ১-২৫ )

সংক্ষিপ্তকৰণ (চিনপ্চিচ্)- নৈষধচৰিতত কৰ্তব্য আৰু প্ৰেমৰ সংঘাতৰ প্ৰাথমিক টোকা (পৃঃ ২৬-৪৩ ) ;

নৈষধচৰিতৰ সৰ্গানুবাদ,১-২২(পৃঃ১-৩৪১);

টীকা-টীপ্পনীৰ টোকা আৰু উদ্ধৃতিসমূহ (পৃঃ৩৪৩-৪৯২)

পৰিশিষ্ট তিনিখন —

(১) দাৰ্শনিক উল্লেখসমূহ — ন্যায়-বৈশেষিক,মীমাংসা, বেদান্ত, বৌদ্ধ মতবাদ, জৈন মতবাদ (পৃঃ৪৯৩-৫১৯);

(২)সৰু-সুৰা প্ৰসঙ্গ — দত্তাত্ৰেয়, ত্ৰিবিক্ৰম (বামনৰ আন ৰূপ) আৰু হৰিহৰ, বিষ্ণুৰ দ্বাদশ মূৰ্তি আৰু সেইবোৰৰ উপাসনা; বৌদ্ধসকলৰ দেৱী তাৰা (পৃঃ৫২০-৩২);

(৩)শব্দকোষ (ভকেবুলাৰী)— যিবিলাক শব্দ পোৱা নেযায় বা যিবিলাক চলিত শব্দকোষত ভালকৈ সোমোৱা নাই সেইবোৰ শব্দৰ দৃষ্টান্তমূলক উদ্ধৃতিৰে স্পষ্ট কৰা হৈছে (পৃঃ৫৩৩-৬১১)।

এই পুথিৰ পাতনিত সন্দিকৈয়ে কৈছে,"ব্যক্তিগত বিচাৰ আৰু নৈতিক দায়িত্বৰ ওপৰত গুৰুত্ব আৰোপে অন্ততঃ চৰিত্ৰৰ ধাৰণাৰ ফালৰ পৰা, শ্ৰীহৰ্ষৰ নলৰ চিত্ৰটোক সংস্কৃত কবিতাৰ মহান সৃষ্টিৰ ভিতৰৰ এটা কৰিছে।" (পৃঃ২৬)।

সাত বছৰ কাল(১৯২৭-৩৪) অশেষ শ্ৰম আৰু অধ্যয়ন কৰি যুগুত কৰা নৈষধচৰিত গ্ৰন্থখনক পণ্ডিতসমাজে আদৰ কৰে।

ড° আদিনাথ নেমিনাথ উপাধ্যে আৰু ড° হীৰালাল জৈনে মন্তব্য

কৰিছে, "এই কামটোৱে (অৰ্থাৎ নৈষধচৰিতৰ অনুবাদ) অধ্যাপক সন্দিকৈয়ে সংস্কৃত ভাষাৰ জটিলতাৰ ওপৰত চূড়ান্ত দখল আৰু তেওঁৰ সংস্কৃত শিক্ষাৰ বিশাল দিগন্তক প্ৰাচ্যবিদসকলৰ দৃষ্টিগোচৰ কৰে।" (যশস্তিলক, ২য় তাঙৰণ)। এডিনবাৰ্গৰ অধ্যাপক এ.বি. কীথে সন্দিকৈলৈ লেখে, "কাব্যখনি টান আৰু ইয়াৰ অনুবাদটি বিশেষ মূল্যৱান হৈছে। এতিয়ালৈকে প্ৰকাশ নোহোৱা টীকাসমূহৰ উদ্ধৃত অংশবিলাকে ইয়াৰ মূল্য বিশেষকৈ বঢ়াইছে আৰু পৰিশিষ্টৰ দাৰ্শনিক সঙ্কেতবোৰতো বহুত জানিবলগীয়া কথা সোমাইছে। এইবোৰে ভাৰতীয় দাৰ্শনিক ভাব-প্ৰচাৰকসকলৰ সৈতে অনুবাদকৰ পৰিচয় প্ৰমাণ কৰিছে। সন্নিৱিষ্ট বহুমূলীয়া শব্দাৱলীৰ বিশেষ মূল্য আছে আৰু সংস্কৃত শব্দকোষৰ প্ৰতি ই এটি বিশেষ দান যেন হৈছে।"

'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ্' (বা সোমদেৱৰ যশস্তিলক আৰু দশম শতিকাৰ জৈন ধৰ্ম আৰু ভাৰতীয় চিন্তা আৰু সংস্কৃতিৰ বৈশিষ্ট্যসমূহ) গ্ৰন্থখন চোলাপুৰৰ জৈন সংস্কৃতি সংৰক্ষা সংঘৰ পৰা প্ৰকাশিত। পুথিখনৰ দ্বিতীয় তাঙৰণ ৫৩৯ পিঠিৰ। সোমদেৱে এই চম্পূখনি ৯৫৯ খ্ৰীষ্টাব্দত ৰচনা কৰে। সন্দিকৈয়ে পাতনিত লিখিছে, 'এইখন সংস্কৃত গদ্য আৰু পদ্যত লেখা এখন জৈন ধৰ্ম্মীয় ৰোমাঞ্চ; কিন্তু ভাৰতৰ আৰু ঘাইকৈ দক্ষিণৰ, ৰাষ্ট্ৰকূত সাম্ৰাজ্য ক্ষমতাসীন হৈ থকা কালছোৱাৰ সাংস্কৃতিক ইতিহাসৰ বাবে মূল্যৱান। কিন্তু সাহিত্যিক, সামাজিক, ৰাজনৈতিক, ধৰ্ম্মীয় আৰু দাৰ্শনিক তথ্যৰ 'এনচাইক্লোপেডিক ৰেকৰ্ড' হিচাপে অধিক লাগতিয়াল। এই গ্ৰন্থৰ উদ্দেশ্য হৈছে পুথিখনিৰ এটা সমালোচনামূলক অধ্যয়ন কৰা; আৰু যদিহে আমি পাঠৰ সীমাৰ বাহিৰলৈ গৈছোঁ সিও হৈছে ভাৰতীয় সংস্কৃতিৰ বিকাশৰ পূৰ্ববৰ্ত্তী আৰু পৰৱৰতী উপাদান- সন্দৰ্ভত সেই সময়ৰ জীৱন আৰু চিন্তাৰ কেৱল অধিক বিস্তৃত চিত্ৰ দাঙি ধৰাৰ উদ্দেশ্যেহে।"

সোমদেৱ অগাধ পণ্ডিত, প্ৰতিভাৱান আৰু সমসাময়িক দাৰ্শনিক মতবাদৰো সমালোচক। তেওঁ নিজৰ যোগ্যতাৰ বিষয়ে ভৱভূতিৰ দৰে গৰ্ব্বভাৱে কৈছে ,"ময়া বাগৰ্থ সংভাৰে ভুক্তে সাৰস্বতে ৰসে। কবয়োহন্যে ভবিষ্যন্তি নূনমুচ্ছিষ্ট ভোজনাঃ॥" যশস্তিলক কাব্যখনৰ ৰচনা-কাল ৮৮১ শক (৯৫৯ খ্ৰীঃ)। যশস্তিলকৰ যশোধৰা আখ্যানটোৰ ঘাই বৈশিষ্ট্য হৈছে যে ই ঘৰুৱা শোকজনক ঘটনাৰ ওপৰত নিৰ্ভৰ কৰা এটা বাস্তৱ কাহিনী। গাৰ্হস্থ্য জীৱনৰ অপ্ৰিয় কাহিনী হ'লেও নৈতিক আৰু ধৰ্ম্মীয় শিক্ষা ইয়াৰ চৌপাশে আৱৰি আছে। সন্দিকৈয়ে কৈছে, "দাম্পত্য জীৱনৰ কৰুণ কাহিনীৰ বিৱৰণ দিয়া

এইখনেই একমাত্ৰ সংস্কৃত গদ্য ৰোমান্স"। গ্ৰন্থৰ কথাখিনি লেখকে ওঠৰটা শাখাত ভাগ কৰিছে। যেনেঃ-(১)সোমদেৱ আৰু তেওঁৰ যুগ,(২)যশস্তিলকৰ সাৰাংশ,(৩) যশোধৰা কাহিনী আৰু ইয়াৰ মূল, (৪)গদ্য ৰোমান্সৰূপে যশস্তিলক, (৫) সামাজিক আৰু ৰাজনৈতিক নথি-স্বৰূপে যশস্তিলক, (৬) ধৰ্ম্মীয় ৰোমান্সৰূপে যশস্তিলক,(৭) সংস্কৃত পদ্যৰ সংগ্ৰহৰূপে যশস্তিলক,(৮)দাৰ্শনিক মতবাদসমূহ,(৯) চিন্তাশীল পণ্ডিত সম্প্ৰদায়, (১০) জৈন ধৰ্ম্মমত আৰু নৈতিক আৰু আধ্যাত্মিক অনুশাসন, (১১) অনুপ্ৰেক্ষা আৰু জৈন ধৰ্ম্মীয় পদ্য, (১২) বিতৰ্কমূলক সংলাপ, (১৩) জৈন ধৰ্ম্ম আৰু অন্যান্য ধৰ্মসমূহ, (১৪)বৈদিক বলিদান সম্পৰ্কে জৈন সমালোচনা,(১৫) অনা-জৈন উপাসনা ৰীতি আৰু বিশ্বাসসমূহ,(১৬) জৈন ধৰ্ম্মীয় আৰু নৈতিক আখ্যানসমূহ,(১৭)পৌৰাণিক কথা আৰু উপাখ্যান আৰু (১৮) উদ্ধৃতি আৰু প্ৰসঙ্গসমূহ।

পৰিশিষ্টৰ চাৰিটা শাখা হ'লঃ সোমদেৱ আৰু কনৌজৰ প্ৰতিহাৰ ৰাজসভা, সাধ্বীৰ মৰা শৰ বিষয়ে কবিতা আৰু এটা বৌদ্ধ উপাখ্যান, শিৱ-মন্দিৰসমূহ আৰু সেইবোৰৰ ভৌগোলিক শ্ৰেণীসমূহ, কালামুখ সম্প্ৰদায়। শিৱমন্দিৰৰ টোকাটোত গুজৰাট, মালৱ,বুন্দেলখণ্ড আৰু বাঘেলখণ্ড,মধ্যপ্ৰদেশ আৰু বেৰাৰ,উড়িষ্যা আৰু দক্ষিণ ভাৰতৰ এই মন্দিৰসমূহৰ বিৱৰণ আছে।ইয়াৰ কিছুমান ঠাইলৈ সন্দিকৈ নিজে গৈছিল। শেহত দিয়া যশস্তিতলক উল্লিখিত ভৌগোলিক নামৰ সূচীও মূল্যৱান সংযোজন।

জীৱৰাজ জৈন গ্ৰন্থমালাৰ ২নং পুথি 'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ'। প্ৰকাশ হোৱাত সংস্কৃত তথা ভাৰতীয় সাহিত্যত সোমদেৱৰ কৃতিত্ব মূল্যায়ন কৰাৰ পথ সুগম হয়। এই পুথিখন লিখোতে সন্দিকৈয়ে ভাণ্ডাৰকাৰ ৰিচাৰ্চ ইনষ্টিটিউটৰ চাৰিখন পাণ্ডুলিপিৰ সহায় লয়, আৰু উক্ত প্ৰতিষ্ঠানৰ কিউৰেটৰ অধ্যাপক ড° পি. কে. গোড়েই পাণ্ডুলিপি আৰু অন্যান্য প্ৰবন্ধৰ যোগান ধৰি লেখকক সহায় কৰে। গুণীয়ে গুণীৰ মোল বুজে।

সন্দিকৈৰ শেষ প্ৰকাশিত গ্ৰন্থ হ'ল প্ৰৱৰসেনৰ 'সেতুবন্ধ' (১৯৭৬) আৰু ইয়াক আহমেদাবাদৰ প্ৰাকৃত টেক্সট্ চোচাইটিয়ে প্ৰকাশ কৰে। উপাচাৰ্যৰ পদৰ পৰা অৱসৰ লৈ সন্দিকৈয়ে এই প্ৰাকৃত মহাকাব্যখনি অনুবাদ আৰু সম্পাদন কৰা কাৰ্যত আত্মনিয়োগ কৰে। ড° আদিনাথ নেমিনাথ উপাধ্যেৰ অনুৰোধ অনুযায়ী তেওঁ এই কামত হাত দিয়ে, আৰু সেয়েহে সন্দিকৈয়ে পুথিখন ড° উপাধ্যেৰ স্মৃতিত উছৰ্গা কৰে। 'সেতুবন্ধ'ৰ প্ৰথম তাণ্ডৰণ ১৮৮০

চনত জাৰ্মানিত প্ৰকাশ হৈছিল, আৰু ১৮৮৪ চনত ইয়াৰ জাৰ্মান অনুবাদ এটা ওলায়। ভাৰতবৰ্ষত নিৰ্ণয়সাগৰ প্ৰেছে দুটা তাঙৰণ প্ৰকাশ কৰে। প্ৰৱৰসেনৰ 'সেতুবন্ধ' (অন্য নাম ৰাৱণবহ) ৰচনা কৰোঁতে সন্দিকৈয়ে দক্ষিণ ভাৰত, বঙ্গ, ৰাজস্থান আদিৰ বিভিন্ন টীকাৰ সহায় লয় আৰু ড° পি. কে. গোড়েই তেওঁক কেইবাখনো অপ্ৰকাশিত টীকাৰ যোগান ধৰে। সন্দিকৈয়ে পোনতে এই গ্ৰন্থ দুটা খণ্ডত প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰিছিল; কিন্তু মাদ্ৰাজৰ জি. এচ. প্ৰেছে ছপা কাৰ্য্যত গহৰি কৰাত গ্ৰন্থখনৰ ছপা কাম আন এটা ছপাখানাত দি এটা খণ্ডতে প্ৰকাশ কৰে। তেওঁৰ উৎসাহদাতা আৰু আৰ্হি-কাকত চাওঁতা ড° উপাধ্যেৰ আকস্মিক বিয়োগৰ কাৰণেও পুথিখন প্ৰকাশত পলম হয়। 'সেতুবন্ধ' ১৫ টা সৰ্গৰ এখন প্ৰাকৃত মহাকাব্য। ইয়াৰ বিষয়-বস্তু হৈছে ঃ হনুমানে ৰামক সীতাৰ বাতৰি দিয়া, নলৰ দিহামতে সেতু নিৰ্মাণ, বান্দৰসকলৰ লঙ্কা প্ৰৱেশ, সীতাক ৰামৰ কটা মূৰ দেখুৱা আৰু সীতাৰ শোক, সীতাৰ বন্ধু ত্ৰিজটাই সীতাক প্ৰবোধ-দান, বান্দৰসকলে লঙ্কা আক্ৰমণ কৰা, ঘোৰ যুদ্ধ, ৰাম আৰু লক্ষ্মণ যুদ্ধত ঢলি পৰা, গৰুড়ৰ অনুগ্ৰহত ৰাম সৰ্পমুক্ত হোৱা, কুম্ভকৰ্ণ আৰু মেঘনাথ বধ, ৰাৱণৰ হাতত লক্ষ্মণ শৰবিদ্ধ আৰু তেওঁৰ পুনৰ্জীৱন লাভ, ৰাৱণৰ মৃত্যু আৰু ৰামৰ অযোধ্যালৈ প্ৰত্যাগমন ইত্যাদি।

'সেতুবন্ধ'ৰ বিভাজন হ'ল ঃ ভূমিকা (পৃঃ ১-১৪৭); ইয়াৰ ভাগ হ'লঃ বৰ্তমান অনুবাদ আৰু সেতুবন্ধৰ পাঠ, সেতুবন্ধৰ ৰূপৰেখা, প্ৰৱৰসেন আৰু সেতুবন্ধ, সেতুবন্ধ আৰু ৰামায়ণ, মহাকাব্য হিচাপে সেতুবন্ধ, কবি স্বৰূপে প্ৰৱৰসেন, ছন্দসমূহ, সেতুবন্ধৰ ওপৰত টীকাসমূহ আৰু সেতুবন্ধৰ বিভিন্ন পাঠ, সেতুবন্ধৰ ভাষিক বৈশিষ্ট্য।

প্ৰথম ভাগ(পৃঃ১-৩৩১)ঃসেতুবন্ধৰ অনুবাদ(সৰ্গ ১-১৫), সেতুবন্ধৰ টীকাসমূহৰ উদ্ধৃতি (সৰ্গ ১-৫);

দ্বিতীয় ভাগ(পৃঃ ১-৩১৮)ঃ ষষ্ঠ সৰ্গৰ পৰা পঞ্চদশ সৰ্গৰ টীকাসমূহৰ উদ্ধৃতি; পৰিশিষ্ট।

সেতুবন্ধৰ ৰচনা-কাল আনুমানিক খ্ৰীষ্টিয় ৫ম শতিকা। সন্দিকৈয়ে ব্যৱহাৰ কৰা টীকাসমূহ হ'ল ঃ কৃষ্ণবিপ্ৰ, মাধৱয়জৱন, কুলনাথ, মুদমল্ল, দেৱৰাত, ৰামদাস আৰু সেতুতত্ত্বচন্দ্ৰিকা। তেওঁ বিভিন্ন টীকাৰ সহায়ত সেতুবন্ধৰ ছন্দৰ (মহাকাব্যৰ) মূল অৰ্থ আৰু তাৎপৰ্য নিৰ্ধাৰণ কৰিবৰ কাৰণে চেষ্টা কৰে। এই কাব্যখন প্ৰাকৃত আৰু সংস্কৃত মহাকাব্যৰ বিকাশৰ এটা উল্লেখযোগ্য সংকেত। এই মহাকাব্যই ভাৰৱী আৰু মাঘৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰিছে।

সেতুবন্ধই কালিদাসৰ পিছৰ কাব্যধাৰা বিকাশৰ এটা তাৎপৰ্যপূৰ্ণ ইঙ্গিত দিয়ে। প্ৰৱৰসেনৰ সেতুবন্ধৰ পুথিৰ দ্বাৰা সন্দিকৈয়ে প্ৰাকৃত ভাষাতত্ত্বৰ ক্ষেত্ৰতো এক উল্লেখযোগ্য বৰঙণি (as a major contribution in the field of prakrit philology) যোগায়।

প্ৰধান সম্পাদকৰ পাতনিত এইচ. চি. ভায়নিয়ে (H.C. Bhayani) কৈছে, "সময়, গুৰুত্ব আৰু উচ্চ সাহিত্য-কৃতিৰ ফালৰ পৰা সেতুবন্ধক হালৰ সপ্তশতকৰ লগত সুন্দৰভাৱে ৰিজাব পাৰি। পিছৰখন পুথিয়ে ৱেবাৰৰ শাৰীৰ এজন পণ্ডিতৰ পাবলগীয়া গভীৰ মনোযোগ কেতিয়াবাই লাভ কৰিলে; বোধহয়, সেতুবন্ধ অধ্যক্ষ সন্দিকৈৰ পূৰঠ অভিজ্ঞতাৰ কাৰণে সংৰক্ষিত হৈছিল।" তেওঁ আৰু কৈছে, "ভবিষ্যতৰ পণ্ডিতসকলৰ প্ৰাচিন সংস্কৰণৰ বিভিন্ন পাঠ স্থিৰ কৰি সেতুবন্ধৰ এটা সমালোচনামূলক পাঠ যুগুত কৰিবলৈ হ'লে অধ্যাপক সন্দিকৈয়ে স্থাপন কৰা ভেটিৰ ওপৰতে নিৰ্মাণ কৰিব লাগিব।" সেতুবন্ধৰ ছপা কাম শেষ হোৱাৰ আগতে সন্দিকৈক উক্ত পুথিৰ শুদ্ধ পাঠ এটি যুগুত কৰিবৰ কাৰণে প্ৰাকৃত টেক্সট্ চোচাইটিয়ে অনুৰোধ কৰিছিল ; কিন্তু ভগ্ন স্বাস্থ্যৰ কাৰণে তেওঁ অনুৰোধ ৰক্ষা কৰিব নোৱাৰিলে।

সংস্কৃত সাহিত্য আৰু পাশ্চাত্য সাহিত্যৰ মাজত বুৰ গৈ থাকিলেও সন্দিকৈয়ে মাতৃভাষাত যি কেইটা প্ৰবন্ধ লেখি থৈ গৈছে তাৰ দ্বাৰা তেওঁ জনমানসত জীয়াই জিলিকি থাকিব। জীৱনৰ আগছোৱাত লেখা এই প্ৰবন্ধসমূহত পাওঁ মনীষী সন্দিকৈক, যিজনে পাশ্চাত্য সাহিত্যৰ মৌ-কোঁহ পান কৰি আমাক তাৰ কিঞ্চিৎ সোৱাদ দিলে। সিবোৰৰ উচ্চ চিন্তা, বিশ্লেষণমূলক দৃষ্টি-ভঙ্গী আৰু প্ৰাঞ্জল ৰচনা-ৰীতিয়ে পাঠকৰ মন আকৰ্ষণ কৰে। য়ুৰোপৰ ভাষা আৰু সাহিত্য, গ্ৰীক ভাষা-এই দুটা প্ৰবন্ধত তেওঁৰ য়ুৰোপীয় ভাষা আৰু সাহিত্যৰ গভীৰ জ্ঞানৰ পৰিচয় পোৱা যায়। প্ৰথম প্ৰবন্ধটো লাটিন, ফৰাচী, ইটালীয়, স্পেনিচ, জাৰ্মান আৰু ৰুছ ভাষা-সাহিত্যৰ বিষয়ে একোটা তথ্যপূৰ্ণ প্ৰবন্ধ। তেওঁ ৰুছ দেশৰ গাঁৱলীয়া নামবোৰ অসমীয়া ভাঙনিৰে কেনে প্ৰাঞ্জলভাৱে আলোচনা কৰিছে! এই প্ৰবন্ধটোৰ ৰচনা সম্পৰ্কে তেওঁ কৈছে, "বৰ্তমান প্ৰবন্ধত যোৱা সাত বছৰত য়ুৰোপত আমি যিবিলাক ভাষা আৰু সাহিত্য আলোচনা কৰিছিলোঁ তাৰ দুটা-এটা লক্ষণ নিৰ্দেশ কৰা হ'ল" (চেতনা, অষ্টম বছৰ, তৃতীয় সংখ্যা)। উক্ত প্ৰবন্ধৰ সামৰণিত তেওঁ কৈছে, "য়ুৰোপীয় সাধনাৰ এটা লক্ষণ হৈছে যে তাত আদৰ আৰু যত্নৰে ভাষাৰ অনুশীলন কৰা হৈছে, তাক অলঙ্কৃত আৰু তাৰ জীৱনৰ গতি স্পষ্ট কৰি তোলা হৈছে। য়ুৰোপীয় সাহিত্য হৈছে সামাজিক

জীৱনৰ লগত আবিচ্ছিন্ন সূত্ৰৰে জড়িত এটা মুক্ত স্বাধীন সমষ্টি। একালে সামাজিক জীৱনৰ বৈচিত্ৰ্য শিল্পীৰ তুলিকাৰে ৰঞ্জিত কৰি সাহিত্যত প্ৰকাশ কৰা হৈছে, আনফালে আকৌ যেতিয়া প্ৰকৃত প্ৰতিভাৰ উদয় হৈছে তেতিয়া তাত সামাজিক বৈচিত্ৰ্য অতিক্ৰম কৰি বিশ্বমানৱৰ আকাঙ্ক্ষা আৰু অনুভূতি ফুটি উঠিছে।" গ্ৰীক ভাষা প্ৰবন্ধটোও মূল্যৱান। তেওঁৰ স্পেনিচ সাহিত্যৰ ৰমিয়-জুলিয়েট (আৱাহন, প্ৰথম বছৰ), গ্ৰীক নাটকৰ গান (আৱাহন, সপ্তম বছৰ), জাৰ্মানিৰ জ্ঞান-সাধনা (মিলন, ১৮৪৮), চক্ৰেটিচৰ মতে কবিৰ প্ৰকৃতি (অসম সাহিত্য সভা পত্ৰিকা, প্ৰথম বছৰ) আদি প্ৰবন্ধসমূহ মূল্যৱান। অনুবাদৰ কথা প্ৰবন্ধত তেওঁ দৃঢ়ভাৱে কৈছিল, "অনুবাদৰ বাহিৰে ম্ৰিয়মান অসমীয়া সাহিত্যৰ আন গতি নাই।" এই কথা আজি প্ৰায় ৬০ বছৰৰ পিছতো কিছু দূৰ সঁচা হৈ আছে। স্পেনিচ সাহিত্যৰ ৰমিয়-জুলিয়েট প্ৰবন্ধটো অৱলম্বন কৰি বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাই 'বিজয়া' নাটক ৰচনা কৰিছে।

তেওঁ অসম সাহিত্য সভাৰ সভাপতিৰূপে(১৯৩৭ চন, গুৱাহাটী) যি ভাষণ দিছিল সেই ভাষণত তেওঁৰ মনীষা আৰু স্পষ্ট চিন্তাৰ আভাস পোৱা যায়। তেওঁ ভাষণত কয়, "অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত হ'লেও সাহিত্য বাস্তৱতে অভিজ্ঞতাৰ কেটেলগ বা যাদুঘৰ নহয়। নিৰ্বাচন-কৌশল, কল্পনা-ৰীতিৰ সহায়েৰে অভিজ্ঞতাৰ কেঁচা সঁজুলি গঢ়ি-পিতি ললেহে প্ৰকৃত সাহিত্যৰ সৃষ্টি হয়। মহাকবি গ্যটেই কৈছিল যে সকলো বিষয়তে কবিত্ব আছে, উলিয়াই ল'ব পাৰিলেই হয়।" তেওঁ আৰু এটা তাৎপৰ্যপূৰ্ণ কথা কৈছিল, "আমাৰ বৰ্ত্তমান অৱস্থালৈ চাই এই সাহিত্য-সন্মিলন অনেক পৰিমাণে ভাষা-সন্মিলনত পৰিণত হ'লেও একো বেয়া নহ'ব।" দৰাচলতে, অসম সাহিত্য সভা কিছু পৰিমাণে ভাষা-সন্মিলনত পৰিণত হৈছে।

সামৰণিত কওঁ, লক্ষ্মী আৰু সৰস্বতীৰ বৰপুত্ৰ সন্দিকৈদেৱে অধ্যয়নক জীৱনৰ তপস্যা বুলি ভাবি জ্ঞান-সাধনাত ব্ৰতী হৈ নীৰৱে গৱেষণা কৰি মূল্যৱান পুথি ৰচনা কৰিলে, অসমৰ উচ্চ শিক্ষাৰ সম্প্ৰসাৰণত বৰঙণি যোগালে। চাৰিত্ৰিক দৃঢ়তা, কৰ্তব্য আৰু সময়-নিষ্ঠা, অমায়িক, মানৱতাবোধ আদি গুণাৱলী যিজনৰ ভূষণ-স্বৰূপ সেইজন পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈৰ নাম যাউতিযুগীয়া হৈ থাকিব।

# সাংবাদিক-সাহিত্যিক লক্ষ্মীনাথ ফুকন

অসমৰ বিশিষ্ট সাংবাদিক, কবি আৰু কথা-সাহিত্যিক লক্ষ্মীনাথ ফুকনদেৱৰ(১৮৯৫-১৯৭৫) মালা(১৯১৮) নামৰ সৰু গল্পৰ পুথিখন মই ছাত্ৰাৱস্থাতে পঢ়িছিলোঁ, কিন্তু মানুহজনক দেখা নাছিলোঁ। তেওঁক মই লগ পাওঁ ১৯৩৯ চনত কলিকতাত। জুন মাহৰ শেষ সপ্তাহত মই মোৰ বৰ মোমাইদেউ সোমেশ্বৰ বৰুৱাৰ (চাহ খেতিয়ক, তিনিচুকীয়া) লগত কলিকতাত বি.এ. পঢ়িবলৈ গৈছিলোঁ। ফুকন আছিল 'আইডিয়েল হম্' নামৰ হোটেলত। তেওঁ তেতিয়া 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' নামৰ দৈনিক কাকতৰ সহকাৰী সম্পাদক আছিল। তাৰ পূৰ্বে 'এডভান্স','ফৰৱাৰ্ড' আদি কাকতৰ লগত জড়িত আছিল। ফুকন মোমাইদেউৰ পুৰণি বন্ধু। আমি আছিলো 'ৰয়েল হোটেল'ত।

ফুকনদেৱক ডিব্ৰুগড়ৰ পৰা প্ৰকাশ হ'বলগীয়া ইংৰাজী সাপ্তাহিকখনৰ (বৰুৱা প্ৰেছ) সম্পাদকৰূপে আনিবলৈ বুলি মোমাইদেৱে কথা পাতিছিল। ইতিপূৰ্বে ৰাধাগোবিন্দ বৰুৱাই(তেতিয়া ডিব্ৰুগড়ত ঘৰ) ফুকনৰ লগত কথা পাতিছিল। "সোমেশ্বৰ বৰুৱাই ৰাধাগোবিন্দ বৰুৱাৰ হতুৱাই মোক তেওঁৰ হোটেললৈকে মাতি পঠালে। তেওঁ কলে যে আসাম ট্ৰিবিউন চলোৱা বিষয়ত মোৰ পূৰা হাত থাকিব আৰু সেই বিষয়ত মোক কোনেও হুকাবধা নকৰে। তেওঁৰ কথাৰ যে মূল্য আছে মই বুজিলোঁ, কিয়নো যি বৰুৱাৰ প্ৰেছৰ পৰা কাকতখন ওলাব তাত তেওঁৰ অংশ আধাতকৈ বেছি।...মই 'আসাম ট্ৰিবিউন' চলোৱাৰ ভাব ল'বলৈ ৰাজী হ'লোঁ।"(মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ)। মই এই কাৰ্য কোঠাৰ এচুকত বহি চাই আছিলোঁ। সেই সময়ৰ পৰা নিৰ্মোহ, নিৰহঙ্কাৰী, দৃঢ়, অমায়িক আৰু সৰলচিতীয়া ফুকনদেৱক বিভিন্ন সময়ত লগ পাইছিলোঁ।

ফুকনৰ জন্ম দেৰগাঁৱত । হাইস্কুলীয়া শিক্ষা লাভ কৰিছিল যোৰহাট চৰকাৰী বালক হাঃ স্কুলত। তেওঁ কৃষ্ণকান্ত সন্দিকৈ আৰু মিত্ৰদেৱ মহন্তৰ সহপাঠী আছিল। মিত্ৰদেৱ মহন্তই কৈছিল, "আমি মানে পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ, সাহিত্যিক-সাংবাদিক লক্ষ্মীনাথ ফুকন আৰু মই যোৰহাট চৰকাৰী স্কুলত একেখন বেঞ্চতে বহা সহপাঠী আছিলো। স্বৰ্গীয় চন্দ্ৰকান্ত বৰপূজাৰী আমাৰ শ্ৰেণীৰ শিক্ষক আছিল, তেখেতে সন্দিকৈক ধেমালিতে 'পণ্ডিত' বুলি

মাতিছিল। ফুকনে স্কুলীয়া কালত হাতেলিখা আলোচনী এখন উলিয়াইছিল। সেই কাৰণে তেওঁক 'এডিতৰ' (সম্পাদক) আৰু গান-বাজনাৰ প্ৰতি মোৰ ধাপ থকা দেখি মোক 'আৰ্টিষ্ট' (অৰ্থাৎ শিল্পী) বুলি মাতিছিল" (ল'ৰাৰ মিত্ৰদেৱ-শ্ৰীপ্ৰসেনজিৎ কুমাৰ গোস্বামী)। তিনিওজনৰ ক্ষেত্ৰত গুৰুৰ বাক্য ফলিয়ালে। লক্ষ্মীনাথ ফুকন অসমৰ সংবাদপত্ৰৰ এটা স্মৰণীয় আৰু বৰণীয় নাম।

ফুকনৰ বিষয়ে কৃষ্ণকান্ত সন্দিকৈয়ে কৈছে—"১৯১৩ চনত মই মেট্ৰিকুলেচন পৰীক্ষা দিয়াৰ কেইমাহমান আগৰে পৰা শ্ৰীলক্ষ্মীনাথ ফুকনৰ লগত মোৰ যুগমীয়া বন্ধুত্বৰ সূত্ৰপাত হয়। তেওঁৰ অকৃত্ৰিম সাহিত্যানুৰাগ আৰু কল্পনাপ্ৰৱণ ৰোমাণ্টিক মনোবৃত্তিয়ে মোক বিশেষকৈ আকৰ্ষণ কৰিছিল"। (লক্ষ্মীনাথ ফুকন সোৱঁৰণী গ্ৰন্থ, ১৯৭৬)

প্ৰৱেশিকা পৰীক্ষা দিয়েই কলিকতালৈ গৈ তেওঁ সাংবাদিকতাৰ জীৱন আৰম্ভ কৰে। তেওঁ ১৯১৫ চনত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত মাহেকীয়া পত্ৰিকা 'আলোচনী' সম্পাদনাৰ লগতে জৰ্জ স্কুলত শিক্ষকতা কৰিছিল। কিন্তু কিবা কথাত অসন্তুষ্ট হৈ তেওঁ পুনৰ কলিকতালৈ যায়। 'তাত এবছৰমান' থকাৰ পিছত চন্দ্ৰকুমাৰ আগৰৱালাক কলিকতাত লগ পালে, আৰু তেওঁ ফুকনত প্ৰস্তাৱিত সাদিনীয়া কাকতখন উলিওৱাৰ কথা কৈ তেওঁক ডিব্ৰুগড়লৈ যাবলৈ অনুৰোধ কৰে। "মই কেইদিনমানৰ ভিতৰতে কলিকতা এৰি ডিব্ৰুগড় পালোঁহি" (লক্ষ্মীনাথ ফুকন)। তেওঁ ১৯১৮ চনৰ আগষ্ট মাহত ওলোৱা 'অসমীয়া'ৰ লগত জড়িত হৈ পৰিল। তেওঁ হ'ল কাকতখনৰ 'মেনেজাৰ'। মাজতে নীলমণি ফুকনৰ (বাগ্মীবৰ) অনুপস্থিতিত লক্ষ্মীনাথ ফুকনে সম্পাদনাৰ দায়িত্বও ল'ব লগা হয়। কিন্তু ফুকন কিছুকালৰ মূৰত ঘূৰি অহাত লক্ষ্মীনাথ ফুকনে 'কাম এৰি' কলিকতালৈ যায়।

দহবছৰমানৰ মূৰত ক্ৰমান্বয়ে 'অমৃত বাজাৰ পত্ৰিকা', 'টাইমচ্ অৱ্ আসাম' আৰু 'ফৰৱাৰ্ড'ত কাম কৰি এমাহৰ ছুটীত গুৱাহাটীলৈ আহে ১৯২৬ চনত। চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমীয়া'খন(সাদিনীয়া)গুৱাহাটীৰ পৰা ওলাইছিল। সেই সময়ত সম্পাদকৰ পদ খালী হোৱাত লক্ষ্মীনাথ ফুকন অসমীয়াৰ সম্পাদক হ'ল। ১৯৩০ চনত সাদিনীয়া কাকতখনৰ উপৰি তিনিদিনীয়া অসমীয়া ওলাবলৈ ধৰে। সেই চনৰ শেহৰফালে কৰ্তৃপক্ষৰ লগত মনোমালিন্য হোৱাত তেওঁৰ চাকৰি গ'ল।

১৯৩০ চনত যোৰহাটৰ পৰা অসমীয়া সাদিনীয়া 'বাতৰি' প্ৰকাশ হয়। পিতৃ বিয়োগ ঘটাত লক্ষ্মীনাথ কলিকতালৈ নগৈ কীৰ্তিনাথ শৰ্মা বৰদলৈৰ লগত

'বাতৰি'ৰ সহকাৰী সম্পাদক হ'ল। কিন্তু সেই কামত কিবা 'খকাখুন্দা' লগাত তেওঁ 'বাতৰি'ৰ কাম এৰি কলিকতালৈ গ'ল। এইবাৰ তেওঁ দেশবন্ধু চিত্তৰঞ্জন দাস স্থাপিত 'ফৰৱাৰ্ড' কাকতত সোমালেগৈ। তেওঁ সেই কাকতত বছৰচেৰেক কাম কৰাৰ পিছত এবাৰ শিৱপ্ৰসাদ বৰুৱাই (বাতৰিৰ প্ৰতিষ্ঠাতা)তেওঁক কলিকতাত লগ পাই পুনৰ 'বাতৰি'ত যোগ দিবলৈ মাতিলে। ফুকন আহিল। 'বাতৰি' দৈনিকৰূপে ঠেঙালৰ পৰা ওলাল। ফুকন সহকাৰী সম্পাদকৰূপে ঠেঙালত থাকিল। 'দৈনিক বাতৰি'ৰ আৰ্থিক দুৰৱস্থা, সিফালে প্ৰতিষ্ঠাতা শিৱপ্ৰসাদ বৰুৱাৰ টান নৰিয়া। ফুকন কলিকতালৈ গৈ বৰুৱাক লগ পাই জানিলে যে 'দৈনিক বাতৰি'ৰ প্ৰকাশ বন্ধ হৈছে। এইবাৰ লক্ষ্মীনাথ ফুকন কলিকতাৰ পৰা নতুনকৈ ওলোৱা 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' নামৰ দৈনিক সংবাদপত্ৰৰ সহকাৰী সম্পাদক হ'ল। তেওঁ ১৯৩৯ চনত ডিব্ৰুগড়লৈ আহি 'আসাম ট্ৰিবিউন' (সাপ্তাহিক ইংৰাজী) কাকতৰ সম্পাদক হয়। পিছত এই সংবাদপত্ৰ গুৱাহাটীৰ পৰা প্ৰকাশ হয়। ১৯৪৮ চনত এই কাকত দৈনিক হয়। ফুকনে দক্ষতাৰে এই দৈনিক কাকতখন সম্পাদনা কৰি ১৯৬৫ চনত অৱসৰ গ্ৰহণ কৰে। সংবাদ-সেৱা কৰি যে মানুহে জীৱিকা অৰ্জন কৰিব পাৰে লক্ষ্মীনাথ ফুকনেই তাৰ উজ্জ্বল নিদৰ্শন। তেওঁ নিৰপেক্ষ আৰু নিৰ্ভীক আছিল।

ফুকন এজন লব্ধপ্ৰতিষ্ঠ সাহিত্যিক, লগতে কবি আৰু গল্পকাৰ। তেওঁৰ গল্পৰ পুথিসমূহ হৈছে মালা(১৯১৮),ওকাইদাং(১৯৫২) আৰু মৰমৰ মাধুৰীমালা। কৃষ্ণকান্ত সন্দিকৈয়ে কৈছে, "...মই কলিকতাত এম.এ. পঢ়োতে ফুকনৰ প্ৰথম গল্পৰ কিতাপ মালা ছপাই উলিয়াইছিলোঁ। কিতাপখন তেওঁ মোৰ নামত উছৰ্গা কৰিছিল, আৰু ইয়াৰ ছপা খৰচ মই বি. এ. পাছ কৰোতে পোৱা প'ষ্টগ্ৰেজুৱেট বৃত্তিৰ পৰা বহন কৰিছিলোঁ।" লিখকে ইয়াক ছটা গল্পৰ 'এধানমান' পুথি বুলিছে। তেওঁৰ গল্পবোৰত এটা সমাজ সচেতন মনৰ পৰিচয় পোৱা যায়। সিবোৰত অনুভূতিৰ গাঢ়তা, হাস্য ৰস, সংযম আৰু শব্দ বাছনিৰ কৌশল মন কৰিবলগীয়া। তেওঁৰ হাস্যৰস বুদ্ধিদীপ্ত।

তেওঁ এজন কবিও। তেওঁৰ একমাত্ৰ 'কমনীয়' কবিতাৰ পুথি হ'ল সোণালী সপোন (১৯৬১)। তেওঁ আলোচনী, বাঁহী আদিত কবিতা লিখিছিল। সিবিলাকত তেওঁৰ 'কল্পনাপ্ৰৱণ ৰোমাণ্টিক' মানসিকতা প্ৰকাশ পাইছিল। সাক্ষী, প্ৰতীক্ষা, আদি কবিতাত ৰোমাণ্টিক আৱেগ-অনুভূতি প্ৰকাশ পাইছে; কিন্তু- 'ব্ৰহ্মপুত্ৰৰ প্ৰতি' কবিতাটোৰ প্ৰকাশ -ভঙ্গী সুকীয়া। বিশাল ব্ৰহ্মপুত্ৰ নদীখনক মানৱীয় আৰু জাতীয় চৈতন্যৰ প্ৰতীকৰূপে কল্পনা কৰি অসমৰ পুৰণি ইতিহাসক

একেডাল সূতাৰে গ্ৰথিত কৰি জাতীয় জীৱন জীপাল কৰিবৰ কাৰণে ফুকনে প্ৰয়াস কৰিছে। তেওঁ কৈছে -

আনন্দ-আৱেগে ভৰা উচ্ছ্বাসৰ কলৰোল সকলোটি হ'ল লালকাল,
আথে-বেথে কোলাতে তোমাৰ;
আকাশে বতাহে মাথোঁ কিবা এটি হুমুনিয়া, কিবা এটি হাঁহাকাৰ-ধ্বনি,
উঠে আজি গুজৰি-গুমৰি
হে বিশাল ব্ৰহ্মপুত্ৰ, আহিলে বাৰিষা তুমি দশোদিশে তুলি খলকনি,
দিয়া নেকি তাৰেই বাতৰি ? *(ব্ৰহ্মপুত্ৰৰ প্ৰতি)*

ফুকনৰ আন এখন উল্লেখযোগ্য গ্ৰন্থ হ'ল মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ (১৯৬৯)। এই গ্ৰন্থৰ কাৰণে তেওঁ সাহিত্য অকাডেমি বঁটা (১৯৭১) লাভ কৰে। লেখকে বিভিন্ন সময়ত লগ পোৱা ব্যক্তিসকলৰ ই স্মৃতিচাৰণ। তেওঁ লগ পোৱা বিভিন্নজনৰ বিষয়ে একোটা 'স্নেপ্‌শ্বট' দিয়াৰ উপৰি সেই সকলে বৈশিষ্ট্যৰ কথা প্ৰাঞ্জলভাৱে বৰ্ণনা কৰিছে। তেওঁৰ কথন-ভঙ্গী আকৰ্ষণীয়। যেনে- (১) "তেওঁ আছিল ভালেখিনি সদগুণৰ অধিকাৰী, কিন্তু তেওঁৰ আটাইতকৈ ডাঙৰ গুণ আছিল অসম আৰু অসমীয়াৰ প্ৰতি প্ৰেম। দেশক ভালপোৱা আৰু দেশৰ কাৰণে কাম কৰা অসমীয়া নথকা নহয়, আছে, আৰু যিমান আছে তাতকৈ বহুত বেছি আছে দেশৰ কাম কৰিছো বুলি ঢাকঢোল পিটি বা নিপিটি নিজৰ স্বাৰ্থ পূৰণ কৰা অসমীয়া। কিন্তু আগৰৱালাৰ দৰে মনেপ্ৰাণে আৰু নিঃস্বাৰ্থভাৱে অসম আৰু অসমীয়াক ভাল পোৱা আৰু অসমীয়াৰ হিত চিন্তা কৰা অসমীয়া আছে কেইজন ? চন্দ্ৰকুমাৰ আগৰৱালা মোৰ চিৰনমস্য" (২) "বেজবৰুৱাই ঘৰত চুৰিয়া পিন্ধিছিল, পীৰাত বহি মাটিত ভাত খাইছিল। নিয়মমতে মাক-দেউতাকৰ শ্ৰাদ্ধ কৰিছিল। তেওঁ ঘৰে-পৰে ধোঁৱাখোৱা নুহুপি পাইপ হুপিছিল সঁচা, কিন্তু তামোল তেওঁ এনেদৰে খাইছিল যে দাঁতত তেওঁৰ তামোলৰ দাগ বহি গৈছিল। পাইপ হোঁপা মুখেৰে তেওঁ যেনেকৈ সৰসৰকৈ ইংৰাজী কৈছিল তামোল খোৱা মুখেৰে তেওঁ তেনেকৈ অসমীয়াও কৈছিল আৰু কি নিভাঁজ অসমীয়া কৈছিল তেওঁ। বেজবৰুৱাৰ ঘৰৰ আগৰ আলিটোৱেদি এদিন আবেলি যাওঁতে কাণত আহি পৰিল, 'এই শণাহি গৰুজনীয়ে শাক কেইডালৰ মুদা মাৰিব এতিয়া।' কোনে কলে অ' তেনেকৈ ? ঘূৰি চাই দেখোঁ কওঁতাজন আন কোনো নহয়, চাহাবী সাজ পিন্ধি থিয় দি পাইপ হুপি থকা গোবিন্দ বেজবৰুৱা স্বয়ং।" ইত্যাদি। এইদৰে বিভিন্ন স্মৃতিচাৰণ গল্পৰ দৰে আকৰ্ষণীয়।

সামৰণিত পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈৰ ভাষাৰে ক'ব পাৰি, "পৰৱৰ্তী জীৱনত জীৱিকাৰ কাৰণে ফুকন সাংবাদিক হৈছিল। কিন্তু তেওঁৰ মনৰ স্বাভাৱিক গতি সদায় সাহিত্যৰ ফালে আছিল। মোৰ এটা ধাৰণা আছে যে সংসাৰৰ হেঁচাত পৰি তেওঁ ইচ্ছা আৰু ক্ষমতা অনুযায়ী সাহিত্য সাধনা কৰিবলৈ সুবিধা নাপালে। তথাপি তেওঁৰ নিমজ, সৰল আৰু নিভাঁজ গদ্যশৈলী অসমীয়া সাহিত্যৰ এটা উপাদেয় বস্তু। তাৰ সৌৰভে তেওঁৰ স্মৃতি আমাৰ সাহিত্যত সজীৱ কৰি ৰাখিব বুলি মোৰ বিশ্বাস।"

# লক্ষ্মীধৰ শৰ্মাৰ সাহিত্যিক প্ৰতিভা

যি সকল প্ৰতিভাসম্পন্ন শিল্পী বা সাহিত্যিকৰ বিষয়ে অতি কম আলোচনা হৈছে অথচ যাৰ সাহিত্যিক অৱদান অপৰিসীম, সেইসকলৰ ভিতৰৰ দেশ প্ৰাণ লক্ষ্মীধৰ শৰ্মাও এজন। তেওঁ ৰচনা কৰা দুই-তিনিখন পুথি মাথোন প্ৰকাশিত হৈছে, কিন্তু অসমীয়া আলোচনীত প্ৰকাশিত গল্প লেখত ল'লে বত্ৰিছ বছৰীয়া লক্ষ্মীধৰৰ প্ৰতিভাৰ কথা সুঁৱৰি বিস্ময় মানিব লাগে। লক্ষ্মীধৰৰ বিষয়ে বৈষ্ণৱ সাহিত্যৰ গুৰি ধৰোতা আৰু ভাষাতত্ত্ববিদ ডক্টৰ বাণীকান্ত কাকতিয়ে কৈছে, "মহাকালৰ নিষ্ঠুৰ অকাল গৰাহত "লক্ষ্মীধৰৰ প্ৰতিভা মাৰ গ'ল যদিও তেওঁৰ করুণ স্মৃতি মোৰ মনত সদায় সজীৱ হৈ থাকিব" (পুৰণি অসমীয়া সাহিত্য)। অধিক কি, গুৰুৱে "উদাৰ প্ৰতিভাশালী পুৰণি ছাত্ৰ স্বৰ্গীয় লক্ষ্মীধৰ শৰ্মা এম-এ-বি-এল দেৱৰ করুণ সোঁৱৰণীত" তেওঁৰ 'পুৰণি অসমীয়া সাহিত্য' নামৰ পুথিখন অৰ্পণ কৰিছে। ইয়াতকৈ অধিক প্ৰশংসা একোৱেই হ'ব নোৱাৰে।

গ্যেটেই কৈছে যে আৱেগ বা অনুভূতি নহ'লে প্ৰকৃত কলা বৰ্তিব নোৱাৰে। সঁচা কথা, আৱেগেই কলাৰ প্ৰাণ। কবি উইলিয়াম বাটলাৰ ইয়েট্চে কৈছে যে সকলো কলাই ব্যক্তিগত দৃষ্টিৰ ওপৰত ভিত্তি কৰে, আৰু কলা যিমান বিকাশ হয় দৃষ্টিও সিমান বেছি ব্যক্তিগত হয়। লক্ষ্মীধৰৰ ৰচনা আবেগ বা অনুভূতিপূৰ্ণ। তেওঁৰ পৰ্যবেক্ষণ শক্তিও মন কৰিবলগীয়া; সমাজৰ ব্যভিচাৰ আৰু বিচাৰে তেওঁক বিদ্ৰোহী কৰি তোলে। তেওঁ বাস্তৱ জীৱনক আওকাণ কৰিব নোৱাৰে। সেই কাৰণে তেওঁৰ গল্পত বাস্তৱবাদৰ ছাঁ পৰা দেখা যায়।

কবি ৰবাৰ্ট ব্ৰাউনিং আশাবাদী। তেওঁৰ সুস্থ আশাবাদে তেওঁক মৃত্যুৰ সন্মুখীন হ'বলৈ সাহ দিয়ে। তেওঁ প্ৰচপিকে (Prospice) নামৰ কবিতাত বীৰৰ দৰে মৃত্যুৰ সন্মুখীন হ'বলৈ গৈ কৈছে —

I was ever a fighter, so — one fight more,
The best and the last!

'মৰণ দেৱতা' কবিতাত লক্ষ্মীধৰেও মৃত্যুৰ বিভীষিকা দেখি চক্ খোৱা নাই। মৃত্যুৱে তেওঁক টলাব নোৱাৰে। সেই কাৰণে তেওঁ কৈছে,

জীৱনৰ সখা, আহিছা যে আজি ওচৰ চাপি,

তোমাৰ পৰশে জগায় আনন্দ হৃদয় ব্যাপি॥

মৃত্যুৰ শীতল স্পৰ্শত মানুহৰ সকলো কামনা বাসনা মৰিমূৰ হৈ যায়; আৰু মৃত্যুৰ পৰপাৰৰ কথা চিন্তা কৰি প্ৰাণ শিহৰি উঠে। কিন্তু 'মৰণ দেৱতা'ৰ ৰচক নিৰ্বিকাৰ পুৰুষ। তেওঁৰ কবি চিত্তে মৃত্যুক 'শান্তিৰ দেৱতা' বুলিছে, আৰু মৃত্যুৰ পিছত প্ৰিয়াৰ সৈতে মিলনৰ মধুৰ ছবি কল্পনা কৰিছে -

নতুবা ঘটিব প্ৰেমৰ পুতলী প্ৰিয়াৰে মিলন,
তোমাৰ কৃপাত লভিম পুনৰ অপূৰ্ব মিলন।

ৰবাৰ্ট ব্ৰাউনিঙৰ কবিতাতো মৃত্যুৰ পিছত প্ৰিয়াৰ সৈতে মধুৰ আলিঙ্গনৰ আৰু মিলনৰ এনে কল্পনা পোৱা যায় —

And the elements' rage, the fiend- voices that rave,
Shall dwindle, shall blend,
Shall change, shall become first a peace out of pain,
Then a light, then thy breast,
O thou soul of my soul ! I shall clasp thee again,
And with God be the rest !

আমেৰিকাৰ বিখ্যাত কবি ৱাল্ট হুইট্‌মেনেও মৃত্যুক আহ্বান কৰিছে- "আহাঁ, মনোহৰ আৰু জুৰ পেলোৱা মৃত্যু" (Come lovely and soothing death) । মৃত্যু বা মৰণৰ বিষয়ে আৰু দুই এজন অসমীয়া কবিয়ে কবিতা লিখিলেও মৰণক আশাবাদীৰ দৃষ্টিভঙ্গীৰে 'শান্তিৰ দেৱতা'ৰূপে কল্পনা কৰিব পৰা কবি আমাৰ সাহিত্যত বিৰল। এনে সুকীয়া দৃষ্টিভংগীৰ কাৰণে লক্ষ্মীধৰৰ কবিতা লেখত তাকৰ হ'লেও, কালজয়ী হ'ব।

লক্ষ্মীধৰক এজন বিদ্ৰোহী সাহিত্যিক বুলি ওপৰত উল্লেখ কৰা হৈছে। সমাজৰ সমস্যাৰ চিত্ৰণ তেওঁৰ গল্প আৰু নাটকৰ এটা বৈশিষ্ট্য। নাট্যকাৰস্বৰূপে লক্ষ্মীধৰে আমাক বিশেষ দান দিব পৰা নাই, তথাপি তেওঁৰ চেষ্টা ব্যৰ্থ হোৱা নাই। বাৰ্ণাড শ্ব, ইবচেন, গলচৱৰ্ডি আদি নাট্যকাৰসকলে তেওঁলোকৰ জীৱদ্দশাত নাটকত নিজৰ আদৰ্শক ৰূপ দিয়ে। কিন্তু, দুখৰ বিষয় লক্ষ্মীধৰে নাট-ৰচনাৰ পাতনিহে মেলিছিল। তেওঁৰ 'দেশৰ কথা' আৰু 'নিৰ্মলা' নামৰ নাটক দুখনিৰ বিষয়-বস্তু সময়ৰ সোঁতত গুৰুত্বহীন হ'ব পাৰে, কিন্তু এই দুখনি নাটক ৰচনা কৰাৰ সময়ত বিষয়-বস্তু সমস্যামূলক আছিল। 'দেশৰ কথা' নাটকত আনন্দই কোৱা কথাখিনি যেন লক্ষ্মীধৰৰ প্ৰাণৰ কথা। অসমত বিশ্ববিদ্যালয় স্থাপনৰ হকে আনন্দই কয়, "সেই কালচাৰ ধ্বংস কৰিবলৈকে

এটা পৃথক ইউনিভাৰচিটিৰ আৱশ্যক হৈছে। অসমীয়া জাতিৰ ব্যক্তিত্ব ক্রমে নষ্ট হৈ গৈছে। এই জাতীয় স্বাধীনতা মনৰ ৰাজ্যত ফিৰাই নানিলে এই জাতি কেতিয়াও জীব নোৱাৰে।” আন এঠাইত আনন্দই “অসম মৰিলে আমিও মৰিম” বুলি কোৱা কথাষাৰিত লক্ষ্মীধৰৰ দেশপ্রেমৰ বীজ সোমাই আছে।

'নির্মলা' নাটকত তেওঁ এফালে সমাজৰ ব্যভিচাৰ আৰু আনফালে বিধৱাৰ অৱস্থাৰ চিত্র অঙ্কন কৰিছে। নির্মলা পীড়িতা আৰু দলিতা বিধৱা সমাজৰ প্রতীক। মহেশ্বৰৰ নিচিনা দুতৰপীয়া মানুহ সংসাৰত অনেক আছে। সময়ৰ ব্যৱধানৰ কাৰণে বাল্য বিবাহ প্রথা কমি আহিছে যদিও একেবাৰে লোপ পোৱা নাই। বৰুৱাৰ কথাত, “পৃথিৱীত সাহ হ'লেও নতুন কাম কৰা বৰ টান কথা। কাৰণ স্বভাৱতে ৰক্ষণশীল মানৱ সমাজে এনে মানুহৰ ওপৰত ভীষণ অত্যাচাৰ কৰে। যিসকলে সকলো কষ্ট মূৰ পাতি লৈ সত্যক আকোৱালি ধৰে তেওঁলোক ধন্য।”—নাট্যকাৰৰ নিজৰ অন্তৰৰ কথা যেন প্রকাশ পাইছে। নির্মলাই অসহায়া হৈ কৈছিল, “দুর্বলৰ ওপৰত অত্যাচাৰেই এই সমাজৰ নিত্য নৈমিত্তিক কার্য।” আৰু সেই কাৰণে সমাজে, “অজ্ঞানী অবলা ছোৱালীৰ সর্বনাশ কৰিবলৈ” কুণ্ঠিত হোৱা নাই। নির্মলা আৰু পদ্মই নতুন জীৱনৰ ৰাজ্যলৈ যাত্রা কৰা দৃশ্য সাঁথৰ যেন লাগে। মুঠতে, নাটকত আদর্শবাদৰ স্থান নাই। কিন্তু সামাজিক সমস্যা সমাধানৰ ইঙ্গিত পোৱা যায়।

লক্ষ্মীধৰৰ গল্পসমূহে তেওঁৰ সাহিত্যিক প্রতিভাৰ সম্যক পৰিচয় দিয়ে। তেওঁ গল্প ৰচনাত গতানুগতিক নিয়ম অনুসৰণ নকৰি পশ্চিমীয়া গল্পৰ আৰ্হিত চুটি গল্প ৰচনা কৰে। অসমীয়া সাহিত্যত চুটি গল্পৰ জন্মদাতা লক্ষ্মীনাথ বেজবৰুৱা। শৰৎচন্দ্র গোস্বামীৰ গল্পত সুকীয়া ৰচনা ৰীতি পোৱা যায়। নকুলচন্দ্র ভূঞাই চহা জীৱনৰ চিত্ৰাংকন কৰিছে। মহিচন্দ্র বৰা আৰু হলীৰাম ডেকাৰ গল্পত সামাজিক সমালোচনামূলক চিত্র পোৱা যায়; লগে লগে হাস্যৰসৰ অৱতাৰণাই গল্পৰ জেউতি চৰাইছে। লক্ষ্মীধৰ শর্মাৰ গল্প সুকীয়া প্রকাশভংগী আৰু বৈশিষ্ট্যৰ দ্বাৰা সৰবৰহী হৈ থাকিব। তেওঁৰ গল্পত আধুনিক বাস্তৱবাদৰ ছাঁ পৰিছে। 'ব্যর্থতাৰ দানত' সন্নিৱেশ কৰা পাঁচোটা গল্প পঞ্চৰত্ন বুলিব পাৰি। তেওঁৰ গল্প মনোবিজ্ঞানৰ ভেঁটিত প্রতিষ্ঠিত। অভিজাত সম্প্রদায়ৰ পৰা চহা গাঁৱলীয়া মানুহলৈকে সকলোৰে চিত্র তেওঁ অংকন কৰিছে। নীলা গল্পত তেওঁ নগৰ আৰু গাঁৱৰ পার্থক্য দেখুৱাইছে— “নগৰৰ দৰে ইয়াত লোহা আৰু ইটাৰ বান্ধোনেৰে মানুহৰ হিয়াত স্বাভাৱিক সৌন্দর্য বিকাশৰ পৰিধিটো যাওতিযুগীয়াকৈ বান্ধিবৰ উপক্রম নাই। বিলাসৰ কৃত্রিম চৰিতার্থৰ দ্বাৰা নগৰে

মানুহক সুকোমল পৃথক আনন্দসমূহৰ পৰা আঁতৰত ৰাখে।" এজন কৃতি শিল্পীৰ বাহিৰে নগৰ আৰু গাঁৱৰ ব্যৱধান কোনে এনেদৰে চিত্ৰৱৎ অংকন কৰিব পাৰে।

সমাজৰ বাস্তৱতাক চিত্ৰণ কৰিবলৈ তেওঁ সংকোচ নকৰে। ব্যৰ্থতাৰ দানত লিলিৰ ললিতাৰ প্ৰতি মনোভাব, উষাৰ জীৱনৰ স্মৃতি, সৰল কছাৰী বালিকা নীনাৰ ওপৰত চিকাৰীৰ প্ৰভাৱ আৰু তাৰ পৰিণতি, বিধৱা ললিতাই সমাজৰ বিচাৰ উপেক্ষা কৰা আৰু হেমৰ আত্ম প্ৰকাশ, চিৰাজৰ পালিতা কন্যা সীতাৰ প্ৰণয়ৰ পৰিণাম এই সকলোবোৰ চিত্ৰাৰ্পিতৰ দৰে মানস পটত ভাহি উঠে। শিক্ষিত আৰু অভিজাতে কলঙ্ক আৱৰণেৰে ঢাকি ৰাখে, আৰু নিৰ্দোষী জনসাধাৰণে তাৰ কাৰণে নিৰ্যাতন ভোগ কৰিব লাগে।

লক্ষ্মীধৰৰ গল্পৰ ৰচনা প্ৰণালীলৈ চালে সমালোচক আৰ্নল্ডৰ ভাব ধাৰ কৰি ক'ব পাৰি যে প্ৰকৃতিয়ে যেন তেওঁৰ হৈ লিখিলে। ভাষাও অলঙ্কাৰবহুল নহয়। কিছুমান বাক্য উদ্ধৃতি স্বৰূপে ব্যৱহাৰ কৰা হ'ল — "যি কথাৰ প্ৰতিকাৰ নাই তাৰ বাবে দুখ কৰা মিছা", "উশৃঙ্খলতা দুৰ্বলতাৰ পৰিচায়ক", "পৰিৱৰ্তন সৰলতাৰ চিন", "পাহৰিবলৈ চেষ্টা কৰাৰ দৰে মনত ৰখাৰ সহজ উপায় নাই" ইত্যাদি। অতি কম কথাৰে প্ৰকৃতিক জীৱন্ত কৰিব পৰাতে লিখকৰ দক্ষতাৰ চিনাকি পোৱা যায় — "লাহে লাহে চ'ত মাহ পালেহি। অসমৰ আকাশে বতাহে এটা অনিশ্চিত মাদকতা ভাহি ফুৰিবলৈ ধৰে। গোটেই বছৰ ৰিক্ত হৈ বাৰীৰ চুকত বনৰ কোণত পৰি থকা সৰু ডাঙৰ বহু গছে হঠাৎ জীৱনৰ সন্ধান পাই নিজক অপূৰ্ব সাজে সজাবলৈ ধৰিলে। কুঁহিপাত আৰু ফুলৰ অপূৰ্ব সাজ পিন্ধি পৃথিৱীয়ে চিৰ বিমোহিনী নাম সাৰ্থক কৰি তুলিছে। কুলি-কেতেকীৰ কণ্ঠত অপূৰ্ব টানে দিগ্-বিদিগ আনন্দ হিল্লোলত মুখৰিত কৰিবলৈ ধৰিলে।" বেলি মাৰ যোৱা দৃশ্যও কেনে নিখুঁতভাৱে বৰ্ণনা কৰিছে—"তেতিয়া বেলিয়ে পশ্চিম আকাশত গোলাপী ৰঙৰ সাগৰ সৃষ্টি কৰি দি বিদায়ৰ মধুৰ ক্ষণক মধুৰ কৰি তুলিবলৈ চেষ্টা কৰিছে। বিলৰ বুকুত বাসন্তী ৰঙৰ হাট বহিছে"। এনে বৰ্ণনা পঢ়িলে আমাৰ আগত সৌন্দৰ্য্যৰ ছবি উঠা নমা কৰে।

সাহিত্যিকে মনস্তত্ত্ববিদৰ দৰে ৰমণীৰ বিজয়ী যৌৱনৰ বৰ্ণনা কৰিছে। "এটা বয়স তিৰোতাৰ জীৱনত আহে যেতিয়াৰ পৰা তিৰোতাই ইচ্ছা কৰে যে জগতে তেওঁৰ ৰূপৰ যশস্যা কৰক। সেই বয়স মোৰো আহিছিল। ... নিজক মোহিনী সাজে সাজিবৰ ইচ্ছাও স্বভাৱতে বলৱতী হৈ উঠিছিল। প্ৰকৃতিয়েও দেহত লাৱণ্যৰ সঞ্চাৰ কৰি দি নিজৰ এটা অব্যক্ত অভিপ্ৰায় সিদ্ধি কৰিলে।

যৌৱনৰ আগমনীৰ গীত শিৰাই শিৰাই নানা তালে নানা সুৰে বাজি উঠিল।” কম কথাৰে যৌৱনৰ দুৱাৰ-দলিত ভৰি দিয়া ছোৱালীৰ ৰূপ-লাৱণ্য আৰু মনৰ ভাৱ বৰ্ণনা কৰা হৈছে।

আধুনিক যুগ হৈছে যুক্তি আৰু বিচাৰৰ যুগ। সমাজৰ অন্ধ বিশ্বাস মানি চলিলে নিজৰ বিবেকক বলিদান দিব লাগে। সেইহে ললিতাই কৈছে, “সমাজৰ বৰ্তমান যি অৱস্থা এই অৱস্থাত সমাজৰ প্ৰশংসাতকৈ সমাজৰ ঘৃণাক আহ্বান কৰাই সকলোৰে উচিত। সমাজৰ মূল্যহীন মতক নামানি যাতে নিজ বিকশিত ব্যক্তিত্বৰ মত মানি চলে তেনে ধৰণে মোৰ সন্তানক শিক্ষা দিম।”

চুটি গল্প ৰচনা বৰ সহজ নহয়। লেখকৰ সামৰ্থ আৰু মৌলিকতা থাকিব লাগে। লক্ষ্মীধৰৰ এই দুয়োটা আছিল। লক্ষ্মীধৰে চুটি গল্পৰ কলা ভালকৈ আয়ত্ব কৰিছিল আৰু চুটি গল্প লেখকৰ প্ৰয়োজনীয় ‘পৰিণামৰ ঐক্য’ তেওঁৰ গল্পত পোৱা যায়।

দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাৰ গল্পবাজিয়ে অসমীয়া সাহিত্যৰ এটা নতুন যুগৰ সূচনা কৰে। তেওঁ গল্পত যি নতুন দৃষ্টিভঙ্গীৰ ইঙ্গিত দিলে পৰৱৰ্তী লেখকসকলৰ ৰচনাত সি মূৰ্ত্তিমন্ত হৈ উঠে। তেওঁ একাধাৰে কবি, নাট্যকাৰ আৰু গল্প লেখক। তেওঁ ৰচনা কৰা পুথিসমূহে তেওঁৰ প্ৰতিভাৰ চিনাকি দিয়ে। যুগৰ ৰুচি অনুসৰি চুটি গল্পই কেনে গঢ় লয় কোৱা টান। কিন্তু লক্ষ্মীধৰ শৰ্মাৰ গল্পসমূহক অসমীয়া গল্প সাহিত্যৰ মাইলৰ খুঁটি বুলিব লাগিব; কালী ৰাক্ষসৰূপী যক্ষ্মাই গ্ৰাস নকৰা হ’লে লক্ষ্মীধৰে নিজ প্ৰতিভাৰ দ্বাৰা শীৰ্ষস্থানীয় লেখক হ’লহেতেন।

# হলীৰাম ডেকাৰ স্মৃতিত

বিংশ শতিকাৰ প্ৰথম দশকত জন্মগ্ৰহণ কৰা কেইজনমান কৃতী পুৰুষৰ জন্ম শতবৰ্ষ একবিংশ শতিকাৰ প্ৰথম দশকৰ প্ৰথম বছৰত পৰিছে। সেইসকলৰ ভিতৰত মুখ্য ন্যায়াধীশ হলীৰাম ডেকা, ধ্বনি কবি বিনন্দচন্দ্ৰ বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, অতুলচন্দ্ৰ হাজৰিকা আদিৰ নাম উল্লেখযোগ্য।

১৯৩৯ চনত আই-এ মহলাত উত্তীৰ্ণ হৈ কলিকতাত বি-এ পঢ়িবলৈ যাওঁ। সেই সময়ত ব্ৰহ্মপুত্ৰ উপত্যকাত দুখন মহাবিদ্যালয় আছিল। গুৱাহাটীত কটন কলেজ আৰু যোৰহাটত যোৰহাট কলেজ (পিছত ১৯৩৯ চনৰ পৰা নাম হয় জগন্নাথ বৰুৱা কলেজ)। মই ৰিপন কলেজত (বৰ্তমান সুৰেন্দ্ৰনাথ বেনাৰ্জী কলেজ)বি-এ শ্ৰেণীত ভৰ্তি হ'লো। সেইকালত অনেক অসমীয়া ল'ৰাই কলিকতাৰ কলেজত পঢ়িছিল। উক্ত কলেজৰ ছাত্ৰাবাসত লগ পালো দেৰগাঁৱৰ নৰেন্দ্ৰনাথ শৰ্মা (পিছত মুক্তিযোদ্ধা আৰু এম-এল-এ), চাবুৱাৰ ইন্দ্ৰেশ্বৰ খাউণ্ড (পিছলৈ মন্ত্ৰী), মাণিক চন্দ্ৰ দাস (পিছত এম-এল-এ), যোৰহাটৰ শিৰীষ বৰুৱা আদি অনেক ছাত্ৰ। নৰেন শৰ্মা মোৰ কলিকতাত ফুৰাৰ লগ হৈছিল। সেই সময়ত কলিকতাত থকা অসমীয়া লোকসকলৰ ভিতৰত ভৱেশ চন্দ্ৰ বৰুৱা, হলীৰাম ডেকা, জ্ঞাননাথ বৰা, যতীন্দ্ৰনাথ দুৱৰা, অম্বিকানাথ বৰা, তীৰ্থনাথ শৰ্মা (পিছত অধ্যক্ষ) আদিৰ নাম উল্লেখযোগ্য।

হলীৰাম ডেকাৰ আৱাহনত ওলোৱা গল্প পঢ়ি তেওঁৰ বিষয়ে এটা সম্যক ধাৰণা আছিল। তেওঁক দেখা কৰাৰ কথা নৰেন শৰ্মাক ক'লো। এটা দেওবাৰে তেওঁৰ সৈতে ডেকাৰ বিবেকানন্দ ৰোডৰ বাসগৃহলৈ গ'লো। সংকেত দিলত এজন সুদৰ্শন পুৰুষ ওলাই আহিল। আমাক ভিতৰলৈ মাতিলে। আমি ভিতৰলৈ গ'লো। শৰ্মাই মোক চিনাকি কৰি দিলে। মই ক'লো—"আপোনাৰ গল্প পঢ়িছো। এতিয়া লেখকজনৰ লগত চিনাকি হ'বলৈহে আহিছোঁ।" মোক তুলসীনাৰায়ণ শৰ্মাৰ বিষয়ে সুধিলে। তাহানি শৰ্মাই কলিকতাত এম-এ পঢ়োতে ঘৰুৱা শিক্ষকতা কৰি নিজৰ খৰচ উলিওৱা ডেকাই কষ্ট কৰি এম-এ (আধুনিক ভাৰতীয় ভাষা-বাংলা) আৰু 'ল' (আইন) পঢ়ে। কথা কওঁতে কেতিয়াবা ডেকাই বাক্যবাণ মাৰে। মানুহজন ৰসিক। কলিকতাত দুবছৰ থকা কালত মই চাৰি-পাঁচবাৰমান তেওঁৰ ঘৰলৈ গৈছিলো। কলিকতা উচ্চ ন্যায়ালয়ত আইন ব্যৱসায়

কৰা বৰ সহজ কথা নহয়। ডেকাৰ আগত এটা আদৰ্শ আছিল। এই আদৰ্শৰ প্ৰতি ধাৱিত হৈ তেওঁ শেহত কৃতকাৰ্য্য হৈছিল। এইকালতে তেওঁ আন্তৰ্জাতিক খ্যাতিসম্পন্ন ন্যায়াধীশ ড° ৰাধাবিনোদ পালৰ সান্নিধ্যলৈ আহে। ন্যায়াধীশ ডেকাই প্ৰায় পোন্ধৰ বছৰকাল কলিকতাত ওকালতি কৰে। ১৯৪৬ চনত তেওঁ 'ৰেভিনিউ ট্ৰিবিউনেল'ৰ সদস্যৰূপে অসমলৈ আহে। সেইবছৰত লেখক কাৰ্য্যগতিকে শ্বিলঙত আছিল। সেইকালত শ্বিলঙত মুকুল সংঘ নামৰ এটা সাহিত্যিক অনুষ্ঠান আছিল। উক্ত সংঘৰ দুই-এটা অনুষ্ঠানত মই হলীৰাম ডেকাক লগ পাওঁ। এবাৰ আপ্‌লেণ্ডৰ গকুল চন্দ্ৰ গোস্বামীৰ ঘৰত বহা এখন অধিৱেশনত ডেকা উপস্থিত আছিল। তেওঁ সভাত দুই-এটা কথাত আমাক ব্যংগ কৰিছিল। আনকি কেশৱনাৰায়ণ দত্তৰ প্ৰতিও বাক্যবাণ নিক্ষেপ কৰিবলৈ কুণ্ঠাবোধ নকৰিছিল। মই আছিলো লাবানত বয়জ এম-ই স্কুলৰ প্ৰধান শিক্ষক। ডেকাৰ ল'ৰা এজন (প্ৰণৱজ্যোতি ডেকা বৰ্তমান এজন কৃতী অধ্যাপক) আমাৰ ছাত্ৰ আছিল। সেইসূত্ৰে হলীৰাম ডেকাৰ লগত যোগাযোগ হৈছিল। মুকুল সংঘৰ লগত মোৰ সম্বন্ধ এৰা-ধৰা বিধৰ আছিল। মই কেবাখনো অধিৱেশনত উপস্থিত আছিলো। এইখন অধিৱেশনৰ বৈঠক (২৩ মাৰ্চ, ১৯৪৭) মহেশ্বৰ নেওগ (পিছত ড° অধ্যাপক) আৰু মই থকা ঘৰত (লাবানৰ জীৱেশ্বৰ গোস্বামী) অধ্যাপক কেশৱনাৰায়ণ দত্তৰ সভাপতিত্বত অনুষ্ঠিত হৈছিল। মই জুন মাহত শ্বিলং এৰো। তথাপি মুকুল সংঘৰ গতি-গোত্ৰৰ খবৰ ৰাখিছিলো বিভিন্ন সময়ত। সময়ৰ লগে লগে ডেকাৰো উন্নতি হ'ল।

১৯৪৮ চনত অসমত উচ্চ ন্যায়ালয় স্থাপিত হোৱাত হলীৰাম ডেকাই প্ৰথম পঞ্জীয়কৰ নিযুক্তিপায়। ইয়াৰ পিছত তেওঁ যোৰহাটত (১৯৪৯-৫০) জিলা ন্যায়াধীশ নিযুক্ত হয়। এই কালতে মই এদিন ন্যায়াধীশৰ বঙলালৈ যাওঁ আৰু ডেকাই মোৰ লগত পূৰ্বৰ স্নেহেৰে কথা পাতে। তেওঁ আবেলি ফুৰে। দুয়ো ওলালো। বাটতে অধ্যক্ষ তুলসীনাৰায়ণ শৰ্মাদেৱক লগ পালো। তেওঁলোকে কথাপাতি আহোতে জে.বি. কলেজৰ কথা-প্ৰসংগত শৰ্মাদেৱে ক'লে— "কলেজৰ বি.এছ.চি. শ্ৰেণী আৰম্ভ হৈছে। এইটো সম্পূৰ্ণ কৰিব পাৰিলে বঙলাটোতে (কমাৰ্চ শাখাৰ) বিশ্ববিদ্যালয় আৰম্ভ কৰিব লাগিব।" শৰ্মা অকালতে কালপ্ৰাপ্ত হ'ল। মনৰ আশা মনতে গ'ল। বয়সত ডাঙৰ হ'লেও তুলসী নাৰায়ণ শৰ্মা আৰু হলীৰাম ডেকা প্ৰায় সমবয়সী। শৰ্মা ডেকাতকৈ দুবছৰৰ ডাঙৰ (জন্ম ১৮৯৯ খ্ৰীঃ)। ডেকাই কলিকতাত পঢ়াকালত তেওঁৰ আন দুজন সংগী হ'ল কদ্ৰকান্ত শৰ্মা আৰু দীননাথ শৰ্মা (এছ.ডি.চি.)। এই তিনিজন বন্ধুৰ বিষয়ে

ডেকাই এঠাইত লেখিছে—"তিনিজন বামুণৰ সংগ আপদীয়া বুলি যদিও বহুত বামুণেও বিশ্বাস কৰে ই মোৰ পক্ষে শুভ লক্ষণহে আছিল -রুদ্র শৰ্মা, দীন শৰ্মা আৰু তুলসী শৰ্মা তিনিজন বন্ধুৰ স্নেহ আৰু শুভেচ্ছা।" (কামৰূপ ৰত্নমালা)।

১৯৫৪ চনৰ কথা। সেই বছৰ ডিচেম্বৰ মাহৰ ২৬ আৰু ২৭ তাৰিখে গুৱাহাটীৰ হেদায়েৎপুৰত অসম সাহিত্য সভাৰ চতুৰ্বিংশ অধিৱেশন বহে। সভাপতি আছিল বনফুলৰ কবি যতীন্দ্রনাথ দুৱৰা। দুৱৰা একালত কলিকতাত আছিল। সেইকাৰণে দুৱৰা আৰু ডেকাৰ ভিতৰত বিশেষ বন্ধুত্ব আছিল। ন্যায়াধীশ হলীৰাম ডেকা অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। বিদায়ী সভাপতি আছিল নলিনীবালা দেৱী। অতুলচন্দ্র হাজৰিকা আছিল প্ৰধান সম্পাদক আৰু এই লেখক সহকাৰী সম্পাদক। সভাপতি ডেকাই তেওঁৰ চমু আদৰণী ভাষণ পঢ়াৰ শেষত নিৰ্দিষ্ট আসন এৰি আহি আমাৰ ওচৰতে বহি ৰং-তামাচা কৰি আছিল। গপ-গেৰেপ নোহোৱা মানুহ, আৰু সকলোৰে লগত মিলিব পৰা ডেকা আৰু মোৰ ভিতৰত বয়সৰ ব্যৱধান থাকিলেও তেওঁ মোক কলিকতাত পোৱাৰ দৰে ব্যৱহাৰ কৰিছিল। সিকালে ডেকা ন্যায়াধীশ। সকলোৱে তেখেতক শ্ৰদ্ধা কৰিছিল। সাহিত্যিক হিচাপে আৰু সেইকালত গল্পকাৰ হিচাপে তেওঁৰ বিশেষ স্থান আছিল।

'অলকালৈ চিঠি', 'চিত্ৰসেন যখৰীয়াৰ যৎকিঞ্চিৎ' আদিয়ে সেই সময়ৰ মানুহৰ মন আকৰ্ষণ কৰিছিল। তেওঁ ১৯৫০ চনত অসম উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ পদত নিযুক্ত হৈ শেহত ১৯৫১ চনৰ শেহৰফালে উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ পদত অধিষ্ঠিত হয়। ১৯৬১ চনৰ শেহৰফালে তেওঁ চাকৰিৰ পৰা অৱসৰ লয়। তেওঁ অৱসৰ গ্ৰহণ কৰাৰ পিছত তেওঁৰ ভৰলুমুখৰ ভৱনলৈ মই দুই-এবাৰ গৈছিলো। তেওঁ কলিকতাত ওকালতি কৰাৰে পৰা ৰেভিনিউ ট্ৰিবিউনেলৰ সদস্য পদত অধিষ্ঠিত হৈ ক্ৰমাৎ উন্নতি কৰি শেহত মুখ্য ন্যায়ধীশৰূপে অৱসৰ গ্ৰহণ কৰে। কিন্তু মানুহজনৰ মোৰ প্ৰতি আৰু তেওঁৰ বন্ধুসকলৰ প্ৰতি আচৰণৰ কোনো ব্যৱধান ঘটা নাছিল। তেওঁ হাঁহিমুখীয়া, উৎসাহদাতা আৰু বাক্যবাণেৰে থকা-সৰকা কৰা এজন অমায়িক পুৰুষ আছিল।

হলীৰাম ডেকাৰ জন্ম শতবৰ্ষৰ বছৰত তেওঁৰ প্ৰতি শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলো। তেওঁ বুকুত সাহ বান্ধি কলিকতাত এম.এ আৰু আইন পঢ়িবলৈ গৈছিল। নানা প্ৰতিকূল অৱস্থাৰ মাজেদি পাৰ হ'বলগীয়া হৈছিল। তথাপি তেওঁ—"আমি একা বসে ৰব উদ্দেশ্য সাধিতে'ৰ দৰে এজন প্ৰতিভাৱান উকীল হৈ আনৰ কাৰণে আদৰ্শ দেখুৱাই গ'ল।

# সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাৰ কথা সুঁৱৰি

সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাৰ নাম স্মৰণ কৰিলে এজন নিৰ্ভীক, দৰদী, সদালাপী আৰু সাহিত্যপ্ৰাণ পুৰুষৰ কথা মনলৈ আহে। অধ্যাপনা আছিল তেওঁৰ জীৱিকা। তেওঁ কবিতা, নাটক, প্ৰবন্ধ, শিশু-সাহিত্য আদি ৰচনা কৰি আমাৰ সাহিত্য সমৃদ্ধ কৰিছে।

একোজন মানুহৰ দূৰদৃষ্টি আৰু গঠনমূলক দৃষ্টিভঙ্গীয়ে একোটা অনুষ্ঠানৰ ভেটি স্থাপন কৰাত বা কোনো অনুষ্ঠানৰ পয়া লগা অৱস্থা দূৰ কৰাত সহায় কৰে। তেনে এজন সু-সংগঠকৰ আৰ্হি হ'ল সাহিত্যাচাৰ্য্য হাজৰিকাদেৱ। তাতোত্কৈ সুখৰ স্মৃতি হ'ল এইজন সাহিত্যিকৰ সহকাৰীৰূপে অসম জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ দায়িত্ব বহন কৰা হয়, সভাৰ নিশ্চল অৱস্থাত।

সাহিত্যাচাৰ্য্য হাজৰিকাৰ লগত মোৰ প্ৰথম পৰিচয় হয় ১৯৪১ চনত— যি বছৰত তেওঁ শ্বিলঙত চেণ্ট এডমণ্ড্চ্ কলেজৰ পৰা বি,টি, পৰীক্ষা দি গুৱাহাটীত শিক্ষকতা কৰি আছিল আৰু মই উক্ত কলেজৰ বি,টি, শ্ৰেণীত ভৰ্ত্তি হৈ সেই বছৰৰ পূজাৰ বন্ধত ঘৰলৈ আহি গুৱাহাটীত এৰাতি থাকি তেওঁক ঘৰত লগ কৰিছিলোঁ। প্ৰথম পৰিচয়তে হাজৰিকাই মোক তেওঁৰ 'দীপালী' আৰু 'মণিমালা' নামৰ দুখন কবিতা পুথি উপহাৰ দিছিল, আৰু মই পুথি দুখনৰ বিষয়ে জয়ন্তী আলোচনীত এটা সমালোচনা লিখিছিলোঁ। এইদৰে প্ৰথম সাক্ষাত্ তে উভয়ৰে মাজত প্ৰীতিৰভাৱ অঙ্কুৰিত হয়। কিন্তু এই সদ্ভাৱ বিকাশৰ ক্ষেত্ৰ পৰৱৰ্ত্তী কালত সুকীয়া হৈ পৰিল। পৰস্পৰৰ স্নেহ বন্ধনৰ চুম্বক হ'ল- 'অসম সাহিত্য সভা'।

অসম সাহিত্য সভাৰ সাংগঠনিক দুৰ্বলতা আৰম্ভ হয় ১৯৪০ চনৰ পৰা। সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাৰ ভাষাত 'ভূতৰ ওপৰত দানহৰ দৰে সেই সময়ত দ্বিতীয় মহাসমৰৰ বিভীষিকাই গোটেই দেশতে সন্ত্ৰাসৰ বাতাবৰণ সৃষ্টি কৰিলে। অসম সাহিত্য সভাৰো বিস্তৰ ক্ষতি হ'ল। সভাৰ কাৰ্য্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন সামৰিক দপ্তৰৰ দখলাধীন হোৱাত সভা চৰম দুৰ্গতিৰ সন্মুখীন হ'ল।' এয়া শনিৰ দশাৰ চৰম বিপৰ্য্যয়ৰ কাল। অৱশেষত সুদিনৰ ফেঁহুজালি

দিলে ১৯৫৩ চনৰ ৮ আৰু ৯ নৱেম্বৰত শ্বিলঙত বহা অসম সাহিত্য সভাৰ দ্বাবিংশ সন্মিলনত। ড° সূৰ্য্য কুমাৰ ভূঞাৰ সভাপতিত্বত বহা এই সন্মিলনে অসম সাহিত্য সভাক নতুন জনম দিলে - যেন ঘনঘোৰ বাৰিষাৰ অন্তত আকাশত ৰঙা ৰ'দৰ জিলিঙনি। এই সন্মিলনত যোগদান কৰা প্ৰতিনিধিসকলৰ উচ্চ আকাংক্ষা আৰু মনৰ দৃঢ়তা স্মৰণীয়। কেনে সুদীৰ্ঘ বিষয় বাছনি সভা! আবেলি ৫-৩০ বজাত বিধান সভাৰ সদস্যসকলৰ নিবাস ভৱনত বিষয় বাছনি সমিতিৰ বৈঠক আৰম্ভ হয়, আৰু পুৱা ৪ বজালৈকে এই সমিতিৰ কাৰ্য্য চলিছিল (অসম সাহিত্য সভা পত্ৰিকা, ১৩ শ বছৰ, ১ম সংখ্যা)। এই সন্মিলনত অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা বিপুল হৰ্ষধ্বনিৰ মাজত প্ৰধান সম্পাদক নিৰ্বাচিত হয়। যোৰহাটৰ পৰা হেম চন্দ্ৰ দত্ত আৰু মই কাৰ্য্যনিৰ্বাহক সদস্য হওঁ। পিছত হৰিশ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু মোক সহকাৰী সম্পাদক মনোনীত কৰে, মোক যোৰহাটৰ প্ৰধান কাৰ্য্যালয় পৰিচালনাৰ ভাৰ দিয়ে।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে, "অসম সাহিত্য সভাৰ বিগত প্ৰধান সম্পাদকৰ বছৰেকীয়া প্ৰতিবেদন আৰু আয়-ব্যয়ৰ হিচাপ আদি সভাত পূৰ্ণভাবে গ্ৰহণ কৰিবলৈ যথেষ্ট অসুবিধা হোৱাত 'শ্বিলং অধিবেশনত' এখন প্ৰতিবেদন পৰীক্ষা সমিতি গঠন কৰা হয়। এনে অৱস্থাত নব-নিৰ্বাচিত প্ৰধান সম্পাদকে নানা অসুবিধাৰ মাজেদি কাম আৰম্ভ কৰিবলগীয়া হয়। প্ৰধান সম্পাদক হাজৰিকাৰ ভাষাৰে কব পাৰি-"সভাৰ ধন-ভঁৰালৰ তলি উদং, জমাৰ ঘৰত শূন্য। ধাৰে পেন পেন। কেইবাটাও পুঁজি অলপীয়া ধনেৰে অচল আৰু নিষ্ক্ৰিয় হৈ আছে। যোৰহাটৰ চন্দ্ৰকান্ত ভৱনত মূল কাৰ্য্যালয়ত তেতিয়া অকাৰ্য্য হৈ কেচুমতা আৰু মকৰা জাল। অসম সাহিত্য সভাৰ বেমেজালিৰ কাৰণে সভাৰ এনে জৰাজীৰ্ণ অৱস্থা। কেন্দ্ৰীয় কাৰ্য্যালয়ৰ চৌহদ মাটিৰ খাজনা অনাদায়ত নীলামত যাব লগীয়া হৈছিল, সভাৰ কেইবাটাও ন্যাস পুঁজি মৃতপ্ৰায় বা অচল। চন্দ্ৰকান্ত অভিধানৰ কিছু সংখ্যক পুথি মোকদৰ্মা বাবদ মালখানাত জব্দ হৈ আছিল। আনকি কাৰ্য্যালয় চকীদাৰ শ্ৰীপ্ৰমোদ হাজৰিকাক কেইবা বছৰৰ দৰমহা দিবলৈ বাকী আছিল।" এনে হতাশজনৰ পৰিবেশৰ মাজতে এই লেখকে গাঁঠিৰ ধন ভাঙি অ.ক নিজা ব্যক্তিগত লাভ লোকচানলৈ আওকাণ কৰি সাহিত্য সভাৰ হৃত গৌৰৱ উদ্ধাৰ কৰিবলৈ একান্ত মনে লাগি গৈছিল" (অসম সাহিত্য সভাৰ ৰূপ লেখা ঃ অতুল চন্দ্ৰ হাজৰিকা)।

সভাৰ এনে সঙ্কট কালত হাজৰিকাই সভাৰ হৃত গৌৰৱ উদ্ধাৰ কৰিবৰ কাৰণে সকলো প্ৰকাৰৰ শ্ৰম দান কৰিব লগা হৈছিল। তেওঁ যোৰহাটলৈ আহি

চন্দ্ৰকান্ত ইন্দ্ৰকান্ত ন্যাস সমিতি গঠন সম্পৰ্কে যোৰহাট সাহিত্য সভাৰ তেতিয়াৰ সভাপতি দেৱেশ্বৰ শৰ্ম্মাক লগ ধৰি বিশদ আলোচনা কৰে। ইয়াৰ উপৰি চন্দ্ৰকান্ত ইন্দ্ৰকান্ত সামাজিক সমাৰোহ পুঁজি উদ্ধাৰৰ দায়িত্ব আমাক অৰ্পণ কৰে। প্ৰধান সম্পাদকৰ লগত আলোচনা কৰি সভাৰ পুঁজি পুনৰুদ্ধাৰৰ উপৰি অন্যান্য কাম কৰোঁ। কেন্দ্ৰীয় কাৰ্য্যালয়টো মেৰামতি কৰাৰ উপৰি চকীদাৰৰ আৱাসটি নতুনকৈ নিৰ্মাণ কৰা হয়। সভাৰ আৰ্থিক অৱস্থা সম্পৰ্কে প্ৰধান সম্পাদকে তেওঁৰ প্ৰতিবেদনত(১৯৫৩-৫৪) কৈছে, "কাৰ্য্যভাৰ হাতত লৈ প্ৰাক্তন সম্পাদকৰ পৰা নগদ একো নাপালো। যোৰহাট ডাকঘৰত থকা ৯টা সাধাৰণ পুঁজি আৰু দুটা ন্যাস সমিতিৰ পুঁজি একেবাহে কেইবা বছৰো ব্যৱহাৰ নোহোৱাৰ কাৰণে অচল বুলি পৰিগণিত হৈ আছিল। তদুপৰি আগৰ সম্পাদকে হিচাপ পত্ৰৰ কাকত-পত্ৰ দিয়াত বিলম্ব কৰিলে। শ্বিলঙৰ পৰা সম্পাদকৰ বাব লৈ আমি গুৱাহাটী পোৱাৰ লগে লগে আগৰ সম্পাদকৰ আমোলৰ পাওনাদাৰ সকলে ধৰুৱা হিচাপে আমাৰ পাছ ল'লে। আৰু বাকী পৰি থকা যোৰহাট মিউনিচিপেলিটীৰ টেক্স, মাটিৰ খাজনা, বিজুলী চাকিৰ খৰচ আদিৰ সাধনিৰ জাননী আহিবলৈ ধৰিলে। হাজৰিকাই পূৰ্বৱৰ্তী সম্পাদক কেশৱ নাৰায়ণ দত্তৰ দিনৰ অনাদায় বিলৰ ১৫০০ টকা পৰিশোধ কৰে।

হাজৰিকা প্ৰথমবাৰ সম্পাদক হোৱা কালত অসম সাহিত্য সভাৰ শাখা-সভা আছিল প্ৰায় ত্ৰিশখন। সেইবোৰৰ বেছি ভাগ নিষ্ক্ৰিয়। বছৰৰ শেহলৈ শাখা সভা আৰু স্বীকৃত সভাৰ সংখ্যা ৭০ খন হয়গৈ, আৰু চৰকাৰী বাৰ্ষিক অনুদানো আঢ়ৈ হাজাৰ টকাৰ পৰা ছহেজাৰ টকালৈ বাঢ়ে। সভাৰ সংগঠন কাৰ্য্যত সহকাৰী সম্পাদক স্বৰূপে আমি নানা ঠাইলৈ গৈছিলো। এই বিষয়ত প্ৰধান সম্পাদকে আমাৰ বয়সৰ সুবিধা লৈছিল যেন লাগে। হাজৰিকা কৰাওঁতা আৰু মই কৰ্ম্মী। তেওঁৰ ব্যক্তিত্ব, সভাৰ প্ৰতি আনুগত্য আৰু কৰ্তব্য-নিষ্ঠাই অসম সাহিত্য সভাক সুদৃঢ় ভেটিত স্থাপন কৰিলে। তেওঁৰ কাৰ্য্যকালতে শিলচৰত অসম সাহিত্য সভা ভৱনটি সম্পূৰ্ণ হৈ উঠাত কাছাৰত অসমীয়া ভাষা প্ৰচাৰৰ সুবিধা হয়। এইদৰে অতুলচন্দ্ৰ হাজৰিকাৰ কাৰ্য্যকালত অসম সাহিত্য সভা ঠন ধৰি উঠাত আৰু ইয়াৰ প্ৰতি ৰাইজৰ আস্থা পুনৰ ঘূৰি অহাত তেওঁ ত্ৰয়োবিংশ অধিৱেশনত(যোৰহাট,৩১/১২/৫৪ আৰু ১/১/৫৫)আৰু চতুৰ্বিংশ অধিৱেশনত (গুৱাহাটী, ২৬/২৭ ডিচেম্বৰ ১৯৫৫) পুনৰ দুবাৰকৈ প্ৰধান সম্পাদক নিৰ্বাচিত হয়। আৰু আমিও এই দুয়োবাৰৰ সহকাৰী সম্পাদকস্বৰূপে ঘাই কাৰ্য্যালয়ৰ দায়িত্বত থাকি সভালৈ সেৱা আগবঢ়াওঁ। এইখিনিতে এটা

কথা উল্লেখ কৰিব পাৰি যে,‘১৯৫৪ চনৰ ১৬/১৭ মে’ত যোৰহাটত ড° সূৰ্য্য কুমাৰ ভূঞাৰ সভাপতিত্বত বহা কাৰ্য্যপালিকাই এটা প্ৰস্তাৱৰ যোগে তেতিয়াৰ চৰকাৰৰ ওচৰত যি সুচিন্তিত আঁচনি দাখিল কৰিছিল, তাৰেই সুফল স্বৰূপে অসম প্ৰকাশন পৰিষদ জন্ম হয়। অৱশ্যে সভাই পৰৱৰ্ত্তী এক অধিৱেশনত এই প্ৰস্তাৱটো দোহৰাতহে মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ দিনত সি কাৰ্য্যকৰী হয়, আৰু ১৯৫৮ চনৰ ১৫ আগষ্টৰ দিনা মুখ্যমন্ত্ৰী চলিহাই ‘আনুষ্ঠানিকভাৱে অসম প্ৰকাশন পৰিষদ চৰকাৰৰ দ্বাৰা প্ৰতিষ্ঠা’ কৰাৰ কথা ঘোষণা কৰে।

হাজৰিকাদেৱৰ দ্বিতীয় বছৰটি ফৰকাল হ’ল; জেওাজোটবোৰ ক্ৰমাৎ আপোনা-আপুনি নাইকিয়া হৈ পৰিছিল। সেই বছৰৰ উল্লেখযোগ্য কাম হ’ল চৰকাৰী ভাষা আয়োগ আৰু ৰাজ্য পুনৰ গঠন আয়োগৰ আগত ১৯৫৫ চনৰ১০ মে’ৰ দিনা স্মাৰক পত্ৰ প্ৰদান আৰু সাক্ষ্যদান। এই বছৰৰ সাহিত্য সভা পত্ৰিকাৰ নিয়মীয়া প্ৰকাশৰ উপৰি ‘অসম সাহিত্য সভা’ বাৰ্ষিকী ২৩শ অধিৱেশন আৰু অসম সাহিত্য সভাৰ ভাষণাৱলী প্ৰকাশ, নেফা আৰু উত্তৰ পূৱ সীমান্ত অঞ্চলত অসমীয়া ভাষা প্ৰচলনৰ দাবীত ৯/৬/৫৬ তাৰিখে নেফা দিৱস পালন কৰাৰ উপৰি কেন্দ্ৰীয় গৃহমন্ত্ৰী গোবিন্দ বল্লভ পন্ত অসমলৈ আহোতে গুৱাহাটীত লগ ধৰি তেওঁক নেফাৰ বিষয়ে এখন স্মাৰক পত্ৰ দিয়া হয়। সেই বছৰ নৱেম্বৰ মাহত দিল্লীত ইউনেস্ক’ৰ অধিৱেশন উপলক্ষে ভাৰত চৰকাৰে সাহিত্য একাডেমীৰ যোগেদি পতা প্ৰদৰ্শনীত অধ্যক্ষ তীৰ্থনাথ শৰ্ম্মাই অসমীয়া পুথি গোটাই সেইবোৰ দিল্লীত প্ৰদৰ্শন কৰে। ইয়াৰ উপৰি অসম সাহিত্য সভা বাৰ্ষিকী (২য় ভাগ, চতুৰ্বিংশ অধিৱেশনত), বুৰঞ্জীমূলক প্ৰবন্ধাৱলীৰ তালিকা (ড° সূৰ্য্য কুমাৰ ভূঞা সম্পাদিত), লৱ-কুশৰ যুদ্ধ (ড° মহেশ্বৰ নেওগ সম্পাদিত) আদি পুথি প্ৰকাশিত হয়। তৃতীয়বছৰত অসম সাহিত্য সভাৰ ভাষণাৱলী(২য় ভাগ) প্ৰকাশিত হয়।

এইদৰে হাজৰিকাদেৱে অসম সাহিত্য সভাৰ কেৰোণ নিৰ্মূল কৰি আৰু বিভিন্ন ন্যাস পুঁজিৰ ধন গচিছত কৰি সভাক নতুন জীৱন দিয়ে। তেওঁ সভাক এটা জাতীয় অনুষ্ঠানলৈ ৰূপান্তৰিত কৰাত যি ৰৰঙণি যোগালে তাৰ বাবে তেওঁৰ নাম অসম সাহিত্য সভাৰ ইতিহাসত স্মৰণীয় হৈ আছে। অসম সাহিত্য সভাৰ ধুবুৰীত অনুষ্ঠিত হোৱা পঞ্চবিংশ(ৰূপালী জয়ন্তী) অধিৱেশনত (২৭/২৮ ডিচেম্বৰ ১৯৫৬) তেওঁ প্ৰধান সম্পাদকৰ দায়িত্বৰ পৰা অব্যাহতি লয়। এই অধিবেশনৰ সভাপতি আছিল বেণুধৰ শৰ্ম্মা। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব

পাৰি যে, দ্বাবিংশ(শ্বিলং)অধিবেশনত প্ৰধান সম্পাদকৰ নিৰ্ব্বাচনত শৰ্ম্মা আৰু হাজৰিকাৰ মাজত প্ৰতিদ্বন্দ্বিতা হৈছিল।

ইয়াৰ পিছত হাজৰিকাদেৱে দুবাৰকৈ (১৯৫৭-৫৮) উপ-সভাপতি হৈ শেহত নগাঁৱত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অষ্টাবিংশ অধিৱেশনত (১৯/২০ এপ্ৰিল, ১৯৫৯) সভাপতিৰ আসন অলংকৃত কৰে। হাজৰিকাদেৱ সভাপতি হয় আৰু আমি প্ৰধান সম্পাদক হওঁ। পূৰ্বৰ দুজন সহকৰ্ম্মী নতুন ভূমিকাত অৱতীৰ্ণ হ'লোঁ। দুয়োৰে পূৰ্ব্বৰ সদভাৱ, বিশ্বাস,আস্থা,আৰু আন্তৰিকতা সভাৰ গধুৰ দায়িত্ব বহন কৰাৰ মূলধন আছিল। সভাপতি আৰু প্ৰধান সম্পাদক উভয়ে একেলগে বহুত কথা চিন্তা কৰি সভাৰ সংঘাতপূৰ্ণ বছৰটি পাৰ কৰিবলগীয়া হয়। অষ্টাবিংশ অধিবেশনৰ প্ৰস্তাৱ মৰ্মে চৰকাৰক ১৯৬০ চনৰ ভিতৰতে অসমীয়া ভাষাক অসমৰ ৰাজ্যিক ভাষাৰূপে ঘোষণা কৰিবলৈ সভাৰ ফালৰ পৰা দাবী জনোৱা হয়। অসমৰ মুখ্যমন্ত্ৰী চলিহাৰ এটি অদূৰদৰ্শী উক্তিৰ ফলত ৰাজ্যৰ সৰ্বত্ৰ প্ৰতিবাদ নিনাদিত হয়। ৰঞ্জিত বৰপূজাৰীৰ মৃত্যু আৰু তাৰ পৰৱৰ্ত্তী ঘটনা সমূহৰ বৰ্ণনা নিষ্প্ৰয়োজন। অসমৰ জনসাধাৰণৰ দাবীৰ ফলত মুখ্য মন্ত্ৰীয়ে ২৪/১০/৬০ তাৰিখে অসম বিধান সভাত উত্থাপন কৰা অসমৰ চৰকাৰী ভাষা বিলখন গৃহীত হয়, আৰু সেইবছৰৰে ডিচেম্বৰ মাহত ই আইনত পৰিণত হয়। ১৯৫৯ চনত আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু শতবাৰ্ষিকী উদ্‌যাপনত চৰকাৰৰ সঁহাৰি নাপালেও শাখা সভাসমূহ আৰু অন্যান্য অনুষ্ঠানে ১৬ জুন দিৱসটো জাক্ জমকভাৱে উদ্‌যাপন কৰে। নগাঁৱত এই জাতীয় বীৰজনৰ নামত এখন মহাবিদ্যালয় স্থাপন কৰি ৰাইজে এটা মহৎ কাম কৰে। সভাৰ দাবীত ১৯৭৭ চনত নগাঁৱৰ কলঙৰ দলংখন চৰকাৰে আনন্দৰাম ঢেকিয়াল ফুকনৰ নামেৰে নামকৰণ কৰে। অসম চৰকাৰেও বাৰ্ষিক অনুদান ১০ হেজাৰ টকালৈ বৃদ্ধি কৰে। তদুপৰি প্ৰকাশনৰ আঁচনিত বিশ হাজাৰ টকা আৰু ভাষা শিক্ষা আৰু পৰ্ব্বত-ভৈয়ামত প্ৰচাৰ আঁচনিত ২০ হেজাৰ টকা মঞ্জুৰ কৰে। সভাপতি হাজৰিকাই কলে—"মই গুৰু ঋণ সুজিব লাগে। ভেবাৰাঘাটৰ পৰা মোৰ শিক্ষক যোগেশ চন্দ্ৰ তামুলীয়ে মোলৈ লিখিছে যে, তেখেতৰ 'অসমীয়া লোক গীত সংগ্ৰহৰ' পুথিখন প্ৰকাশ কৰিব লাগে।" আমি দুয়ো কিছুপৰ আলোচনা কৰি উক্ত গ্ৰন্থ প্ৰকাশৰ আঁচনিৰ অন্তৰ্ভুক্ত কৰোঁ। কটন কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ শ্ৰীলুম্বেৰ দায়ে লিখা 'উদয়াচলৰ সাধু' নামৰ পুথিখন সভাই প্ৰকাশ কৰে। আমাৰ কাৰ্য্যকালত প্ৰকাশিত অন্যান্য পুথিসমূহ হ'ল-(১) ড° মহেশ্বৰ নেওগ অনূদিত আৰু

সম্পাদিত আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া ভাষা,(২) প্ৰধান সম্পাদক সম্পাদিত 'আনন্দৰাম ঢেকিয়াল ফুকন',(৩) অতুলচন্দ্ৰ হাজৰিকা সম্পাদিত 'অসমীয়া লোকগীত সংগ্ৰহ',(৪) ড° মহেশ্বৰ নেওগ সম্পাদিত সচিত্ৰ 'পবিত্ৰ অসম',(৫) নকুলচন্দ্ৰ ভূঞাৰ চাহ বাগিচাৰ বনুৱা,(৬) ড° প্ৰফুল্ল দত্ত গোস্বামী সম্পাদিত এ,কে, গাৰ্ণিৰ 'কামিনী কান্ত চৰিত' ইত্যাদি। ইয়াৰ উপৰি ড° সতেন্দ্ৰনাথ শৰ্ম্মা সম্পাদিত তিনিখন সংস্কৃত নাটক 'ৰূপক ত্ৰয়ম্' প্ৰকাশৰ অৰ্থে অসম চৰকাৰ যোগে ভাৰত চৰকাৰলৈ পঠোৱা আঁচনিৰ চাৰি হাজাৰ টকা পৰৱৰ্ত্তী প্ৰধান সম্পাদক ড° মহেশ্বৰ নেওগৰ দিনত সভাই পায়। ইয়াৰ উপৰি শিল্পী শ্ৰীযুগল দাসে আঁকা প্ৰতীকটো সামান্য সাল-সলনি কৰি সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহকে গ্ৰহণ কৰে, আৰু ১৯৫৯ চনৰ ৯ ছেপ্তেম্বৰত সাহিত্য সভা সপ্তাহৰ প্ৰথম দিনা চন্দ্ৰকান্ত সন্দিকৈ ভৱনত সভাৰ প্ৰতীক অংকিত পতাকা উত্তোলন কৰা হয়। তেতিয়াৰে পৰা সভাৰ পতাকা, পত্ৰিকা, প্ৰকাশিত গ্ৰন্থ আৰু আন কাকত-পত্ৰত ই ব্যৱহৃত হৈ আহিছে।(অসম সাহিত্য সভাৰ ৰূপলেখা)। ১৯৬০ চনৰ ২৭/২৮/২৯ অক্টোবৰ তাৰিখে অষ্টাবিংশ পলাশবাৰী (মিৰ্জ্জা) অধিৱেশনৰ সভামণ্ডপৰ পূব ফালে মুকলি পথাৰত বিদায়ী সভাপতি অতুল চন্দ্ৰ হাজৰিকাদেৱে প্ৰথমবাৰ আনুষ্ঠানিকভাৱে ২৭ তাৰিখে পুৱা অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰে। এই অধিৱেশন সামৰণিৰ লগে লগে উভয়ৰে ৰাজহুৱা দায়িত্বৰ পৰা অব্যাহতি লাভ।

ইয়াৰ পিছতো হাজৰিকাদেৱে সভাৰ লগত সম্পৰ্ক ৰাখি কোনো কোনো কামত সহযোগ কৰে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্মশতবাৰ্ষিকী উপলক্ষে ১৯৬৮ চনত সাহিত্য প্ৰকাশৰ দ্বাৰা প্ৰকাশিত বেজবৰুৱা গ্ৰন্থাৱলী দুয়োখণ্ড তেওঁ যুগুত কৰে। এই কামত তেওঁ সহযোগী সকলৰ বিষয়ে তেওঁ বেজবৰুৱাৰ গ্ৰন্থাৱলীৰ প্ৰথম খণ্ডত লিখিছে— "সম্পাদনা সমিতিৰ সদস্য সকলৰ ভিতৰত অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, অধ্যাপক শ্ৰীযোগেশ দাস আৰু শ্ৰীশশী শৰ্ম্মাই সক্ৰিয় সহযোগ আগনবঢ়োৱা হ'লে আমাৰ পক্ষে এনে এখন মেটমৰা ভাৰ বহন কৰাটো অসম্ভৱ হ'লহেঁতেন। অধ্যাপক শ্ৰীগোস্বামীৰ পৰা বেজবৰুৱাৰ ভঁৰালৰ আপুৰুগীয়া সম্পদ হাত মেলিয়েই পাইছো। ইয়াৰ উপৰি কেতিয়াবা কিবা প্ৰবন্ধ,গল্প বা কবিতা বিচাৰি লিখা চিঠিৰো আমি সন্তোষজনক উত্তৰ দিব পাৰিছিলো।"

আমি অসম সাহিত্য সভাৰ সপ্তচত্বাৰিংশ বহা সন্মিলনৰ (২১/২২/২৩ মাৰ্চ,১৯৮০)সভাপতি নিৰ্বাচিত হোৱাৰ বাতৰি পাই ১১/১০/৭৯

তাৰিখে শুভেচ্ছা জনাই হাজৰিকাই আমালৈ লিখে, "আশা কৰো আপুনি ইতিমধ্যে বোম্বাইৰ পৰা আহি ঘৰ চাপিছেগৈ। আজি পুৱা কাকতত আপোনাৰ বিষয়ে বাতৰি পঢ়িবলৈ পাই মই বিশেষভাৱে আনন্দিত হৈছো আৰু গৌৰৱ অনুভৱ কৰিছো। বহু পলমকৈ হলেও বৰ উপযুক্ত সময়ত জাতিৰ এক জীৱন মৰণৰ সন্ধিক্ষণত আপুনি এই গুৰুভাৰ বহন কৰিবলগীয়া হৈছে। এফালে সন্মান, আনফালে গধুৰ দায়িত্ব। আপুনি যে ইয়াৰ বাবে যোগ্য ব্যক্তি সেই বিষয়ে সন্দেহৰ স্থল নাই। আপোনাৰ নেতৃত্বত সাহিত্য সভাই গাৰ জঠৰতা দূৰ কৰি ভাষা-সাহিত্য তথা দেশক শক্তিশালী নেতৃত্ব দিব পাৰিব নিশ্চয়। ভগৱান সহায় হওক। মোৰ শুভেচ্ছা আৰু অভিনন্দন গ্ৰহণ কৰিব"।

তেওঁ ৰহাৰ সভামণ্ডপত মোক লগ পাম বুলি জনাইছিল, কিন্তু বিশেষ কাৰণত যাব নোৱাৰি ২১ মাৰ্চত আমালৈ লিখে —"আজি বহু পুৰণি কথা মনত পৰিছে। আমি দুয়ো একে লগে শ্বিলং অধিৱেশনত এক সংকটপূৰ্ণকালত অসম সাহিত্য সভাৰ গুৰু দায়িত্ব কান্ধ পাতি লৈছিলো। আপুনি মোৰ দক্ষিণ হস্ত স্বৰূপ। দুখৰ বিষয়, তেতিয়াৰ পৰা আজি এই সুদীৰ্ঘ কালছোৱাত আপুনি অবিছিন্নভাৱে সাহিত্য সভাৰ হিতাৰ্থে শ্ৰম দান কৰিছে। আৰু ঘাইকৈ সেই কাৰণেই আপুনি সভাৰ সৰ্ব্বোচ আসন অলঙ্কৃত কৰিবলৈ সমৰ্থ হৈছে। আপোনাৰ জয়-গৌৰৱত মই বিশেষভাৱে আনন্দ অনুভৱ কৰিছো"।

ওপৰৰ চিঠিৰ উদ্ধৃতিৰ পৰাই সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱৰ আমাৰ প্ৰতি কেনে মৰম আৰু আস্থা আছিল তাক সহজে অনুমান কৰিব পাৰি। আমাৰ ভিতৰত বয়সৰ তাৰতম্য থাকিলেও অসম সাহিত্য সভাৰ মঞ্চত মিলিত হৈ দুয়ো এই বৃহৎ জাতীয় অনুষ্ঠানটি আৰু অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ হকে অহোপুৰুষাৰ্থ কৰিছিলো। হাজৰিকাদেৱৰ জীৱনাদৰ্শই আমাৰ জীৱনৰ ওপৰত কিছু প্ৰভাৱ পেলাইছিল। সাহিত্যাচাৰ্য হাজৰিকাদেৱ ভীমকৰ্মা আৰু স্থিৰচিত্তৰ ব্যক্তি আছিল। এনে নিষ্ঠাৱান আৰু সাহিত্যপ্ৰাণ পুৰুষ উত্তৰ পুৰুষৰ বাবে আদৰ্শ স্বৰূপ। তেওঁ সময়-বালিত খোজ থৈ গৈছে —

মৰণে সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱক অমৰ কৰক ॥

# বকুল বনৰ কবি আনন্দচন্দ্ৰ বৰুৱা

যিজন পুৰুষৰ 'ৰূপে-ৰসে পৰিপূৰ্ণ' পৃথিৱীৰ 'সমস্ত সৌন্দৰ্য্য একেলগ কৰি সৌন্দৰ্য্যৰ তিলোত্তমা গঢ়ি চাওঁতে' নিজৰ সৌন্দৰ্য্যৰ সঁফুৰা নিঃশেষ হৈ গ'ল আৰু যিজনাৰ হৃদয়ত মহাশূন্যৰ ঢৌৱে 'মোহৰ টোপনি ভাঙি' মৌ-বৰষি (ঢৌ ঢৌ ঢৌ কেৱল ঢৌ) 'মহাসত্যৰ ৰূপ অপৰূপ' প্ৰতিভাত হয়, সেইজন ৰোমাণ্টিচিজম্ আৰু ক্লাচিজমৰ সমাহাৰ ভাৱ জগতৰ দোৱনীয়া আনন্দচন্দ্ৰ বৰুৱা বিংশ শতিকাৰ প্ৰকৃতাৰ্থত কবি বুলিব পাৰি। আনন্দচন্দ্ৰ বৰুৱাৰ বিজয়া নাটকত বিশ্বসিংহই (তৃতীয় অঙ্ক, দ্বিতীয় দৃশ্য) কৈছে, "কল্পনাই যেতিয়া চেতনাক আগুৰি ধৰে, ভাবৰ মদিৰাই যেতিয়া ভাষা ফেনাই তোলে-শুনোতাই তাৰ আঁতিগুৰি ধৰিব নোৱাৰি কওঁতাক 'কবি' আখ্যা দিয়ে" —এই উক্তিৰ সাৰ্থক প্ৰয়োগ কবি বৰুৱাৰ ক্ষেত্ৰত পৰিলক্ষিত হয়।

প্ৰেমধৰ শৰ্মা বৰুৱা আৰু ইন্দ্ৰাণী দেৱীৰ চতুৰ্থ সন্তান আনন্দ চন্দ্ৰ বৰুৱাই ১৯০৭ চনৰ ৩১ ডিচেম্বৰ তাৰিখে মৰাণৰ খুমতাই চাহ-বাগিচাত জন্মগ্ৰহণ কৰে। আনন্দ চন্দ্ৰ বৰুৱাৰ আদিপুৰুষ আছিল কনৌজৰ ভাগৱত-ভূষণ উপাধিধাৰী ব্ৰাহ্মণ আৰু সেয়েহে সেই পৰিয়ালক ভাগৱতী বৰুৱা বোলে। প্ৰেমধৰ শৰ্মা বৰুৱাৰ নিজা ঘৰ চাওখাট মৌজাৰ ঢেকীয়াখোৱা বৰনামঘৰৰ ওচৰৰ ডিহা-কোষত। এই ঠাইতেই 'স্বপ্ন দিয়ে তৈৰী স্মৃতি দিয়ে ঘেৰা' কবি বৰুৱাৰ শৈশৱকাল অতিবাহিত হয়। বৰনামঘৰৰ পাঠপ্ৰসঙ্গ আদিয়েও তেওঁৰ জীৱনৰ ওপৰত গভীৰ সাঁচ বহুৱায়। তেওঁ 'স্মৃতি ভৰপূৰ মৰমৰ ডিহা-কোষ' প্ৰসঙ্গত কৈছে, "বৰআলিৰ পৰা এমাইল উত্তৰে সোমাই গ'লেই অকণমান নৈখনৰ নাম ডিহা। ধেনুভিৰিয়া হৈ বৈ যোৱা ডিহা নৈৰ ভিড়টোতে 'বকুলবন'। আগপিনেও ডিহা পিছপিনেও ডিহা। অৰ্দ্ধচন্দ্ৰাকৃতি নৈখনৰ বুকুতে চিৰসেউজীয়া প্ৰকৃতিৰ উপবন যেন 'বকুলবন।'

"বাৰীখন পাতিছিল মোৰ সৌন্দৰ্য্যপ্ৰিয় দেউতা স্বৰ্গীয় প্ৰেমধৰ বৰুৱাই। পদূলিমুখত দ'ল যেন দুজোপা বকুল গছ, বাটৰ কাষতে এজোপা আঁহত উত্তৰফালে, দক্ষিণে এজোপা ৰবজামু ডালপাতেৰে ভৰুণ, দক্ষিণৰ বকুল জোপাৰ গাতে লাগি থকাকৈ এজোপা অমৰা গছ। দেউতা-ব'তীৰ মৃত্যুৰ পিছত মোৰ মনত বকুল দুজোপা দেউতা ব'তী যেন লাগে। ক'ৰবাৰপৰা গৈ

পদূলি মুখ পালেই স্বৰ্গীয় পিতৃ-মাতৃ দুজনাৰ পৰশ প্ৰাণত অনুভৱ কৰোঁ।"(সেই নিমাতী পুৱাবেপৰা, ১৯৮২)। 'ডিহাৰ স্বপ্ন' কবিতাতো কবিৰ অনুৰাগ প্ৰকাশ পাইছে—

সেইখনি মোৰ
স্মৃতি ভৰপূৰ
মৰমৰ ডিহ্যকোষ
দিঠকৰ ওৰ।
প্ৰাণ-দেৱতাৰ
মিহি কবিতাৰ
মৃদু মধু লয় ভৰা
তাতে অভিসাৰ...
... ... ...
জ্বলিছিল অতে মোৰ
প্ৰথম জুই।

তেওঁৰ শিক্ষা-জীৱন আৰম্ভ হয় এই ডিহাতেই। তেওঁ ঢেকীয়াখোৱা প্ৰাথমিক বিদ্যালয়ৰ শিক্ষান্ত পৰীক্ষাত বৃত্তি লাভ কৰি ১৯১৮ চনত কাকজানৰ চৰকাৰী মধ্য ইংৰাজী স্কুলত নাম লগায়; আৰু এই বিদ্যালয়ৰ মজলীয়া ইংৰাজী স্কুল পৰীক্ষাত বৃত্তি লাভ কৰি ১৯২২ চনত যোৰহাট চৰকাৰী হাইস্কুলত ভৰ্ত্তি হয়। তেওঁ ১৯২৬ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কাশীলৈ গৈ পোনতে কাশী বিশ্ববিদ্যালয়ত আই-এচ্-চি পঢ়ি পিছত কলা শাখাত নাম লগায়। কিন্তু ১৯২৯ চনত শিক্ষা সম্পূৰ্ণ নকৰাকৈ ঘূৰি আহে। ইমানতে তেওঁৰ শিক্ষা জীৱনৰ ওৰ পৰিল। বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলেও বৌদ্ধিক দিশত তেওঁ কিছু উপকৃত হ'ল। কাশী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাতা পণ্ডিত মদনমোহন মালব্য আৰু কেইবাজনো গুণী-জ্ঞানী অধ্যাপকৰ সান্নিধ্য লাভো তেওঁৰ পক্ষে প্ৰেৰণাদায়ক হ'ল। এই কালতে তেওঁৰ মন 'ৰূপ-ৰস গন্ধ-স্পৰ্শ শব্দৰ প্ৰেৰণাত নাচি উঠে'।

তেওঁৰ কৰ্মজীৱন আৰম্ভ হয় সাংবাদিকতাৰে। তেওঁ চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিষ্ঠিত 'অসমীয়া' কাকতৰ সম্পাদক হ'ল। তেওঁ এঠাইত লিখিছে, "১৯৩০ চনত 'চন্দ্ৰকুমাৰ আগৰৱালাৰ খাৰঘূলিৰ নিউ প্ৰেছৰপৰা ওলোৱা 'অসমীয়া' কাকতৰ সম্পাদক 'লক্ষ্মীনাথ ফুকনক কামৰপৰা বিদায় দিয়াত সম্পাদকৰ পদ খালী হৈছিল। ভাগ্যক্ৰমে মোকেই সম্পাদক পদ যাচিলে।

তেতিয়া ১৯৩০ চন। ভাৰত জুৰি কংগ্ৰেছৰ অসহযোগ আন্দোলনৰ তুমুল যুদ্ধ। ভাইচৰয়ে অৰ্ডিনেঞ্চ জাৰি কৰি জাতীয়তাবাদী সকলো কাকত পত্ৰ বন্ধ কৰিলে, আৰু নেতাবিলাকক জেলত সুমালে" (বাগ্মীবৰ ফুকন,অ,সা,সভা, ১৯৮০)। কাকতখন বন্ধ হোৱাত তেওঁ সাংবাদিকতা এৰি ১৯৩৩ চনত যোৰহাটৰ স্কুল পৰিদৰ্শকৰ কাৰ্য্যালয়ত কাৰ্য্যালয়-সহকাৰীৰূপে অস্থায়ীভাৱে কামত সোমায়। সেই চাকৰি শেষ হোৱাত তেওঁ ১৯৩৩-৩৪ চনত মই সেই সময়ত পঢ়ি থকা তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত সহকাৰী শিক্ষকৰূপে যোগ দিয়ে। তেওঁ সেই ঠাইত থাকোঁতে কিছুমান ল'ৰা-ছোৱালীক দিহা পৰামৰ্শ দি কৰোৱা 'কপৌ-কুঁৱৰী' নামৰ নৃত্য-নাটিকাখনি অভিনয়ৰ কথা আজিও মোৰ মনত আছে। তেওঁ শিক্ষকতা এৰি আকৌ সাংবাদিকতা আৰম্ভ কৰিলে যোৰহাটৰপৰা নীলমণি ফুকনৰ সম্পাদনাত ওলোৱা সাপ্তাহিক 'বাতৰি'ৰ সহকাৰী সম্পাদকৰূপে ১৯৩৪ চনত। তেওঁ লিখিছে, "মই তেতিয়া তিনিচুকীয়া চেনাইৰাম হাইস্কুলৰ সহকাৰী শিক্ষক। তিনিচুকীয়াত থকা চাহ খেতিয়ক সোমেশ্বৰ বৰুৱা মোৰ ভিনদেউ। ফুকন ডাঙৰীয়াই তাতেথাকেহি, আৰু সেই ছেগতে মোৰ লগতো পৰিচয় ঘটে। তেতিয়া বোধহয় ১৯৩৪ চন। ... 'বাতৰি' আৰম্ভ কৰিয়েই তেখেতে সহকাৰী এজন বিচাৰি মোৰ প্ৰতি গভীৰ দৃষ্টি দিলে। তেখেতৰ প্ৰথম চিঠিখন ফুকনৰ কবিত্বসুলভ মন হৰণ কৰা এটা কবিতা যেন লাগিছিল। মই উত্তৰত তেখেতলৈ অপৰাগতাৰ কথা জনালোঁ। পিছৰখন চাৰি পিঠিৰ দীঘলীয়া চিঠি ! কৃষ্ণৰ বাঁহীৰ মাতে বৃন্দাবন উথলাই তোলাৰ দৰে ফুকনৰ চিঠিখনে মোক উন্মনা কৰি তুলিলে। ...সেই চিঠি উপেক্ষা কৰিব নোৱাৰিলোঁ। টালি-টোপোলা বান্ধি যোৰহাট পালোঁহি। মই ... কামত সোমোৱা সপ্তাহৰ সংখ্যাত 'মোৰ আনন্দ' বুলি এটা সম্পাদকীয় লিখি মোক স্বাগতম জনাইছিল"(নী, ফু, ১৯৮০)। এই বাতৰিত বৰুৱাই পোনতে ব্যৱহাৰ কৰা নীলমণি ফুকনৰ নামৰ আগত 'বাগ্মীবৰ' আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ নামৰ আগত 'ৰূপকোঁৱৰ' আখ্যা 'অজৰ-অমৰ হ'ল।' ইয়াত দুবছৰমান কাম কৰাৰ পিছত আৰম্ভ হ'ল তেওঁৰ অজ্ঞাতবাস- ঠিক অজ্ঞাতবাস নহয়; নগৰৰ হুলস্থুলীয়া পৰিবেশ এৰি ডিহাৰ বকুলবনত নিঃসঙ্গ জীৱন যাপন কৰে। এই কালছোৱাত তেওঁ শঙ্কৰ নামৰ এজন সাধাৰণ শ্ৰমিকৰ প্ৰতি অনুৰক্ত হয়। বৰুৱাই বকুলবনৰ স্নিগ্ধ ছাঁ আৰু শান্ত পৰিৱেশত অধ্যয়ন কৰাৰ উপৰি উচ্চ-চিন্তাত মগ্ন হৈ থাকে। তেওঁৰ উদাৰ হৃদয়ৰ ককায়েক নগেন্দ্ৰনাথ বৰুৱাই ভায়েকক নিজ ইচ্ছামতে চলিবলৈ এৰি দি আৰ্থিক সাহায্যও দিয়ে।

দ্বিতীয় মহাসমৰৰ সময়ত বিমান বিভাগৰ সেৱাত যোগ দি ১৯৪৩ চনৰপৰা ১৯৪৬ চনলৈকে তেওঁ লাহোৰ, চেকেন্দ্ৰাবাদ আৰু কৰাছীত কাম কৰে। সেই যুদ্ধ অন্ত পৰাত তেওঁ যোৰহাটৰ ইণ্ডাষ্ট্ৰিয়েল্ ট্ৰেইনিং ইনষ্টিটিউটত ১৯৪৭ চনত কাৰ্য্যালয় সহকাৰীৰূপে যোগ দি মুখ্য সহকাৰী পদলৈ উন্নীত হৈ ১৯৬৯ চনৰ ৩১ ডিচেম্বৰত অৱসৰ গ্ৰহণ কৰে।

তেওঁ কাশী বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি থকা কালতে ১৯২৮ চনত আয়ুৰ্বেদ শাস্ত্ৰত নিপুণ পদ্মনাথ বেজবৰুৱাৰ কন্যা(ডাঃ চন্দন বেজবৰুৱাৰ ভনীয়েক) আৰু কবি দুৰ্গেশ্বৰ শৰ্ম্মাৰ ভাগিনী শ্ৰীমতী প্ৰমীলা দেৱীক বিয়া কৰে। কাশীৰপৰা ঘূৰি অহাৰ কিছু পাছতহে দ্বিতীয় বিবাহ হয়। তেওঁলোকৰ সন্তান, তিনিপুত্ৰ ক্ৰমে পৰজ বকুল, পৰাণ বকুল আৰু পৰাগ বকুল ; কন্যা ক্ৰমে শ্ৰীমতী মীনাৰ্ভা দেৱী আৰু শ্ৰীমতী বীণাৰ্ভা দেৱী।

কবি বৰুৱাই ছাত্ৰ জীৱনৰেপৰা সাহিত্য-চৰ্চা কৰে। কাশী বিশ্ববিদ্যালয়ত অধ্যয়ন কৰা অসমীয়া ছাত্ৰসকলে উলিওৱা 'জাহ্নৱী' আলোচনীত তেওঁৰ ৰচনা ওলায়। বাঁহী,ঘৰ জেউতি, আৱাহন, সুৰভি, মণিদীপ, নৱযুগ আদি আলোচনীত তেওঁৰ কবিতা, প্ৰবন্ধ আদি প্ৰকাশিত হয়।

তেওঁ কবি, নাট্যকাৰ আৰু অভিনেতা। তেওঁ ৰচনা কৰা পুথিসমূহ হ'লঃ কবিতা— পৰাগ(১৯৩০), পুষ্পক(১৯৩৪), ৰঞ্জন-ৰশ্মি(১৯৩৪), পাপৰিৰ পৰিমল(১৯৬৯), বকুল বনৰ কবিতা(১৯৭৬) আৰু সেই নিমাতী পুৱাৰেপৰা(১৯৮২); নাটক— বিজয়া(১৯৩১), বিসৰ্জ্জন(১৯৩৩), কমতা কুঁৱৰী(১৯৩০), নল-দময়ন্তী(১৯৪৪), কপৌ-কুঁৱৰী (নৃত্য-নাটিকা, ১৯৩৮) আদি; অনুদিত গ্ৰন্থ — ছোভিয়েট কবিতা(১৯৬৮), কুমাৰ সম্ভৱ (কালিদাসৰ কুমাৰ সম্ভৱ, ১৯৬৯) আৰু এচিয়াৰ জ্যোতি (ডি লাইট অব এচিয়াৰ গদ্য ৰূপান্তৰ, ১৯৬০)। তেওঁ অনুবাদ কৰা 'এথেন্ ক্ৰোম্' উপন্যাসখন এতিয়াও প্ৰকাশ হোৱা নাই। ৰোমাণ্টিক ভাবাদৰ্শৰ অনুশীলনকাৰী হ'লেও তেওঁৰ কবিতাত ক্লাচিকেল পৰম্পৰাও মূৰ্ত্তিমান হৈ উঠে, যেন ৰোমাণ্টিচিজম্ আৰু ক্লাচিজমৰ অপূৰ্ব্ব সমাহাৰ। একালত তৰুণ কবিয়ে কৈছিল—

মানস মাধুৰী মোৰ মাধৱ মুৰুতি
কোনে জানে, কেনি আছা প্ৰিয়া,
তোমাৰ সুৰতে বাজে মধুৰ বাঁহীটি
তোমাতেই নাচে মোৰ হিয়া। *(পৰাগ)*

কিন্তু ৰঞ্জন-ৰশ্মিত কি পাওঁ ? গ্ৰহণত ৰাহুযুক্ত হৈ তেওঁ উপলব্ধি কৰিছে —

আগেয়ে আছিলা সখি তনুমতী
অকল ৰূপৰে জুই।
আজি ধৰি হ'লা প্ৰিয়া মনোমত্ৰি
চেতনা আকাশ চুই। *(ৰঞ্জন-ৰশ্মি)*

ৰঞ্জন-ৰশ্মিত যেন কবিৰ অন্তৰ বিকশিত হৈছে। সম্ভৱ বেদ, উপনিষদ,ভাগৱৎ আদি ধৰ্ম্ম গ্ৰন্থ অধ্যয়ন আৰু হাফিজৰ মদিৰা পান কৰি তেওঁৰ চিন্তাধাৰা উৰ্দ্ধমুখী হ'ল, অসীম অনন্তক উপলব্ধি কৰাৰ বাসনা জাগি উঠিল।তেওঁ এঠাইত কৈছে,

খায়েম-হাফজ যেন আছিলো মৱেঁই
দীঘল দৰীয়া বেশ ,মুদা মুদা চকু,
সপোন কুঁহেলি সনা মুখৰ বৰণ,
প্ৰেমময় আবেগত উল্লাসিত মন। *(হাফিজ আৰু মই )*

১৯৬০ চনৰ ২৫ জানুৱাৰীত আকাশবাণীয়ে আয়োজন কৰা অখিল ভাৰতীয় সৰ্ব্বভাষা কবিসম্মিলনত তেওঁ পাঠ কৰা 'পৃথিৱীৰ প্ৰেমে মোক দেৱলীয়া কৰিলে' কবিতাটো ভাৰতীয় সকলো ভাষালৈ ৰূপান্তৰ কৰি আকাশ বাণীয়ে প্ৰচাৰ কৰে। এই কবিতাত 'পৃথিৱীৰ প্ৰেমতেই' দেৱলীয়া হোৱা দৰদী, আপোনভোলা, মানৱপ্ৰেমী মুক্তমনৰ কৱি জনাৰ পৰিচয় পোৱা যায়। তেওঁ 'বকুলবনৰ কবিতা' পুথিৰ বাবে ১৯৭৭ চনত সাহিত্য অকাডেমিৰ বঁটা পায়। তেওঁ ১৯৭০ চনত ভাৰত চৰকাৰৰ 'পদ্মশ্ৰী' সন্মান লাভ কৰে। তেওঁ ১৯৫০ চনৰ শ্ৰীপঞ্চমীৰ দিনা যোৰহাটত বাণী-সম্মেলন নামৰ এটি সাংস্কৃতিক অনুষ্ঠান প্ৰতিষ্ঠা কৰে। কায়া আৰু ছায়াঁৰ যি সম্বন্ধ বাণী-,সম্মেলনৰ সৈতে আনন্দচন্দ্ৰ বৰুৱাৰ একে সম্বন্ধ। তেওঁৰ যেন মানস পুত্ৰ। তেওঁৰ সহযোগী সকল হ'ল — দৰ্পনাথ শৰ্ম্মা, কৰুণাধৰ বৰুৱা, জনাৰ্দ্দন ঠাকুৰ আদি আৰু সভাৰ কেন্দ্ৰ স্থল আছিল যোৰহাট থিয়েটাৰ। প্ৰথমখন বাণী-সম্মেলনত সভাপতিত্ব কৰে দেশহিতৈষী জগন্নাথ বৰুৱাৰ ভ্ৰাতৃ কৃষ্ণকুমাৰ বৰুৱাই। বছৰৰ ছয় ঋতুত ছখন অধিৱেশন হৈছিল; আৰু এই সম্মেলনে ল'ৰাৰপৰা বুঢ়ালৈকে সকলোকে আনন্দ দান কৰিছিল। অনেক চেমেনীয়া আৰু ডেকাই প্ৰেৰণা লাভ কৰিছিল। এই সম্মেলনত বৰুৱাই ৰচনা কৰা কপৌ-কুঁৱৰী, পঞ্চমী, কেতেকীৰ জয় আদি নৃত্য-নাটিকা অভিনীত হয়। তেৱেঁই বাণী-সম্মেলনৰ প্ৰাণ কেন্দ্ৰ স্বৰূপ। আজিও বাণী সম্মেলনৰ কথা যোৰহটীয়া ৰাইজে শ্ৰদ্ধাৰে স্মৰণ কৰে। ১৯৩৩ চনৰ বৰদিনৰ বন্ধত জ্ঞানদাভিৰাম বৰুৱাৰ সভাপতিত্বত উত্তৰ লখিমপুৰত অসম

সাহিত্য সভাৰ চতুৰ্দ্দশ অধিৱেশন বহে ; গুৱাহাটীৰপৰা উত্তৰ লখিমপুৰলৈ যাবলৈ হ'লে যোৰহাট হৈ যাব লাগে। উত্তৰ লখিমপুৰৰ পৰা ঘূৰি আহোঁতে জ্ঞানদাভিৰাম বৰুৱাক সম্বৰ্ধনা জনাবৰ বাবে বাণী সম্মেলনৰ এক বিশেষ অধিৱেশন অনুষ্ঠিত হয়। সেই অধিৱেশনত পদ্মনাথ গোহাঞিঁ বৰুৱা, সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী আদিয়েও সভাৰ সৌষ্ঠৱ বৃদ্ধি কৰে। আন এখন উল্লেখযোগ্য অধিৱেশন হ'ল ১৯৪৭ চনৰ বিশ্ব-বিশ্ৰুত পণ্ডিত ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ সন্মানাৰ্থে আয়োজন কৰা সভা। সেইবাৰ জে,বি,কলেজত প্ৰতিভা দেৱী বক্তৃতা দিবলৈ আহি ড° চট্টোপাধ্যায় অধ্যক্ষ কৃষ্ণকান্ত সন্দিকৈৰ 'ঘৰত আলহী আছিল'। সন্দিকৈয়ে বাণী সম্মেলনৰ সভাত পৌৰোহিত্য কৰে। 'অসমীয়া সংস্কৃতিৰ বাছকবনীয়া কাৰ্য্যসূচীৰে এখন উৎকৃষ্ট বিচিত্ৰানুষ্ঠান চাই দুয়োজন পণ্ডিত ব্যক্তি মুগ্ধ হৈছিল।'

বকুলবনৰ কবি বুলিলেই আমি এজন মানুহৰ কথাই ভাবোঁ, তেওঁ হ'ল আনন্দচন্দ্ৰ বৰুৱা। এই নাম স্ব-সৃষ্ট নহয়। তেওঁ ডেকা বয়সতে বকুলবনৰ কবি বুলি প্ৰসিদ্ধি লাভ কৰে। প্ৰবীণ সাহিত্যক আৰু ৰাজনীতিবিদ মহাদেৱ শৰ্ম্মাই ডিহা-কোষৰ বকুল সুশোভিত শান্ত পৰিবেশ দেখি আনন্দচন্দ্ৰ বৰুৱাক বকুল বনৰ কবি বুলি অভিহিত কৰে, আৰু সেই নামেৰেই তেওঁ জনাজাত হয়। অকল সেয়েই নহয় তেওঁ যোৰহাটৰ ঘৰৰ সমুখত তিনিজোপা বকুল পুলি ৰুলে; আৰু নিজৰ তিনিটা ল'ৰাৰ নামৰ পিছতো বকুল যুক্ত কৰিলে। কবিতা পুথিৰো নাম হ'ল বকুল বনৰ কবিতা।

বৰুৱা মানুহজন সহজ,সৰল,আপোনভোলা আৰু সৰ্ব্বদা ভাব-বিভোৰ। তেওঁৰ অনেক বন্ধুৰ ভিতৰত কবি গণেশচন্দ্ৰ গগৈ আৰু শেৱালী কবি ৰত্নকান্ত বৰকাকতী এই দুজন অন্তৰঙ্গ।

গণেশ গগৈ আৰু আনন্দচন্দ্ৰ বৰুৱা দুয়ো সমনীয়া আৰু সহৃদয় বন্ধু। যোৰহাটত বছৰি পতা গণেশ গগৈ মৃত্যু দিৱসৰ সভাত বৰুৱা উপস্থিত থাকিলে তেওঁ বন্ধুৰ বিষয়ে যি আৱেগময়ী বক্তৃতা দিয়ে তাকে শুনি শ্ৰোতাসকল মন্ত্ৰমুগ্ধ হয়। দুয়োজনৰ চিন্তাৰো কিছু সাদৃশ্য আছে। কবি বৰুৱাই কয়— "বিশ্বৰ বিকাশ প্ৰেমত, কিন্তু প্ৰেমৰ বিকাশ বিৰহত" (পৰাগ)। গগৈয়ে কয়, "প্ৰাণৰ কাষত,কালৰ আগত প্ৰেমৰ সদায় জয়" (পাপৰি)। বৰুৱাৰ 'অত্যাচাৰতেই পাপৰিৰ জন্ম' আৰু তেওঁ বন্ধুৰ স্মৃতিত পাপৰিৰ পৰিমল নামৰ সুদীৰ্ঘ কবিতা লিখি বন্ধুৰ সৌৰৱণিত তৰ্পণ কৰে। দুয়োজন বন্ধু নাট্যকাৰ আৰু অভিনেতা।

বৰুৱাও বৰকাকতীৰ দৰে ভাবপ্ৰৱণ। তেওঁলোক দুয়োৰে প্ৰথম সাক্ষাৎ

আৰু মিলন হয় যোৰহাটত ১৯৩৪ চনত,যেতিয়া 'কবিপ্ৰাণ' বৰকাকতীয়ে 'মৌজাদাৰ হৈ টিকিব' নোৱাৰি শহুৰেক প্ৰবীণ সাহিত্যিক দেৱানন্দ ভৰালীৰ ঘৰত থাকেহি। বৰুৱা ডহাঁবৰা চুকত ভঁৰালীৰ ঘৰৰপৰা অলপ দূৰৈত আছিল। বৰুৱাই বৰকাকতীৰ বিষয়ে কৈছে, "সংসাৰ বুলি কিবা আছেনে নাই তেখেতে কবই নোৱাৰে"(সেই নিমাতী পুৱাৰেপৰা)। এই কথা বৰুৱাৰ ক্ষেত্ৰতো প্ৰযোজ্য। ৰোগৰ ক্ষেত্ৰত দুয়োজন সমধৰ্ম্মী-দুয়োৰে এজ্‌মা ৰোগ কম বেছি পৰিমাণে আছিল। দুয়োজনে ভাব বিনিময় কৰিয়েই এৰা নাছিল। দুয়োৰে একাত্মবোধ অতি গাঢ় হৈ উঠাত বৰুৱাই বৰকাকতীক তেওঁৰ আচল 'শান্তি আৰু দিব্য প্ৰেৰণাৰ' স্থান গাঁৱৰ বকুল বনলৈ লৈ গ'ল। কবিৰ ভাষাৰে ক'ব পাৰি—"...বৰকাকতীক লগতে লৈ সেইখিনি পাওঁতেই বৰকাকতীৰ স্বপ্নালস দৃষ্টিত 'বকুল বন'ৰ পৰিবেশ বৰ প্ৰশান্ত মধুৰ যেন লাগিল। আমি দুদিন দুৰাতি মোৰ শোৱা ঘৰৰ বিছনাতে একেলগে কটালোঁ। ৰাতি দিন সমানে গ'ল, কেৱল কবিতা আৰু দৰ্শনৰ ৰহস্যৰ দুৱাৰবোৰত খুন্দিয়াই। সেই দুটা ৰাতিৰ, দুটা দিনৰ স্মৃতি আমাৰ দুয়োৰ হৃদয়ত লুকাই থাকিল। ব্ৰহ্মবাদী দৰ্শনৰ মোৰ এই মহান বন্ধুজনৰ সৰল-সহজ আৰু উদাৰ জীৱনদৰ্শনৰ স্মৃতি মোৰ মনৰপৰা আঁতৰি যোৱা নাই।" (শেৱালী আৰু বকুল-সেই নিমাতী পুৱাৰেপৰা)। দুয়ো বন্ধুৱে একালত যুটীয়া বেপাৰ কৰাৰ কথাও ভাবিছিল, কিন্তু মনেমিলা মানুহদুজনে এই বিষয়ত আগবঢ়া হ'লে ক'লোহেঁতেন —

লাভৰ আশাত মূলো হেৰুৱালোঁ
গাৰ হেৰুৱালোঁ তত। *(ৰঘুনাথ চৌধাৰী)*

বৰুৱাই এটা সাংস্কৃতিক পৰিয়ালত জন্ম গ্ৰহণ কৰে। অভিনয়-প্ৰীতি সেই পৰিয়ালৰ মজ্জাগত। তেওঁৰ দুই ভ্ৰাতৃ ক্ৰমে যতীন বৰুৱা আৰু বিপিনচন্দ্ৰ বৰুৱাও নিপুণ অভিনেতা। পিছৰজনে উজনি অসমত অভিনয় কৰি মঞ্চশিল্পী ৰূপে খ্যাতি অৰ্জ্জন কৰে। কবি বৰুৱাৰ বৰদেউতাকৰ পুতেক টঙ্কেশ্বৰ শৰ্ম্মা বৰুৱাও একালত মঞ্চসফল শিল্পী আছিল। কবি বৰুৱা এজন সুনিপুণ অভিনেতা। যোৰহাট থিয়েটাৰৰ একালৰ হৰিহৰ বৰপূজাৰী, নগেন্দ্ৰনাৰায়ণ সিংহ, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, মিত্ৰদেৱ মহন্ত, নবীনচন্দ্ৰ বৰুৱা, মুনিকান্ত বৰকটকী, গণেশচন্দ্ৰ গগৈ আদি নিপুণ কলাকাৰসকলৰ দৰে আনন্দচন্দ্ৰ বৰুৱা কেইবাখনো নাটকত অভিনয় কৰি দৰ্শকৰ চকুত চমক লগায়। মানুহজন 'থিয়েট্ৰিকেল্'-গলগলীয়া মাত, ভাবৰ উপযোগী বচন, ভাবোদ্দীপক অঙ্গভঙ্গী, পৰিৱেশ সৃষ্টি আৰু আৱশ্যক হ'লে সংলাপৰ উপযোগী ভাষাৰ সংযোজনে

তেওঁৰ অভিনয় প্ৰাণৱন্ত কৰি তোলে। ৰজাৰ পৰা খৰীভাৰীলৈকে যি ভূমিকাতে অৱতীৰ্ণ হওক লাগে বৰুৱাই সেই সকলোতে দৰ্শকৰ মন-প্ৰাণ জয় কৰিব পাৰে। তেওঁৰ ৰচনাৰপৰাই সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাক ১৯৩০ চনৰ ৩১ অক্টোবৰ তাৰিখে দিনতে সম্বৰ্দ্ধনা জনাই ৰাতিলৈ যোৰহাট থিয়েটাৰত আয়োজন কৰা এক উল্লেখযোগ্য অভিনয়ৰ উদ্ধৃতি দিয়া হ'ল— "ৰাতি আয়োজন কৰা অভিনয় হৈছিল শ্ৰীমিত্ৰদেৱ মহন্তৰ 'বৈদেহী বিয়োগ' নাটকৰ। ...ৰামৰ ভূমিকাত গণেশ গগৈ। লক্ষ্মণৰ ভূমিকাত এই প্ৰবন্ধ (লিখক -আনন্দচন্দ্ৰ বৰুৱা নিজে) আৰু সীতাৰ ভূমিকাত ওলাইছিল শশীপ্ৰসাদ বৰুৱা। অভিনয়ৰ সাফল্য দেখি বেজবৰুৱাই কৈছিল, 'মই আহি ইয়াত যি অভিনয় দেখিলো কলিকতাত ইয়াতকৈ ভাল কিবা হ'ব বুলি ধাৰণাই নহ'ল। এই দলটো লৈ গৈ মই কেল্লাফতে কৰি আহিব পাৰোঁ।"

"মূল নাটৰ অন্তত 'কৃপাবৰৰ ওভোতনি' বুলি এখন ধেমেলীয়া নাট হৈছিল। মিত্ৰদেৱ মহন্ত ওলাইছিল কৃপাবৰ বৰবৰুৱাৰ চৰিত্ৰত আৰু আমি নিজে ওলাইছিলোঁ বৰবৰুৱাৰ প্ৰতিদ্বন্দ্বী গোহাঞি বৰুৱাৰ চৰিত্ৰত। আমাৰ ৰচনাৰ মাজত কৃপাবৰক আক্ৰমণ কৰা নানা ব্যক্তিগত কথা ওলালত দৰ্শকৰ মাজত গণ্ডগোল সৃষ্টি হ'ল। দৰ্শকৰ মাজৰপৰা এটা বৰ ডাঙৰ চিঞৰ আহি মঞ্চত, আমাৰ কাণত পৰিল, 'Stop it. What nonsense is going on' - বন্ধ কৰা, কি চলিছে সেইবোৰ ? দৰ্শকৰ মাজত বিৰাট গণ্ডগোল আৰম্ভ হ'ল। সেই সময়ৰ থিয়েটাৰৰ চেক্ৰেটেৰী পূৰ্ণানন্দ শৰ্ম্মা পাঠক ডাঙৰীয়া আৰু মই নিজে মঞ্চৰ ওপৰত আঠুকাঢ়ি হাতযোৰকৈ ক্ষমা বিচাৰিলোঁ। গোলমাল হোৱা দেখি হাঁহি মুখে বেজবৰুৱা থিয় দিলে আৰু ক'লে,-যি Joke কৰিব জানে সি Joke ল'বও জানে। আপোনালোক মিছাতে গোলমাল কৰিছে। মই চুলি এডালমানো বেয়া পোৱা নাই।" (বেজবৰুৱা প্ৰতিভা,১৯৬৮)।

বকুল বনৰ কবি বৰুৱাই অসম সাহিত্য সভাৰ বৰপেটা অধিৱেশনৰ (ষটত্ৰিংশ, ১৯৬৮) সভাপতিৰ আসন অলঙ্কৃত কৰে। তেওঁৰ অভিভাষণত 'সাহিত্য-প্ৰেমৰ কাব্যময় ৰূপ' আৰু কবি-সুলভ দৃষ্টিভঙ্গীৰ নিদৰ্শন পোৱা যায়; নিভাঁজ আৰু প্ৰাঞ্জল অসমীয়া গদ্যৰো আৰ্হি। নতুন যুগৰ চিন্তা-চৰ্চ্চাৰ বিষয়ে তেওঁ অভিভাষণৰ শেহৰফালে কৈছে,"সামৰণিত দেখিছো সৌৱা বৈজ্ঞানিক যুগৰ চমকপ্ৰদ ভাৱনা-মহাকাশ ভ্ৰমণ, চন্দ্ৰলোক প্ৰদক্ষিণ। বিদ্যাশঙ্খৰ দৰে তুষাৰ বৰণীয়া চন্দ্ৰই স্নিগ্ধ শীতল কিৰণ দিয়েই থাকিব। ক্ষীৰসাগৰৰ ত্ৰিকুট পৰ্ব্বত মৃগপছু হৈয়েই থাকিব। ভেঁটফুলে ভেবালাগি জোনলৈ চায়েই থাকিব,

ততয়াই তৰাবোৰে শৰাই সজায়ে থ'ব-আহক ! এই শাশ্বত সৌন্দৰ্য্যৰ মোহন মেলাত শ্ৰীলৌহিত্যৰ ভৰাসুঁতিত অসমীয়া, সাহিত্যৰ সোণৰ নাওখনি মেলি দিওঁ, দেশে-বিদেশে চেনেহী ভাষা-জননীৰ গৌৰৱ বৈ বৈ যক।"

অসম সাহিত্য সভাৰ লগত ব্ৰ নিবিড়ভাৱে জড়িত নহ'লেও তেওঁৰ অকৃত্ৰিম অনুৰাগ আৰু উচ্ছাসৰ হেতুকে কবি-সন্মিলন সভাৰ বাৰ্ষিক অধিৱেশনৰ অঙ্গ হৈ পৰিছে। তেৰেঁই পোনতে অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিৱেশনৰ (যোৰহাট, ৩১ ডিচেম্বৰ ১৯৫৪ আৰু ১ জানুৱাৰী ১৯৫৫) লগত বাণী সন্মেলনৰ পক্ষৰপৰা ১ জানুৱাৰী সন্ধিয়া আৰু ২ জানুৱাৰীৰ ৰাতিপুৱা 'সাহিত্য সভাৰ মণ্ডপতে এখনি কবি-সন্মিলনৰ আয়োজন' কৰে।

আনন্দচন্দ্ৰ বৰুৱা দেখাত নিপোটল হ'লেও তেওঁৰ স্বাস্থ্য ভাল বুলিব নোৱাৰি। এজমা ব্যাধি তেওঁৰ লগৰীয়া। তাৰ লগতে শেহলৈ যোগ হ'ল হৃদযন্ত্ৰ পীড়া। তেওঁ প্ৰায় এবছৰকাল ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজত চিকিৎসাধীন হৈ থাকি ১৯৮৩ চনৰ ২৭ জানুৱাৰীৰ পুৱা ৫-৩০ বজাত সেই ঠাইতে শেষ নিশ্বাস ত্যাগ কৰি অনন্তধামলৈ গতি কৰিলে। যিজনে 'চিৰাজীত ৰাগী মিহলাই কবিতাৰ কোমলতা' বিলাই দিছিল, সেইজন বিলনীয়া বকুল বনৰ কবি আনন্দচন্দ্ৰ বৰুৱাৰ কবিকণ্ঠ চিৰকালৰ কাৰণে স্তব্ধ হৈ গ'ল - 'বিলোৱা সৌৰভ মাত্ৰ জগতত ৰ'ল।'

# ৰাজীৱলোচন বৰুৱা আৰু তেওঁৰ 'স্বপ্ন-তৰী'

ৰাজীৱলোচন বৰুৱা বহুতৰে কাৰণে এটা অখ্যাত বা অপৰিচিত নাম। প্ৰবীণ সাহিত্যিক বেণুধৰ শৰ্মাই 'বাতৰিৰ বিভূতি' নামৰ গ্ৰন্থত তেওঁৰ একালৰ সতীৰ্থ ৰাজীৱলোচন বৰুৱাৰ বিষয়ে মন্তব্য কৰিছে, "কবি-পোৱালি শ্ৰীমান ৰাজীৱলোচন বৰুৱাই প্ৰুফ্ চাই থাকোতেও প্ৰুফ্ৰ তলতে টোপনিয়াই টোপনিয়াই লেখি থোৱা কবিতাৰ শাৰীচেৰেক কোনজন 'প্ৰুফ্ৰীডাৰ'ৰ ওচৰত পাব ?" (পৃঃ৪)। কিন্তু বৰুৱাই কবিস্বৰূপে স্বীকৃতি নাপালে।

যোৰহাটৰ পশ্চিমে সৰুচৰাই খাতত দুলীয়া বৰুৱাৰ ঘৰ। এই দুলীয়া বৰুৱাৰ ঘৰৰ বেণুধৰ বৰুৱাৰ পুত্ৰ ৰাজীৱলোচন বৰুৱাই ১৯১৪(?) চনত জন্ম গ্ৰহণ কৰে। তেওঁ পোনতে 'বাতৰি'(সাপ্তাহিক) আৰু পিছত 'দৈনিক বাতৰি'ৰ সম্পাদনাৰ দায়িত্বত আছিল। দৈনিক বাতৰি বন্ধ হোৱাৰ পাছত তেওঁ যোৰহাটৰ বিষ্ণুৰাম বৰুৱা হলৰ উত্তৰে এটা সৰু কোঠাত 'হোমিঅ'পেথি দৰৱৰ এখন দোকান দিয়ে। সেয়ে লেখক বৰুৱা ডাক্তৰ নামেৰে খ্যাত হ'ল। 'বাতৰি'ৰ সহকাৰী সম্পাদকজনক মানুহে পাহৰি পেলালে।

১৯৪২ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। এই মহাসমৰৰ কালতে তেওঁ ব্যৱসায় সংক্ৰান্তত কিছুকাল নগাপাহাৰত আছিল। সেই সময়তে তেওঁ 'স্বপ্ন-তৰী' প্ৰথম খণ্ড ৰচনা কৰে। নগাপাহাৰৰ পৰা আহি তেওঁ নগাঁৱৰ (বৰ্ত্তমান মৰিগাঁও জিলা) জাগীৰোডলৈ গৈ সেই ঠাইতে চিকিৎসকৰূপে জীৱন নিৰ্বাহ কৰিবলৈ ধৰে। সেই ঠাইলৈ যোৱাৰ প্ৰকৃত কাৰণ এয়ে যে এজন মাৰোৱাৰী লোক টান বেমাৰত ভুগি আছিল। তেওঁ অনেক ঠাইত চিকিৎসা কৰালে। কিন্তু নিৰাময় নহল। শেহত ডাং বৰুৱাই তেওঁক চিকিৎসা কৰিলে। ৰোগীৰ বেমাৰ ভাল হ'ল। তেওঁক ৰাইজে নেৰিলে। এইদৰে ডাং বৰুৱা জাগীৰোডৰ স্থায়ী বাসিন্দা হ'ল। 'অন্নচিন্তা চমৎকাৰা'-জীৱন সংগ্ৰামত জড়িত হৈ থকাৰ কাৰণে কবিতাৰ সূক্ষ্ম অনুভূতি মৰহি গ'ল।

বৰুৱাই যোৰহাটৰ ওচৰৰ যোগানন্দ ভূঞাৰ কন্যাক বিয়া কৰায়। তেওঁলোকৰ দুই পুত্ৰ আৰু তিনি কন্যা। পুত্ৰদ্বয় হ'ল শ্ৰীবিনয়লোচন বৰুৱা আৰু শ্ৰীপ্ৰণয়লোচন বৰুৱা। প্ৰথমজন ভাৰতীয় ষ্টেট বেঙ্কৰ কৰ্মচাৰী, আৰু

সৰুজন জাগীৰোডৰ হিন্দুস্থান কাগজ নিগমৰ কৰ্মচাৰী। বৰুৱাৰ এগৰাকী কন্যা শ্ৰীমতী মঞ্জুমণি বৰুৱা(তেৱাৰী) শ্বিলঙৰ চেণ্ট মেৰি কলেজৰ অধ্যাপিকা। বৰুৱাৰ পত্নী অকালতে ঢুকায়। ৰাজীৱলোচন বৰুৱা ১৯৭৭ চনৰ ২৪ ডিচেম্বৰত স্বৰ্গী হয়।

ৰাজীৱলোচন বৰুৱাই আৱাহন,জয়ন্তী,অসম সাহিত্য সভা পত্ৰিকা, সুৰভি আদি আলোচনীত প্ৰবন্ধ লিখিছিল। তাৰে কিছুমান হ'ল-আমেৰিকান বেপ্তিষ্ট মিছনেৰী য়ুনিয়ন(আৱাহন),বাতৰিকাকতৰ উৎপত্তি আৰু ক্ৰমবিকাশ (আঃ),সংস্কৃত কথা সাহিত্য(অসম সাহিত সভা পত্ৰিকা),হিন্দী সাহিত্য (পত্ৰিকা), জাতীয় সাহিত্য (পত্ৰিকা), সাহিত্য আৰু তাৰ ৰাজনীতি (পত্ৰিকা), সাহিত্য আৰু ধৰ্ম (পত্ৰিকা), গীতা বিচাৰ (পত্ৰিকা), সাহিত্যত হাস্যৰস (জয়ন্তী) ইত্যাদি। তেওঁৰ একমাত্ৰ কাব্য গ্ৰন্থ হৈছে 'স্বপ্ন-তৰী'(১৯৬৯)। এই কাব্যৰ প্ৰথম খণ্ডৰ প্ৰথম দহোটা পংক্তি 'আহুকাল' নামেৰে আৱাহনত প্ৰকাশ হৈছিল। এইখন পুথি জাগীৰোড সাহিত্য সভাই প্ৰকাশ কৰে।

লক্ষ্মীনাথ বেজবৰুৱাই কৈছে, "প্ৰেমত ঘূৰিছে ভূমণ্ডল, প্ৰেমত ফুলিছে শতদল।" (ৰেণুকা) প্ৰেম আবেগ-অনুভূতিৰ উৎস। এই প্ৰেমে কবিসকলক যুগে যুগে আপ্লুত কৰি ৰাখিছে। কবি ৰবীন্দ্ৰ নাথ ঠাকুৰে কৈছে —

নিখিলেৰ সুখ নিখিলেৰ দুঃখ
নিখিল প্ৰাণেৰ প্ৰীতি
একটি প্ৰেমেৰ মাঝাৰে মিশেছে, সকল
প্ৰেমেৰ স্মৃতি
সকল কালেৰ সকল কবিৰ গীতি *(অনন্ত প্ৰেম)*

সেইদৰে কবি ক'লৰিজে কৈছে —

All thoughts, all passions, all delights,
Whatever stirs this mortal frame,
All are but ministers of Love,
And feed his sacred flame. *(Love)*

"সাহিত্যত সৌন্দৰ্য্যলিপ্সা নানাভাৱে প্ৰকাশ পায়। যিবোৰৰ মনত সৌন্দৰ্য্য কেৱল জগতজুৰি থকা অতীন্দ্ৰিয় সত্তা তেওঁলোকৰ প্ৰতি সুন্দৰী তিৰোতা কেৱল আদৰ্শ সৌন্দৰ্য্যৰ প্ৰতীক মাথোন। সেই আদৰ্শৰ উন্নতত্ত্ব অনুসাৰে কবি বা চিত্ৰকৰ সকলৰ সৌন্দৰ্য্যৰ বুভুক্ষা বিৰাট বিশ্ব সপোনত পৰিণত হয়। সাহিত্যত তাৰ উদাহৰণ ডাণ্টে-বিয়েট্ৰীছৰ প্ৰীতি। চিত্ৰবিদ্যাত তাৰ উদাহৰণ

ৰাফেলৰ বিশ্বকৰুণামণ্ডিত মাতৃ-মূৰ্ত্তি। কিন্তু সৌন্দৰ্য্য বুভুক্ষা যেতিয়া ইন্দ্ৰিয় সেৱাৰ নামান্তৰ্ মাথোন তেতিয়া ই দানৱ মূৰ্ত্তি ধাৰণ কৰি মনত বিভীষিকাপূৰ্ণ ধুমুহা মেলি দি আদৰ্শ আৰু আকাঙ্ক্ষাবে পুলি-পোখা মষিমূৰ কৰে। নাইবা সাধুকথাৰ তেজপিয়া সাপৰ দৰে চকুৰ দৃষ্টিৰেই অতৰ্কিতভাৱে শক্তি, উদ্যম, আদৰ্শ, সকলোৰে হ্ৰাস জন্মায়। সৌন্দৰ্য্য-বুভুক্ষাৰ ধুমুহাৰ পৰিণতিৰ উদাহৰণ এণ্টনি-ক্লিয়োপেট্ৰাৰ আখ্যান সকলো বুৰঞ্জী পঢ়োতাৰ জনাজাত"-ড° বাণীকান্ত কাকতি (সৌন্দৰ্য্যৰ প্ৰতাৰণা, আৱাহন, ২য় বছৰ-৩য় সংখ্যা, ১৮৫২শক)।

প্ৰেমেই জীৱনটো সাৰ্থক কৰি তোলে। প্ৰেয়সীৰ প্ৰতিদান পালে প্ৰেমিকৰ জীৱন সাৰ্থক হয়। তাৰ বিপৰীতে জীৱন দুখৰ হয়। তেনে অৱস্থাত 'আশা-নিৰাশাৰ ৰেখ বুকুৰ মাজত আঁকি' বিষণ্ণ মনে আগবাঢ়ি যাব লগা হয়।

'স্বপ্ন-তৰী' ডা° ৰাজীৱলোচন বৰুৱাৰ একমাত্ৰ কাব্য গ্ৰন্থ। এইখন তিনিটা খণ্ডত লিখা ৫৬৪টা স্তৱক সম্বলিত পুথি। লেখক দ্বিতীয় মহাসমৰৰ সময়ত নগাপৰ্বতত থাকি অৰ্থোপাৰ্জন কৰা কালত এই কাব্যৰ প্ৰথম খণ্ড (১৯৪২চন) ৰচনা কৰে। দ্বিতীয় খণ্ডটি ৰচনা তেওঁ নগাঁৱত থকা কালত, আৰু শেহৰ খণ্ড ৰচনা কৰে যোৰহাটৰ সৰুচৰাই খাতৰ ঘৰত।

'স্বপ্ন-তৰী' এখন প্ৰেম কাব্য বা প্ৰণয় কাব্য। কবিৰ ব্যক্তিগত জীৱনৰ প্ৰতিচ্ছবি ইয়াত পোৱা যায়। পাপৰিৰ কবি গণেশচন্দ্ৰ গগৈ তেওঁৰ আদৰ্শ কবি; কিছুদূৰ গীতি কবি যতীন্দ্ৰনাথ দুৱৰাও।

কবি গগৈয়ে স্বপ্ন-ভঙ্গত কৈছে, "স্বপ্নৰ ৰাজ্যত বহি সপোন ৰচনা/ মানুহে নিতউ কৰে/ ময়ো কৰিছিলোঁ সেন্দুৰীয়া সপোনৰ সোণালী কিৰণ মাৰ গ'ল। আজি মাথোঁ টুকিছো চকুলো / স্বপ্ন-ভঙ্গ স্বপ্ন মোৰ নিলাজ প্ৰাণৰ,/ সুৰহীন ঐক্যতান বিৰহ গানৰ।"

ময়ো সাজিছিলো মৌ-চাক সখি,
ময়ো ৰচিছিলো সপোন-সুৰ;
সপোনৰ বিৰাট মেলাৰ পৰিলে ওৰ।

গগৈৰ 'স্বপ্ন-ভঙ্গ' পুথি পঢ়িও প্ৰেমিক কবি ৰাজীৱৰ সপোন আঁতৰি নগ'ল। দুৱৰাৰ 'ওমৰ-তীৰ্থ'ই তেওঁক শান্তি দিব নোৱাৰিলে। সেয়েহে কবিয়ে কৈছে —

স্বপ্ন-ভঙ্গ' পাঠ কৰি নাভাগিল স্বপ্ন মোৰ
'পাপৰি' পাৰতো প্ৰিয়া নাপালো খোপনি;
'ওমৰৰ তীৰ্থ' জলে নোৱাৰিলে শিতলাব

প্ৰপীড়িত পৰাণৰ প্ৰখৰ পোৰণি।

গণেশ গগৈৰ সুদীৰ্ঘ প্ৰেমৰ কবিতা 'পাপৰি'ত আছে প্ৰেমভৰা চকুলো, আৰু সেই প্ৰেমৰ স্মৃতি যাউতিযুগীয়া। দুৱৰাৰ ওমৰ তীৰ্থত আছে আঙুৰৰ ৰস, কিন্তু 'নাই সেই প্ৰাণ উলাহ ভৰা'। গতিকে কবি ৰাজীৱলোচন বৰুৱাই পৰাণৰ 'প্ৰখৰ পোৰণি' শিতলাব নোৱাৰে। যেন নোপোৱাৰ অন্তৰ্দাহ।

'স্বপ্ন-তৰী' এখন প্ৰেমকাব্য। এই কাব্যৰ মাজেদি প্ৰণয়, হা-হুমুনিয়াহ, ব্যৰ্থতা, ভাবাবেগ আদি প্ৰকাশ পাইছে। পদসমূহো সুললিত আৰু অলঙ্কাৰপূৰ্ণ।

নগাপৰ্বতৰ মাও পাহাৰৰ তললৈ চাওঁতে প্ৰাকৃতিক সৌন্দৰ্য্যই তেওঁৰ 'সপোন-আবেশ' তীব্ৰতৰ কৰে। বিৰহৰ দাবানলত তেওঁ অনুভৱ কৰে যে 'ভালপোৱা ভুল'। ঊষা লগ্নত জগতত কৰ্মব্যস্ততাই দেখা দিয়ে। প্ৰাকৃতিক সৌন্দৰ্য্যই মাদকতাৰ সৃষ্টি কৰে। চকোৱা চৰাই, কেতেকী চৰাই আদিৰ মাতত কাৰুণ্য বিৰাজ কৰে। কালিদাসৰ 'মেঘদূত' কাব্যয়ো বিৰহৰ জুইকুৰা দুগুণে জ্বলাই তোলে। অতীতৰ সুখ-সোঁৱৰণে তেওঁক দুখ দিয়ে, তেওঁৰ শোক উথলি উঠে, তেওঁ যেন কবি ব্ৰাউনিঙৰ দৰে অনুভৱ কৰে তীব্ৰ আসক্তি আৰু বেদনা।

....Only I discern
Infinite passion,and the pain .
Of finite hearts that yearn. *(Two in the Campagna).*

কবি বৰুৱাৰ সৌন্দৰ্য্য উপভোগ কৰাৰ শক্তি নাই, কিয়নো

যৌৱন জালাত ধৰা পৰি ৰ'ল
জীৱনৰ পোন প্ৰথম ভুল।। ৭১

কবিয়ে অতীতৰ কথা ৰোমন্থন কৰি কেতিয়াবা শান্তি লভে, কেতিয়াবা অতীতৰ কথাই জীৱন-মৃত্যুৰ বিভিন্ন চিন্তা উদ্ৰেক কৰে। তেওঁ কৈছে-

জড়তাই আজি জিনিলে জীৱন
শুকুৱালে যত ৰসৰ সুঁতি;
জন্মৰ দাবী জহি পমি গ'ল
কুৰি শতিকাৰ কাঁইটে ফুটি। ১৮৩
সেইহে কইছো নবজাবি আৰু
ভগা ঐণখনি সামৰি থ;
মিলনৰ মোহ মোহাৰি ভিক্ষাৰী
মাথো বিৰহকে বুটলি ল।। ১

দ্বিতীয় খণ্ডত (৩০৮-৪৬৫) কলংপাৰত বহি কবিয়ে অনুভৱ কৰে

'উৰুঙা পূজাৰবেদী। ইমানতো অবাৰত জ্বলে ধূনা-ধূপ।'
তেওঁৰ আশালতা ছিঙি-ভাঙি চূৰমাৰ হ'ল।

ইমানতো শূন্য মোৰ
পুণ্যময়ী প্ৰেমাসন
প্ৰীতিৰ অঞ্জলি ভৰা সপোন শৰাই। ৩০৯

'সেউজীয়া সপোনৰ' আৱেশত তেওঁ যেন খোলাখুলিভাৱে প্ৰেমিকাৰ সৈতে ভাৱ বিনিময় কৰে। তথাপি কবিয়ে 'আবেগৰ উৰ্ম্মিদাহ' 'নিলগাব' নোৱাৰিলে। কেতেকী তেওঁৰ সৌন্দৰ্য্য সত্তা; নহয় তেওঁৰ প্ৰেমিকা। তেওঁৰ 'জীৱনৰ সাৰভাগ কেতেকীয়ে কাঢ়ি নিলে।' সেয়েহে তেওঁ 'নিৰাশাৰ বোজা লৈ' প্ৰেমিকাৰ বিদায় মাগিছে।

তৃতীয় খণ্ডত (৪৬৬-৫৬৪) পাৰ্থিৱ প্ৰেমক স্বৰ্গীয় স্তৰলৈ উন্নীত কৰাৰ প্ৰয়াস দেখা যায়। সেয়েহে কবিয়ে কৈছে ,

স্থিৰ হ অথিৰ মন। কিয় হ্ৱ উচাটন
স্বৰ্গীয় প্ৰেমৰ ক'ত আছে পৰাজয়
হৃদয় অপেক্ষা কৰ
এতিয়াও ধৈৰ্য্য ধৰ
সীমাহীন নিৰাশৰ নলবি আশ্ৰয়। ৪৬৬

এই অপেক্ষাৰ অন্ত ক'ত ? অপেক্ষাই পাব মাথোঁ উপেক্ষা বিশেষ। তেওঁ কৈছে —

অপেক্ষাৰ বৰভেটি বান্ধিলে কি হ'ব আৰু
উপেক্ষাৰ ভূঁইকপে দিব বহুৱাই। ৪৭৬

'চেনেহৰ প'চা সূতা' ছিগি যাব। কবিৰ অপেক্ষাত 'আশান্বেষী পাৰ্থিব সংযোগ' নাই। তেওঁৰ সখী 'অপকালী দোলাত' ওলমি আছে। 'অপেক্ষাৰ পৱনত' কবিৰ নাও চলি আছে। সেই যাত্ৰাৰ অভিজ্ঞতাও বিচিত্ৰ।

ভাল পাওঁ পশ্চিমৰ
প্ৰলয় পচোৱা ছাটি
ভাল পাওঁ ভয়লগা
মেঘৰ গাজনি।
ভাল পাওঁ মিলনৰ
মধুৰ মাধবী মায়া
ভাল পাওঁ বিৰহৰ
বিপুল বিননি।। ৫৩৩

তেওঁৰ প্ৰেমিকা এতিয়া সাধাৰণ যুৱতী নহয়। এক নতুন অভিজ্ঞান !

ভাল পাওঁ নাৰীকেই
নিঠুৰা ৰূপতো সখী
নাৰী যে নোহোৱা তুমি-
নাৰায়ণী মোৰ। ৫৩৫

এনে ভাবাৱেশত তেওঁ উপলব্ধি কৰিছে-

জ্ঞানদা ৰূপেৰে আজি দিলা নেকি দিব্য জ্ঞান
বৰদা বেশেৰে সখী দিলা নেকি বৰ
সাৰদা ৰূপেৰে যেন সংহাৰিলা পাপ-তাপ
শীতল কৰিলা সখা তাপিত অন্তৰ। ৫৪৯
সুখদাৰ ৰূপে আহি নিবাৰিলা দুখ শোক;
অন্নদা ৰূপেৰে আহি দিলা অন্নজল;
অদৃশ্য মহিমা আজি দেখুৱালা অবলাৰ
মোক্ষদাৰ ৰূপে দিলা মুক্তিঅবিকল। ৫৫০

কবিৰ 'মানসত সাক্ষী ৰ'ল মহিয়সী সৌৰৱণী/মহিমামণ্ডিত মহামহিষী আকাৰে'। সামৰণিত কবিয়ে কৈছে-

আকাশত সাক্ষী ৰ'ল সুমহান সুধাকৰ
সলিলত সাক্ষী ৰ'ল সৰোজ ধুনীয়া
কাননত সাক্ষী ৰ'ল সৰোজ ধুনীয়া
কাননত সাক্ষী ৰ'ল সুগন্ধি কেতেকী ফুল
সমাজত 'স্বপ্ন-তৰী' স্বপ্ন বিনন্দীয়া। ৫৬৪

'স্বপ্ন-তৰী' কাব্যখনৰ বিষয়ে বিশ্ববিশ্ৰুত পণ্ডিত আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈয়ে মন্তব্য কৰিছে, "হাতে লিখা অৱস্থাত 'স্বপ্ন-তৰী'ৰ তৰুণ আবেগপূৰ্ণ কবিতা বিলাক পঢ়িবলৈ পাই বৰ ভাল লাগিছিল। কবিয়ে 'পাৰ হোৱা বাৰিষাৰ তৰুৱা কদম কলি শিশিৰৰ শিমলুত' বিচাৰি নিৰাশ হৈছে। তেওঁৰ লালিত্যপূৰ্ণ করুণ সুৰে পাঠক-পাঠিকাৰ অন্তৰত সহানুভূতি জগাব বুলি বোধ হয়। 'স্বপ্ন-তৰীৰ প্ৰচাৰ আৰু সমাদৰ কামনা কৰো" (৩/৬/৪৫)। দৰাচলতে কাব্যখনত 'লালিত্যপূৰ্ণ করুণ' সুৰ আদিৰ পৰা অন্তলৈকে বিৰাজ কৰিছে। তেওঁৰ প্ৰেমিকা কেতেকীৰ সুগন্ধি স্বৰূপ হ'ল স্বপ্নতৰী। ইয়াত যেন পাৰ্থিৱ প্ৰেম 'প্লেটনিক' প্ৰেমৰ স্তৰলৈ উন্নীত হৈছে। কবিয়ে কৈছে, "স্বৰ্গীয় প্ৰেমৰ ক'ত আছে পৰাজয় ?"

'স্বপ্ন-তৰীৰ'ত কৰুণ ৰস চিৰপ্ৰৱাহমান। পঢ়িলে চিত্ত দ্ৰবীভূত হয়। এই কাব্য মাধুৰ্য্য গুণসম্পন্ন। ৰসৰ উপৰি কাব্যত অনুপ্ৰাস, উপমা, দৃষ্টান্ত, উৎপেক্ষা আদি অলংকাৰৰ সাৰ্থক প্ৰয়োগ কৰিছে। যেনে-

- প্ৰেম জলধিত প্ৰীতিৰ পদুম প্ৰাণী জগতৰ পৰম পাৰ ১৪৯
- জোনৰ পোহৰ কমি
  কমিব বায়ুৰ বেগ
  বিষহীন হব সখী বিষধৰ সাপ। ৪২৮
- নিমিলিত নয়নৰ
  নবীন নিৰাশ নীৰে
  নিলগতে বিনাশিব নিশা অভিসাৰ। ৩১৫
- পুৰণিৰ ৰাগী থাকোতে প্ৰাণত
  পিওঁ কেনেকৈ নতুন নিচা;
  বুজি আছো মই ওৰে ৰাতি দিন
  সপোনৰ সুৰা সঁচানে মিছা॥ ৬১
- মইনা চৰায়ে য'ত
  ঠোঁটেৰে কবিতা লিখে
  বগৰী গুটিয়ে ধৰে আঙুৰবেশ। ৪০০

মুঠৰ ওপৰত গণেশচন্দ্ৰ গগৈৰ দৰে ৰাজীৱলোচন বৰুৱাৰ কবিতাও বহু ক্ষেত্ৰত অলংকাৰপূৰ্ণ। কাব্যখনৰ ছন্দ প্ৰয়োগ মন কৰিব লগীয়া। প্ৰথম খণ্ডত ছবি ছন্দ ব্যৱহাৰ কৰিছে। দ্বিতীয় খণ্ডৰ ছন্দ ৬ শাৰীৰ ৮+৮+১০। তৃতীয় খণ্ডৰ ছন্দ চাৰিশাৰীৰ-৮+৮+১৪। বোধহয় বিভিন্ন সময়ত কাব্যখন ৰচনা কৰাৰ কাৰণে বিভিন্ন ছন্দ ব্যৱহাৰ কৰিছে।

সামৰণিত ক'ব পাৰি যে কবি ৰাজীৱলোচন বৰুৱাৰ 'স্বপ্ন-তৰী' এখন সাৰ্থক কাব্য। বিৰহজনিত কাৰুণ্যই কাব্যখনিক এটা সুষমা দান কৰিছে। কবি গণেশ গগৈৰ 'পাপৰি'ৰ দৰে 'স্বপ্ন-তৰী' কাব্যত ব্যক্তিগত জীৱনৰ বিৰহ আৰু কাৰুণ্যক সপোন-আৱেশৰ জৰিয়তে 'মহিয়সী সোঁৱৰণী' ৰূপে গথিত কৰিছে।

